*ATA DASAKAR NIRBASITA GALPA :- A Collection of selected short stories on Mahekia Bartapakhili. This collection is edited by Dr. Jatin Mipun and published by Brajendra Nath Deka.ber, 2009*
**First Edition : 6th January, 2006** **Price : Rs. One hundred only**
**Second Edition : November, 2009**

---

**প্ৰকাশক ঃ**
ব্ৰজেন্দ্ৰ নাথ ডেকা
বিশাল প্ৰকাশন
চান্দমাৰী, গুৱাহাটী-৩

**গ্ৰন্থস্বত্ব ঃ**
সংকলক

**প্ৰচ্ছদ ঃ**
চন্দন চুতীয়া

**ডিটিপি ঃ**
ৰুবী দেৱী

**অক্ষৰ বিন্যাস ঃ**
দুৰ্গাপ্ৰসাদ হাজৰিকা

**প্ৰথম প্ৰকাশ ঃ**
৬ জানুৱাৰী, ২০০৬
**দ্বিতীয় প্ৰকাশ ঃ**
নৱেম্বৰ, ২০০৯

**মূল্য ঃ** ১০০ টকা

**মূদ্ৰণ ঃ**
ভৱানী গ্ৰাফিকচ্
ৰাজগড় ৰোড, গুৱাহাটী-৭

# উৎসর্গ

অসমীয়া ভাষা সাহিত্য প্ৰেমীৰ হাতত

সম্পাদক



# সম্পাদকৰ দুআষাৰ



ব্ৰজেন্দ্ৰ নাথ ডেকাৰ সম্পাদনাত মাহেকীয়া বাৰ্তাপথিলী আলোচনীখন সফলভাৱে একাদশ বছৰ পাৰ কৰি দ্বাদশ বছৰত ভৰি দিলেহি। সাহিত্য-সংস্কৃতিৰ এখন আলোচনী সুফলভাৱে এটা দশক পাৰ কৰাটো অসমীয়া ভাষা-সাহিত্য জগতৰ বাবে একপ্ৰকাৰ গৌৰৱৰ কথা। আজি কিছু বছৰ আগৰ পৰা আলোচনীখনৰ মুখ্য সম্পাদকৰ দায়িত্বত মই থকা বাবে যোৱা দহোটা বছৰত প্ৰকাশিত প্ৰতিষ্ঠিত আৰু নতুন চাম গল্প লেখকৰ গল্প সংকলন এটি বিশাল প্ৰকাশনে বাৰ্তাপথিলীৰ বৰ্ষপূৰ্তি উদ্‌যাপন উপলক্ষে প্ৰকাশ কৰিবলৈ সিদ্ধান্ত লৈ মোক সম্পাদনাৰ দায়িত্ব দিয়ে।

এয়াই বাৰ্তাপথিলীৰ এটা দশকৰ নিৰ্বাচিত গল্প সংকলনৰ জন্ম বৃত্তান্ত। এখন মাহেকীয়া আলোচনীত যোৱা এটা দশকত প্ৰকাশিত গল্পসমূহৰ পৰা সংকলনটিৰ বাবে গল্প নিৰ্বাচন কৰা যথেষ্ট কঠিন কাম আছিল। বহু চিন্তা-চৰ্চা কৰি উপযুক্ত বুলি ভবা গল্পসমূহ ইয়াত স্থান দিয়া হৈছে। আশাকৰো গল্প সংকলনটিয়ে পাঠক সমাজৰ সহাৰি পাব।

গুৱাহাটী
২২/১২/২০০৬

(যতীন মিপুন)

# সূচীপত্র


★ ব্ৰজেন আৰু মই— শীলভদ্ৰ ➳১

★ ভাগৰ — ইমৰান শ্বাহ ➳৫

★ অথচ — মহেন্দ্ৰ বৰঠাকুৰ ➳১২

★ সমাহাৰ — বন্ত ওজা ➳১৬

★ বেহাই মূল্য — নিৰুপমা বৰগোহাঞি ➳১৯

★ আদৰণি — অতুলানন্দ গোস্বামী ➳২৪

★ শিশু আৰু বেলি — তোষেশ্বৰ চেতিয়া ➳২৭

★ অঞ্জলি, মালতি ইত্যাদি — বসন্ত কুমাৰ ভট্টাচাৰ্য ➳৩৩

★ পূজনীয়া ডাঙৰ বৌৰ মৃত্যুত — বিজু হাজৰিকা ➳৩৮

★ সোণালী দিনৰ সঁফুৰা —— দিনেশ শৰ্মা ➳৪২

★ মই যেতিয়া উভতি চাওঁ — বিমল কুমাৰ হাজৰিকা ➳৪৭

★ মাধৈ মালতী ফুল — চিত্ৰলতা ফুকন ➳৫১

★ মৰহা ফুলৰ সুবাস — প্ৰহ্লাদ কুমাৰ বৰুৱা ➳৫৬

★ কাজলৰ আৰু এখন চিঠি চঞ্চললৈ — ভৃগুমোহন গোস্বামী ➳৬২

★ দয়াময় কিচ্‌ন — যতীন মিপুন ➳৬৬

★ হৃদয় বিলাস —— বাদল দাস ➳৭৩

★ ব্ৰজেন ডেকাৰ বাবে এটা গল্প — পৰাগ কুমাৰ ভট্টাচাৰ্য ➳৭৯

★ জয় ভাৰত চেলুন — কুল শইকীয়া ➳৮২

★ বিমিৰ গান — প্ৰণতি গোস্বামী ➳৯২

★ এটা প্ৰেমৰ গল্প — হৰপ্ৰিয়া বৰুকিয়াল বৰগোহাঞি ➳৯৭

★ চিন্নমূল — অৱনী কুমাৰ ভাগৱতী ➳১০২




★ বন্তা — ফুল বৰা →১০৬

★ স্বীকাৰোক্তি — বন্দিতা ফুকন →১১১

★ পাটগাভৰু ছোৱালী — পুৰবী বৰমুদৈ →১১৫

★ ভৰদক — নবীন চন্দ্ৰ শৰ্মা →১২১

★ পদুমীৰ মন — পৰমানন্দ ৰাজবংশী →১২৯

★ ভূঁৰ্হা — পৰেশ চন্দ্ৰ শৰ্মা →১৩৫

★ সেই অভিশপ্ত চকীখন — প্ৰফুল্ল কুমাৰ নাথ →১৩৯

★ এজন প্ৰতাপী মানুহৰ কাহিনী — নীলিমা শৰ্মা →১৪৫

★ মন পখিলাৰ ৰং — অমূল্য ফুকন →১৪৮

★ শিপা — মাধুৰিমা বৰুৱা →১৫৩

★ এদিনঃ অন্য এদিন — সবিতা কোঁৱৰ →১৫৬

★ অপাংক্তেয় — ধনীৰাম তালুকদাৰ →১৬১

★ সিদ্ধান্ত — ৰেজাউল কৰিম →১৬৫

★ সমলয় — মনোৰঞ্জন গোস্বামী →১৭০

★ অন্তৰীপ — মণিকুন্তলা ফুকন ভট্টাচাৰ্য →১৭৪

★ ঠিকাদাৰৰ ছোৱালীৰ বিয়া — প্ৰফুল্ল বৰ্মন →১৮০

★ পেলু — খগেশ্বৰ পেগু →১৮৫

★ কাবাব মে হাড্ডি — মামনি দিহিঙীয়া →১৮৮

★ সহায় — দীপক কুমাৰ গোস্বামী →১৯৪

★ ভোগ — চামচুল বাৰিক →১৯৭

★ প্ৰতিবাদৰ ভাষা — নবীন বুঢ়াগোহাঁঞি →২০০

# ব্ৰজেন আৰু মই

**শীলভদ্ৰ**

**(১)**

মই কি লিখো নিলিখো, কোনোবা আলোচনীৰ কাৰণে কোনোবাই কিবা ৰচনা বিচাৰিলে দিওঁ বা নিদিওঁ সেই লৈ মোৰ পৰিবাৰ সম্পূৰ্ণ নিৰ্বিকাৰ। কিন্তু তেওঁ মোক প্ৰশ্ন কৰিলে।

'ল'ৰাজনে ইমানকৈ কৈ আছে, কিবা লিখি নিদিয়া কিয়?'

ল'ৰাজন মানে ব্ৰজেন।

'তোমাক ইমান শ্ৰদ্ধা কৰে। প্ৰতি মাহে এক তাৰিখে নিজে আহি আলোচনীখন দি যায়। এনেয়ে বহি থকা। কিমান নো সময় লাগে?'

এইয়া সময়ৰ কথা নহয়। লিখিম বুলি লিখিব পাৰিলেতো কথাই নাছিল। ময়ো ব্ৰজেনক ভাল পাওঁ। ইমান নিষ্ঠাৰ সৈতে আলোচনীখন চলাই আছে। অলপ সহায় কৰিব পাৰিলে ভাল আছিল। আমাৰ সহায় মানেনো কি? কিবা লিখি দিয়াটোৱেই।

মোৰ ৰচনা মানেতো মোৰ নিজৰে কথা। আজিকালি মাজে মাজে ভাব হয় লিখিনো কি লাভ? কোনে পঢ়িব? আৰু কেইদিন পঢ়িব? মোৰ নাতি ল'ৰায়ো ডাঙৰ হৈ পঢ়িব পৰা হ'লে মোৰ লিখা নপঢ়ে। কিয় পঢ়িব? যি গতিত সমাজৰ পৰিবৰ্তন হৈ আছে, দৃষ্টিভংগী আৰু মূল্যবোধৰ সলনি হৈ আছে, সিহঁত পঢ়িব পৰা হোৱালৈকে আমাৰ ৰচনা যাদুঘৰৰ সামগ্ৰী হৈ পৰিব। পুৰাতত্ত্ববিদৰ কাৰণে গুৰুত্বপূৰ্ণ কিন্তু সাধাৰণ মানুহৰ কাৰণে অপ্ৰয়োজনীয়।

সিদিনা মোৰ স্নেহাভাজন ল'ৰা এজনক ডক্টৰেটৰ কাৰণে কি বিষয় লৈছে বুলি জানিবলৈ বিচৰাত তেওঁ ক'লে যে তেওঁ জেক্ লণ্ডনৰ বিষয়ে গৱেষণা কৰি আছে। একালত তেওঁ যথেষ্ট জনপ্ৰিয় আছিল, বিশেষকৈ বাহ্নিয়াত। আজিকালি ইংৰাজী সাহিত্যৰ ছাত্ৰৰ বাহিৰে বা আমাৰ দৰে বুঢ়া মানুহৰ বাহিৰে কোনে জেক লণ্ডনৰ নাম শুনিছে? তেনেকৈ ছাত্ৰ অৱস্থাতে বাল্টাৰ স্কটৰ আইভেনহো পঢ়ি মুগ্ধ হৈছিলো কিন্তু আজিকালিৰ ইংৰাজী সাহিত্যৰ ছাত্ৰৰ বাহিৰে কেইজনে স্কটৰ নাম জানে। মানুহে একো নজনাকৈয়ে ৰজনীকান্ত বৰদলৈৰ বিষয়ে ক'বলৈ গৈ স্কটৰ নাম উল্লেখ কৰে। কৰা নিয়ম। বালজাক, এমিল জোলা, এওঁলোক কিমান শক্তিশালী লেখক আছিল। আজি কিতাপৰ দোকানত বিচাৰিলে এওঁলোকৰ কিতাপ পাব জানো? আলডুচ হাক্চলিৰ দৰে ইমান বিদগ্ধ লেখক প্ৰায় বিস্মৃত হৈ পৰিছে। পঞ্চাছ বছৰমান আগতে হাক্চলিৰ 'পইন্ট কাউন্টাৰ পইন্ট' পঢ়ি অভিভূত হৈ উঠিছিলো। মোৰ কাৰণে

সেয়া আছিল এক অভূতপূৰ্ব অভিজ্ঞতা। হাক্চলিৰ ৰচনা অতি বুদ্ধিদীপ্ত ৰচনা, আবেগৰ আধিক্য নাই। তেওঁ মোৰ প্ৰিয় লেখকসকলৰ অন্যতম। বহু চেষ্টা কৰি মই তেওঁৰ অইন কিতাপবোৰো যোগাৰ কৰিছিলো। ব্ৰেভ নিউ ৱাৰ্ল্ড, আফটাৰ মেনি এ চামাৰ (তলত বোধহয় সৰু আখৰেৰে লিখা আছিল— দ্য চোৱান ডাইজ্জ) ইত্যাদি। আমিয়েই বা কি কৰো? যিবোৰ পুৰণি অসমীয়া লেখকক লৈ আমি উচ্ছাসিত হৈ উঠো। আজিকালিৰ ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ কিতাপ পঢ়েনে? উচ্ছাসিত হোৱা নিয়ম কাৰণে উচ্ছাসিত হয়, জন্ম আৰু মৃত্যু তিথি পালন কৰে। জাতীয় উৎসৱ। শীলভদ্ৰহঁতকতো মানুহে তেওঁলোক জীৱিত থাকোতেই পাহৰি যাব। ইতিমধ্যে গৈছেই। পুৰণি বয়সস্থ সম্পাদক দুই-এজনে এতিয়াও ৰচনা বিচাৰে। ময়ো লিখাৰ চেষ্টা কৰো। দুৰ্বলতা যে নাই তেনে নহয়। দৃষ্টিৰ আঁতৰ মানে মনৰো আঁতৰ। মাৰ্জনীয় দুৰ্বলতা। পিছে লিখা মানে কি? নিজৰ কথাকে কওঁ। অতীত ৰোমন্থন।

মোৰ আটাইতকৈ প্ৰিয় দ্ৰষ্টব্য বস্তু হ'ল মানুহ। মই জনকল্যাণকাৰী ব্যক্তি বা ফিলান থ্ৰপিষ্ট নহওঁ। কাৰ নো কি উপকাৰ কৰিছো? বৰং বিভিন্ন সময়ত বিভিন্ন মানুহে অযাচিতভাৱে মোক সহায় কৰিছে। সেই কাৰণেই আজি মই এইখিনি আহি পাইছো। মানুহ মোৰ প্ৰিয় মানে হ'ল মানুহৰ মহানুভৱতা, দুৰ্বলতা, ক্ৰিয়া-প্ৰতিক্ৰিয়া এইবোৰ লক্ষ্য কৰি ভাল পাওঁ। মানুহৰ মনৰ কথাই ধৰকচোন। একেটা ঘটনাই বিভিন্ন সময়ত বিভিন্ন ঠাইত, একেজন মানুহৰ মনত বিভিন্ন প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। অথচ মানুহে একো একোজন মানুহ সম্বন্ধে এটা নিৰ্দিষ্ট ধাৰণা লৈ থাকে। এই ধাৰণাৰ লগত নিমিলিলে আচৰিত হৈ যায়। মানুহৰ ধাৰাবাহিক পৰিৱৰ্তন হৈ থাকে। নিজৰ জীৱনতেই কিমান মানুহ দেখিলো আৰু তেওঁলোকৰ কিমান পৰিৱৰ্তন দেখিলো। বাহিৰৰ যি পৰিৱৰ্তন হয় মানুহৰ ভিতৰৰ পৰিৱৰ্তন তাতকৈ বহুতো বেছি মৌলিক।

সেই কাৰণে নিৰুপম দত্তৰ কথা শুনি মই অলপো আচৰিত নহ'লো। মই দেখি যাওঁ, শুনি যাওঁ। একো মন্তব্য নকৰো। উত্তেজিত হৈ নুঠো। নিৰুপম দত্ত চে গুয়েভাৰাৰ ভক্ত আছিল। চিলিৰ প্ৰেচিডেন্টজনৰ নাম কি আছিল? এলেন্দে বোধ হয়। তেওঁক হত্যা কৰা হৈছে বুলি শুনি নিৰুপম মৰ্মাহত। হোষ্টেলৰ পৰা উদ্ভ্ৰান্ত হৈ মোৰ তালৈ দৌৰি আহিছিল।

'ছাৰ খবৰটো শুনিছেনে?'

সিয়েই মোক চে গুয়েভাৰাৰ ডায়েৰি পঢ়িবলৈ দিছিল। তাৰ তাত্ত্বিক জ্ঞানো আছিল। এতিয়া সি এজন উচ্চপদস্থ বিষয়া। যাক কয় বুৰোক্ৰেট। তাৰ অসীম ক্ষমতা কাৰণ সি কিবা পাৰ্মিট অৰ্থাৎ অনুজ্ঞাপত্ৰ দিব পাৰে। আৰু কি লাগে? সিদিনা মোৰ সম্বন্ধীয় স্নেহভাজন ভাগিন এজনে ক'লে যে নিৰুপমে হেনো প্ৰতিদিন গধূলি খাঁটি স্কচ্ হুইচ্কি খায়। ইণ্ডিয়া মেড ফৰেন লিকাৰ নহয়। একো বটলৰ দাম হেনো দুহেজাৰ নে কিমান টকা। মই এইবোৰ কি জানো? একোটা বটলৰ দাম হেজাৰ টকা নে লাখ টকা সেইবোৰ মোৰ জনাৰ কথাও নহয়। আদাৰ বেপাৰী। আজিকালি পিছে আদাৰো দাম আছে। আদাৰ বেপাৰীও নহওঁ। সিদিনা টাইমছ্ অৱ ইণ্ডিয়াত দেখিলো নাম কৰা ডিজাইনাৰে তৈয়াৰ কৰা এক ছেট পোছাকৰ দাম

হেনো গোল্ডৰ হেজাৰ ডলাৰো হ'ব পাৰে। বহুদিন আগতে দেখিছিলো যে কেন চহুমা এবোতলৰ দাম এক লাখ টকা। আজিকালি নিশ্চয় আৰু বেছি হৈছে। গতিকে খাঁটি স্কচ হুইস্কিৰ কি দাম মই কেনেকৈ জানিম। মই চাহ আৰু কফিহে খাওঁ। নেচকেফৰ দাম বেছি কাৰণে চানৰাইজ কফি খাওঁ। নিৰুপমে স্কচ হুইস্কি খায়, খাওঁক কিন্তু মোৰ ভাগিনজনে জানিলে কেনেকৈ?

'কিয় নাজানিম? আপোনাৰ আগত লুকুৱাই লাভ নাই। মাজে মধ্যে আমিও খাওঁ। নিৰুপমৰ লগত একেলগে বহি খাইছো।'

খাব পাৰে। মোৰ এই ভাগিনজনো একেবাৰে এলা-পেচা মানুহ নহয়।

(২)

এইটো অবস্থাত আজিকালিৰ কথা একোৱেই নাজানো। মোৰ পৰিবাৰেও মোতকৈ বেছি জানে। জানিব। ল'ৰাবোৰৰ লগত, বোৱাৰীৰ লগত তেওঁ কথা পাতে, আলাপ-আলোচনা কৰে। মইতো দিনটো কাৰো লগত একাবাৰ কথা নকওঁ, মোকো কোনেও একো নকয়। বেল বাজি থাকিলে কেতিয়াবা দুৱাৰ খুলি চাবলগীয়া হওঁ বা ফোন বাজি থাকিলে কেতিয়াবা ধৰিবলগীয়া হওঁ। মোক নিবিচাৰে। মই কেৱল যাক বিচাৰে তাক খবৰটো জনাই দিওঁ।

'এই তোমাক মাতিছেহে বা এই তোক বিচাৰিছে।'

এই পৰ্যন্ত। মোৰ দায়িত্ব এইখিনিতেই শেষ। কোনে মাতিছে, কিয় মাতিছে মোৰ জনাৰ প্ৰয়োজন নাই।

সিদিনা মোৰ নাতি ল'ৰাৰ জন্মদিনত ৰমলা আহিছিল। তাইক মাতিব নালাগে। কোনদিনা জন্মদিন তাই জানে, নিজেই আহি উপস্থিত হয়। আমাৰ লগত খুব ভাল, ঘৰৰ ছোৱালীৰ দৰে। হয় এনেকুৱা হয়। একো একোজন বৰ আপোন হৈ পৰে। ইঞ্জিনিয়াৰিং কলেজত নিশা বুলি এজনী ছোৱালী তাৰ ছোৱালী হোষ্টেলত আছিল। একেবাৰে ঘৰৰ ছোৱালীৰ দৰে হৈ পৰিছিল। বন্ধৰ দিনা কেতিয়াবা নিজে গৈ আমাৰ তাত ভাতো খাইছিল। কোনো সংকোচ নাই।

ৰমলাও বৰ ভাল ছোৱালী। জুলজিৰ এম্ এছ চি। সাহিত্যৰ প্ৰতি অনুৰাগ আছে। প্ৰথম সেই সূত্ৰেই পৰিচয়। মোক খুব শ্ৰদ্ধা কৰে। তাই এখন গল্পৰ কিতাপো প্ৰকাশ কৰিছে। মই পাতনি লিখি দিছো। কপটাচৰণ কৰা নাই। গল্পকেইটা সঁচাকৈ ভাল হৈছে। তাইৰ ৰচনাত বিশেষ এক ধৰণৰ আন্তৰিকতা আছে। শব্দটো ঠিক উপযুক্ত নহ'ল। স্বৰ্গীয়া স্নেহ দেৱীৰ গল্পত অন্তৰ স্পৰ্শ কৰিব পৰা যিটো গুণ আছে সেই ধৰণৰ। অনাৱশ্যক জটিলতা সৃষ্টি কৰাৰ সজ্ঞান চেষ্টা নাই। পোনে পোনে অন্তৰ স্পৰ্শ কৰিব পাৰে।

মই মোৰ কোঠাত আলোচনী এখন চাই আছিলো। পৰিবাৰে আহি ক'লে যে ৰমলা যাব ওলাইছে, মোক মাত দিব খুজিছে। তেওঁ মোক লগতে সঁকিয়াই দিলে।

'তাইক দীপকৰ কথা একো নুসুধিবা।'

'দীপক অহা নাই?'

'নাই অহা।'

'কিয়?'

'যোৱাচোন এতিয়া। পিছত ক'ম। তাই থিয় হৈ আছে।'

দীপক ৰমলাৰ স্বামী। ইঞ্জিনিয়াৰ। ভাল ল'ৰা। নুসুধিলো। ৰমলাক দীপকৰ কথা একো নুসুধিলো। পিছে মনত অস্বস্তি লাগি থাকিল। তাই যোৱাৰ পিছত পৰিবাৰক মাতিলো।

'হেৰা।'

'কি হ'ল? কিয় মাতিছা?'

'তুমি ৰমলাক দীপকৰ কথা সুধিবলৈ হাক দিছিলা কিয়?'

'তুমি কেতিয়া কাক কি কোৱা একোতো ঠিক নাই। তাইক দীপকৰ কথা সুধিলে তাই অস্বস্তি নাপাব?'

'কিয়? অস্বস্তি কিয় পায়?'

'ডাইভোৰ্চৰ কেচ চলি আছে। তাই এতিয়া মাকৰ ঘৰত আছে।'

'তোমাক কোনে ক'লে?'

'কোনে ক'ব লাগে? সকলোৱে জানে। তুমিহে একো খবৰ নোপোৱা।'

সঁচাকৈ নাপাওঁ। কিন্তু? কিন্তু সিহঁতে দেখোন নিজেই বিয়া ঠিক কৰিছিল। দৰা-কইনা কাৰো ঘৰৰ অৱশ্যে আপত্তি নাছিল। আপত্তি থকাৰ কথাও নহয়। তেনেহ'লে? মই বিস্মিত হৈ পৰিবাৰক সুধিলো।

'কি হৈছে?'

'মই কেনেকৈ জানিম কি হৈছে? ল'ৰাবোৰ জানো কম? নিজে যি ইচ্ছা তাকেই কৰিব। কোনেও হাক দিব নোৱাৰে কিন্তু পৰিবাৰে হুকুম মতে নচলিলে লাগিল জগৰ। অলপ ইফাল-সিফাল হ'লেই মহা অপৰাধ।'

হয় নেকি? নাজানো। ব্ৰজেনক ক'ব লাগিব যে এতিয়া আৰু মোৰ পক্ষে গল্প লিখা সম্ভৱ নহয়। মই আজিকালিৰ কথা একোৱেই নাজানো।



# ভাগৰ

ইমৰান শ্বাহ

আপুনি নাহিব বুলিয়েই ভাবিছিলো। আহক-বহক। ভালে আছে নহয়।

— আপোনালোকৰ আশীৰ্বাদত।

— আমাৰ আশীৰ্বাদতো সদায় থাকিবই। পিছে এটা কথা কি জানে।

— জানো, কি কথা বা।

— কামৰ মানুহে আশীৰ্বাদলৈ বাট নেচায়। আপোনাৰ সফলতাই সকলোৰে মনোযোগ আকৰ্ষণ কৰিব। ভাল কাম হ'লে অন্তৰেৰে প্ৰশংসা কৰিব। অনুসৰণ কৰিব। সহযোগ কৰিব। এয়াই আচল আশীৰ্বাদ। চৰতীয়া এটা হাত পাতি লৈ ধন-ধান বৃদ্ধি পাবলৈ মগনিয়াই দিয়া আশীৰ্বাদত বেছি মগনিয়াৰ স্বাৰ্থহে নিহিত হৈ থাকে।

—আপুনি ঠিকেই কৈছে। পিছে এটা কথা নহয়।

সেয়া যদি সঁচা হয়, তেন্তে আপুনিতো আমাৰ অজস্ৰজনৰ আশীৰ্বাদ নিতৌ পায়েই আহিছে। এনে অৱস্থাত আপুনি আমাৰ প্ৰত্যাশাক নেওচা দিয়াটো এটা এক প্ৰকাৰৰ কৃতঘ্নতা নহ'ব জানো।

হ'ব। সেয়া মানো বাবেই এই দহোটা বছৰ এই বয়সতো আকৌৰগোজ গঁড়ৰ দৰে কাম কৰি গ'লো। মই ক'লো দেখোন, অনুসৰণ সহযোগ এইবোৰেই আশীৰ্বাদ। নোপোৱা হৈ আহিছো যেন লাগিছে। আৰু নোৱাৰো যেন লাগিছে। মোৰ ভাগৰ লাগিছে ভাগৰ আৰু হতাশা।

— মই বিশ্বাস নকৰো। মইনো আপোনাতকৈ কেইবছৰ সৰু। আঠ, দহ। মই যিমান জানো, আপুনি ক্লান্ত হ'ব নোৱাৰে। হতাশতো নহয়েই। আপুনি এজন যুঁজাৰু। আপুনি সমৰ্পণ নকৰে। হাৰ নেমানে। যুঁজি যোৱাই আপোনাৰ ধৰ্ম।

— শুনি ভাল লাগিছে। সকলো মানুহ তেনেকুৱাই হ'ব লাগে। মৰি যোৱাটো একো ডাঙৰ কথা নহয়। হাৰি যোৱাটো বৰ ডাঙৰ কথা। কিন্তু কথাবোৰ এতিয়া ঠিক তেনেকুৱা নহয়।

— কেলৈ, কি বেলেগনো। সকলো ন্যায়সংগত যুদ্ধইতো অধিকাৰৰ যুদ্ধ।

— কথাবোৰ ঠিক তেনেকুৱা নহয়। যুদ্ধ এখন থাকিব লাগিব। অধিকাৰৰ লগতে যোগ্যতা লাগিব। মই যুঁজি বেয়া নাপাওঁ। কিন্তু কাৰ আৰু কিহৰ বাবে যুঁজিম। হতাশ নহওঁ। কিন্তু আশা কোনটো ভেঁটিত প্ৰতিষ্ঠা কৰো। মৰুভূমিত ক'ত মই পদুমৰ আলুটো গুজি থওঁ। বাঘ আৰু শিয়ালে গিজগিজাই থকা অৰণ্যত মই মোৰ সপোনৰ হৰিণা পোৱালীটো ক'ত খেলিবলৈ এৰি দিওঁ। অকাৰণৰ যুদ্ধতকৈ যুদ্ধ নকৰা ভাল।

কথোপকথনত ভাগ লোৱা মানুহ দুয়োজন মনে মনে থাকিল। খন্তেক সময়লৈ। কিন্তু এই অকণমান সময় বৰ দীঘল। এই নিৰৱতা বৰ সৰৱ। প্ৰথমজন 'উত্তৰণ' নামৰ এখন অভিলাষী ভেন্‌চাৰ স্কুলৰ প্ৰধান শিক্ষক আৰু সম্পাদক। কানাই বৰুৱা দীঘলীয়া ছুটীৰ বাবে দৰ্খাস্ত কৰি ঘৰতে আছে। কথা ওলাই গৈছে, কানাই বৰুৱা আকৌ স্কুললৈ নেযাবও পাৰে। আনজন পৰিচালনা সমিতিৰ সভাপতি। বৰ্ত্তমান জিলা পৰিষদৰ সভাপতি। অচ্যুত মোহন। 'উত্তৰণ' কানাই বৰুৱাৰ এটা সপোন।

— মই অস্বীকাৰ নকৰোঁ। আমাৰ বহুত ভুল আছে। আপুনি ভবা বহুত কথা আমি অনেকে ভালকৈ বুজিকে নেপাব পাৰোঁ। তাত আচৰিত হ'ব লগা একো নাই। এম-এ পাছ কৰিলেই মানুহ বাণী কাকতি নহয়, নহয়। তাতে আমাৰ সমাজ মিশ্ৰিত। ডক্টৰৰ পৰা অনাখৰীলৈ। কিন্তু এটা কথা আপুনি স্বীকাৰ কৰিব লাগিব। 'উত্তৰণ' বুলি ক'লে দূৰ দূৰলৈ মানুহে কানাই বৰুৱাৰ স্কুল বুলিয়ে জানে। মই এই কথা ৰাজহুৱা ভাবে ক'ব নোৱাৰোও, ক'ব নোখোজোও। কিন্তু এটা কথাত আপোনাক নিশ্চয়তা দিব পাৰোঁ। আপোনাক সম্পূৰ্ণ ক্ষমতা আমি দিব পাৰোঁ। আপোনাৰ কোনো কামত পৰিচালনা সমিতিয়ে হকা-বাধা নকৰিব। আপোনাৰ যি কোনো ব্যৱস্থা-গ্ৰহণৰ স্বাধীনতা থাকিব। মাত্ৰ আপুনি আপোনাৰ এই সিদ্ধান্ত পৰিহাৰ কৰক।

ভালেমান সময় মনে মনে থাকি কানাই বৰুৱাই লাহে লাহে ক'লে— আপুনিও মোক ভুলেই বুজিছে। এটা গতিশীল অনুষ্ঠানৰ বাবে কঢ়া শাসন লাগে, ডিক্টেটৰ নেলাগে। আপুনি মোক দিব খোজা পূৰ্ণ-ক্ষমতা এদিন গৈ অনুষ্ঠানটোৰ বাবে প্ৰধান সমস্যা হৈ দেখা দিব। আপুনি এই কথাবোৰ এই মুহূৰ্ত্তৰ কথা চিন্তা কৰি কৈছে। কালিলৈ মোৰ মৃত্যু হ'লে কি হ'ব ভবা নাই। ব্যক্তি প্ৰাধান্যতকৈ সামূহিক প্ৰাধান্য মূল্যবান বুলি ভাবোঁ। আৰু এটা কথা। অনুষ্ঠান-প্ৰতিষ্ঠান, আনকি ব্যক্তিগত ক্ষেত্ৰতো কথাবোৰ পাঁচ-সহ বছৰৰ পিছৰ কথা মনত ৰাখি চিন্তা কৰিব লাগে।

— তাকে ভাবিয়েইতো কৈছো। আপুনি গুৰি নধৰিলে স্কুলখনৰ ভৱিষ্যত দেখোন অন্ধকাৰ হৈ যাব।

— আৰু তাকে ভাবিয়েই মই এনে এটা সিদ্ধান্ত লোৱাৰ চিন্তা কৰিছো। মই কেইটামান সৰু সৰু কথা কওঁ। শুনিবনে?

— কওক। কওক।

— আপুনি যোৱা দহ বছৰৰো বেছি দিন আমাৰ সভাপতি। ব্যক্তি হিচাপে মোৰ ক'বলৈ একো নাই। আপুনি সম্পূৰ্ণ এজন ভাল মানুহ। সদায় সহযোগ কৰাৰ এটা মানসিকতা আপোনাৰ আছে। সময়ত আৰ্থিক ভাবেও নানান সহায় আপুনি আগবঢ়াই আহিছে।

— আচল কথা কওক। মই এজন মানুহহে। অনুষ্ঠানৰ ফালৰ পৰা কওক।

— মানুহ লৈহে অনুষ্ঠান হয়। ঠিকেই আপুনি এজন মানুহ। এনে অনেক, সম্ভৱ হ'লে সকলো মানুহৰ সাধ্যানুসাৰ সহযোগতহে অনুষ্ঠানৰ শ্ৰীবৃদ্ধি হয়।

— আমিতো অসহযোগ কৰা নাই। বৰং.....

— ৰ'ব। কথাবোৰ ঠিক তেনেকুৱা নহয়। কোনেও নাই কৰা। কিন্তু অসহযোগ নকৰা

আৰু সহযোগ কৰা দুয়োটা কথাৰ অৰ্থ এনে নহয়। সমিতি বহিল। আহিল। সম্পাদকৰ কথাত অনুমোদন জনালে। সামান্য যোগ-বিয়োগ কৰিলে। দৰ্কাৰত পুঁজি সংগ্ৰহ কৰি দিলে। এয়া সহযোগহে। সকলো অনষ্ঠানৰ এইখনেই ছবি। আপোনাৰ নিশ্চয় মনত আছে আমাৰ সমিতিত ছাত্ৰ-ছাত্ৰীৰ অৱবাহিকা গাওঁবোৰৰ এজন বা দুজন প্ৰতিনিধি আছে।

— ভালকৈ চলি থকা অনুষ্ঠানত এনেকুৱাই হয়। গণ্ডগোল হ'লেহে সমিতিৰ কাম বাঢ়ে। তাতে আপোনাৰ দৰে মানুহ য'ত থাকে, তাত কোনেও একো চিন্তাই নকৰে।

— কম্প্লাচেন্ট্। গণ্ডগোল হৈছে, মোহন। আৰু ঠিক সেইখিনিতে হৈছে। এই গাওঁবোৰত শিক্ষামুখী পৰিৱেশ এটা যাতে নিৰ্মাণ হয়, পুত্ৰ কন্যাৰ প্ৰতি কৰ্ত্তব্যই যে প্ৰধান কৰ্ত্তব্য সেইকথা যাতে অভিভাৱকসকলে ভাবিবলৈ শিকে, ছাত্ৰসকলেও যাতে বিদ্যালয়ৰ বাহিৰতো একাধিকজন চকু ৰখা মানুহ পায়, তাৰ বাবেই এটা পলিচী লোৱা হৈছিল। এতিয়া দেখোন একোখন গাঁৱৰ মানুহে তেওঁলোকৰ গাঁৱৰ বিদ্যালয়ৰ সদস্য কোন তাকে নেজানে উপস্থিতি অনুভৱ কৰা, দিহা-পৰামৰ্শ পাই থকা দূৰৰ কথা।

— তাৰ বাবে বাৰু মই যত্ন কৰিম। মই নিজে কথা পাতিম।

— কি কৰিব? আপুনি বিশ্বাস কৰেনে কিবা কাম হ'ব?

— যত্ন কৰিলে নিশ্চয় হ'ব।

— মই নেভাবো। অন্তৰৰ তাগিদাত কামৰ বাবে ওলাই অহা মানুহ আৰু কৈ মেলি উলিয়াই অনা মানুহৰ মাজত পাৰ্থক্য আছে। এটাত আপুনি উচৰ্গাৰ মনোভাব পাব। সপোন পাব। ইটোত একো নাপায়। মাত্ৰ যান্ত্ৰিকতা। মনেৰে কৰা কামৰ পৰা বিশেষ লাভ নাই। ই ঐতিহ্য নিৰ্মাণ নকৰে। ঘাইকৈ শিক্ষাৰ ক্ষেত্ৰত। যোৱা দুটা দশকত পৃথিৱীখনত যি পৰিৱৰ্তন হ'ল তাৰ লগত খাপ খোৱাকৈ কাম কৰা মানুহ আপুনি নেপায়।

— কিয়?

— দুই নলীয়া বন্দুকেৰে চিকাৰ কৰি থাই থকা মানুহক হঠাৎ এটা অত্যাধুনিক বন্দুক দি দিলে তেওঁ লক্ষ্যভেদ কৰিব নোৱাৰে। মই ক্লান্ত। আপোনালোকে নতুনকৈ আৰম্ভ কৰক। সকলোৰে পৰা বিচ্ছিন্ন কৰি ছাত্ৰ-ছাত্ৰীক মাত্ৰ পৰীক্ষা ভাল কৰা যন্ত্ৰত পৰিণত কৰা এতিয়াৰ যি শিক্ষাৰ ধাৰা সেয়া মই নোৱাৰো। মই নিবিচাৰো 'উত্তৰণ' গড্ডলিকা প্ৰবাহত গৈ থকা এটা নামমাত্ৰ হওক। গতিশীলতাৰ বাবে নতুনৰ প্ৰয়োজন। নতুন কিবা কৰক। নতুনেৰে।

— তথাপিও আপুনি ভাবি চাওক। বুঢ়াই হেঁচুকিলেহে যায়।

— গোটা বস্তু খাব নোৱাৰা অৱস্থা হ'লে বুঢ়া আঙুলিৰ কাম নাইকিয়া হৈ যায়। নতুনকৈ আৰম্ভ কৰক। চামুচেৰে খুঁওৱাৰ পৰা। মনত ৰাখিব, সোঁতত উটি গৈ থকাক যোৱা বুলি ক'ব নোৱাৰি। নিজে বাট উলিয়াই নিজ লক্ষ্যলৈ যোৱাহে আচল যোৱা। 'উত্তৰণ'ৰ উত্তৰণ ঘটুৱাওক।

(২)

— ছাৰ। আপুনি আৰু 'উত্তৰণ'লৈ নেযায়। সঁচা জানো? আমাৰ বিশ্বাস হোৱা নাই।

— কোনে ক'লে? মইতো নেযাওঁ বুলি কোৱা নাই। মই মাত্ৰ প্ৰধান শিক্ষক আৰু সম্পাদক হৈ থাকিব খোজা নাই। মইতো শিক্ষকেই। নেলাগে বুলি নক'লে গৈ থাকিম।

— কিয় ছাৰ? আমাক বেয়া পাইছে?

— তোমালোকে জানাই, মই কাকো বেয়া পাব নেজানোৱেই। নিজৰ স্বাৰ্থতহে মানুহে আনক বেয়া পায়। মই মোৰ স্বাৰ্থ মোতে আবদ্ধ কৰি ৰাখো। সংঘাত নহয়, কিন্তু এয়া ৰাজহুৱা স্বাৰ্থ। তোমাৰ মোৰ কথা ইয়াত নাই। মানুহে একোটা কাম বা কথা বেয়া পোৱা আৰু একোজন মানুহক বেয়া পোৱা একে নহয়। মই কোনো মানুহক বেয়া নাপাওঁ। ঠিক এতিয়া মই যি কৰা উচিত, সেয়া মই কৰিব পৰা নাই। মোৰ বৰ ভাগৰ লাগিছে, বুজিছা। ক্লান্ত ঘোঁৰাক কোবাই লাভ নাই। মই জিৰণি বিচাৰিছো। কিন্তু দিলে মই পঢ়াই থাকিম। পঢ়াই মোৰ ভাগৰ নেলাগে। পঢ়োৱাটো মোৰ বাবে এটা এলিক্‌চাৰ, এটা কাথ বা সঞ্জীৱনীৰ দৰে।

— আৰু আপুনি আমাৰ বাবে ঠিক সেইটোৱেই। এই বয়সতো আপুনি সোমালেই আমাৰ কমন ৰুমটো জী উঠে। ডেকা হৈ যায়। ছাৰ, আমাক ক'ব। যি কৰিব লাগে আমি কৰি দিম। আপুনি এনেকুৱা সিদ্ধান্ত নল'ব।

— কোনো কামৰ কাৰণে মোৰ ভাগৰ লগা নাই। আৰু কৰিবলৈ কোৱাতকৈ একেলগে কৰি মই ভাল পাওঁ। এই বয়সতো মনোমত কাম মই ঘণ্টাৰ পিচত ঘণ্টা কৰি থাকিব পাৰো। এইটো অন্য ধৰণৰ ভাগৰ। তোমালোকে বুজিবলৈ টান পাবা। মোৰ মনোজগতখন ক্ৰমাৎ হেৰাই গৈছে। আন এখন জগতত বিচৰণ কৰা টান হৈছে। অনভ্যস্ত, গতিকেই। এটা মানসিক-আবেগিক ক্লান্তি বুলিও ক'ব পাৰো। এই বয়সত এইটো বেয়া কথা। মানুহে ইয়াক টেন্‌চন বুলিও ক'ব। মোৰ মতে ঠিক টেন্‌চন নহয়। ভাগৰহে। তোমালোকে জানা, এতিয়ালৈ মোৰ একো বয়সৰ বেমাৰ নাই। কিন্তু এই ভাগৰে মোৰ স্বাস্থ্যত প্ৰভাব পেলাব। মই বেমাৰী হ'ব নোখোজো। মোৰ ইমানবোৰ কাম কৰিবলৈ আছে। এতিয়াও।

— তথাপিও ছাৰ। কেৱল মৰমৰ বাবে। আমাক দলনিত পোনা....

— তেনেকৈ নক'বা। নেভাবিবা। মৰমৰ ক্ষেত্ৰ আৰু বাস্তৱৰ ক্ষেত্ৰ একে নহয়। আৰু এটা কথা। কোনেও কাকো নিথৰুৱা কৰিব নোৱাৰে। আমি প্ৰত্যেকেই নিজৰ ভাগ্যৰ মালিক। আমাৰ কামেই হ'ল নিজক চিনি পোৱা।

— ছাৰ.....

— দুটামান কথা কওঁ। বেয়া পাবানেকি? গাত লাগিব কিন্তু। সৰু কথা। কিন্তু আচলতে সৰু কথা নহয়। বেজীটো মান ফুটা এটায়ো বৰ নাও বুৰাই দিব পাৰে।

— কওঁক, ছাৰ......

—আমি শিক্ষক। বৰ জটিল, বৰ সূক্ষ্ম, বৰ সাধনাৰ জীৱন শিক্ষকৰ জীৱন। অলপ যত্ন কৰিলে নাম কৰা, জনপ্ৰিয় শিক্ষক হ'ব পাৰি। কিন্তু প্ৰকৃত শিক্ষক-পাৰ্ফেক্ট হোৱা বৰ টান কাম। প্ৰায় অসম্ভৱৰ দৰে। মই তোমালোকক এনেকৈ কৰা, তেনেকৈ কৰা, এনেকৈ নকৰিবা, তেনেকৈ নকৰিবা, এইবোৰ পৰাপক্ষত কেতিয়াও কোৱা নাই। মই সদায় বিচাৰিছিলো তোমালোকে নিজক আৱিষ্কাৰ কৰাটো। মই সফল হোৱা নাই। কিয় মই নেজানো। আৰু সেইটো নিশ্চয় মোৰ সীমাবদ্ধতা।

— ছাৰ। আপোনাৰ নহয়, আমাৰ। আমি বোধহয় 'চাকৰি'ৰ বৃত্তটোৰ বাহিৰলৈ ওলাব

পৰা নাই।

— চাকৰিৰ বৃত্ত। হ'ব পাৰে। তোমালোকে ভাবি চাবাচোন। তোমালোক কোনোবা অহাত পলম হ'লে, শ্ৰেণীলৈ যোৱাত পলম হ'লে, মই নিজে সেই শ্ৰেণীলৈ গুচি গৈছিলো। হয়নে নাই?

— ছাৰ....

— মোৰ দুটা উদ্দেশ্য আছিল। তোমালোকে যাতে শিক্ষাদানৰ প্ৰতিটো মুহূৰ্তৰ গুৰুত্ব সম্পৰ্কত সচেতন হোৱা। আৰু ছাত্ৰসকলে তোমালোকৰ শিক্ষাদানৰ প্ৰতি থকা আগ্ৰহ সম্পৰ্কত অকণমানো সন্দিহান নহয়। সামান্যতম ভাৱেও ছাত্ৰৰ বিশ্বাস হেৰুৱালে শিক্ষাদান আৰু গ্ৰহণ দুয়োটাই সফল হোৱা টান। অনেক বছৰ মই এই আদৰ্শটো তোমালোকক দেখুৱালো। কিন্তু কোনেও মন নকৰিলা। দুই এজনে বৰং ধৰি লোৱা হ'ল যে ছাত্ৰে ক্লাচটো লৈ ল'বই যেতিয়া চিন্তা নাই।

— আপুনি ছাৰ, আমাক বকিব লাগিছিল।

— মই বনুৱাৰ ওপৰত মহৰী থকা কথাটোৱেই বেয়া পাওঁ। শিক্ষকৰ ক্ষেত্ৰত.....

— ছাৰ .....

— মই শিক্ষকসকলক কেতিয়াও পঢ়িবলৈ তাগিদা দিয়া নাই। জোৰ কৰা নাই। মই জানো শিক্ষকৰ বাবে অধ্যয়ন অপৰিহাৰ্য। কিন্তু এই অধ্যয়ন ঠিক কেনেকুৱা হ'ব লাগে সেয়া বান্ধি দিব নোৱাৰি। ছাত্ৰৰ প্ৰয়োজন অনুসৰি সেই অধ্যয়ন সঞ্চৰণশীল হ'বই লাগিব, সেয়ে মই সুবিধা পালেই নানা কথা তোমালোকৰ আগত উলিয়াই লৈছিলো। এনে কোনো বিষয় নাই যিটো মই পঢ়ি জানিবলৈ যত্ন কৰা নাই আৰু তোমালোকৰ আগত নজনা ভাও জুৰি উলিয়াই লোৱা নাই। কিন্তু মই আশা কৰা ধৰণে সঁহাৰি প্ৰায়ে পোৱা নাছিলো। অলপতে কি হ'ল জানা। খবৰ ওলাল এই বছৰ ২৯ আগষ্টত মঙ্গল গ্ৰহ বিশেষভাৱে চাবলগীয়া হ'ব। মই পঢ়া আৰম্ভ কৰিলো। জ্যোতিৰ্বিদ্যাৰ কিতাপ লুটিয়ালো। আগেয়ে নজনা বহুত নতুন কথা শিকিলো আৰু সাধাৰণভাৱে এদিন এখন পপুলাৰ ছায়েন্সৰ সংশ্লিষ্ট কিতাপ সকলোৱে দেখাকৈ মেজত থৈ দিলো। কিন্তু কোনেও কিতাপখনৰ প্ৰতি একো আগ্ৰহ নেদেখুৱালে। আমাৰ ল'ৰা-ছোৱালীক প্ৰকৃতিৰ এটা চিত্তাকৰ্ষক পৰিঘটনাৰ প্ৰতি আমিয়ে যদি আকৰ্ষিত নকৰো কোনে কৰিব। উৎসাহ এটা লাগে। আগ্ৰহ একোতে নোহোৱা হৈছে।

— ছাৰ.....

— মই কৈ যাব পাৰিম। আমি টিপিকেল শিক্ষক হৈছো। বোধহয় মেকানিকেল কোৱা ভাল। ব্যক্তি হিচাপে আমাৰ একো নাই। চাকৰি কৰিছো। শিক্ষকৰ সাধনা নাই কৰা। আমি কাকো দোষো দিব নোৱাৰো আৰু একো কৰিবও নোৱাৰো। চকুৰ আগত বহুত কিবা-কিবি ভাগি-ছিগি যোৱা চাই থকাতকৈ আঁতৰি অহা ভাল। এই সময়টোৱেই বেয়াৰ পৰা বেয়ালৈ গৈ আছে। শিক্ষাৰ ধাৰণাই বেলেগ হ'বলৈ আৰম্ভ কৰিছে। যিটো বুজাৰ ক্ষমতা মোৰ নাই।

— ছাৰ.......

— মোৰ বৰ ভাগৰ লাগিছে জানা। শিক্ষাৰ ক্ষেত্ৰখন এক প্ৰকাৰৰ এক যুদ্ধৰ ক্ষেত্ৰ।

ইয়াত প্ৰতিজন শিক্ষক একোজন যোদ্ধা। নিজ নিজ ৰণ-কৌশলেৰে তেওঁলোকে শিক্ষা-বিমুখীতাৰ বিৰুদ্ধে যুঁজিব লাগে। এই যুদ্ধ তেওঁলোকে নিজেই কৰিব লাগিব। কালেকো বাট চাব নোৱাৰে বা তেওঁলোকৰ হৈ আনে যুঁজি দিব নোৱাৰে। আমি কেতিয়াও এনে ধাৰণা ভুলতো কৰিব নোৱাৰো যে আজিকালি ছাত্ৰবোৰ বেয়া হ'ল। শিকালেও লাভ নাই। নোৱাৰে। এনে শিক্ষকে বিশ্বশ্ৰেষ্ঠ মনিষীসকলৰ জীৱন অধ্যয়ন কৰা নাই। বোপদেওৰ সাধু নেজানে। সকলো ধৰণৰ মানুহৰেই নিজা নিজা একোটা বাল্যকাল থাকে আৰু প্ৰতিজন শিক্ষকে বিচিত্ৰ বাল্যকালৰ কথা জানিব লাগে।

— ছাৰ ......

(৩)

— আমি আহিছিলো ছাৰ।

— অ' তোমালোক। তোমালোক কেউটাটো ফাৰ্ষ্ট ছেকেণ্ড হোৱা ল'ৰা। তোমালোকৰ আকৌ কি হ'ল?

— ছাৰ, আপুনি .....

— পঢ়া ল'ৰাক সেইবোৰ কেলৈ? যোৱা, মন দি পঢ়া-শুনা কৰাগৈ। কৰ্ত্তব্য কৰা। শিক্ষক তোমালোকৰ বাবে গৌণ। একলব্যক দেখা নাই। কোনো শিক্ষক অপৰিহাৰ্য নহয়, পঢ়া ল'ৰাৰ বাবে।

— ছাৰ। আমি অকলে অহা নাই। আমি আটাইবোৰ আহিছো।

— হায়। হায়। এয়া কি কাণ্ড।

— ছাৰ। আমি প্ৰত্যেকেই কিবা নহয় কিবা কাৰণত আপোনাক কেতিয়াবা মনত দুঃখ দিছো। আমি বেয়া ল'ৰা। কিন্তু আমি আপোনাক ভাল পাওঁ। ছাৰ, আপুনি 'উত্তৰণ' নেৰিব। লাগিলে আমাক খেদি দিয়ক।

— তেনেকৈ নক'বা। তেনেকৈ নক'বা। তোমালোকো মোৰ সমানেই মৰমৰ। মই বেয়া পাইছো আন এটা কাৰণতহে।

— ছাৰ। কওক ছাৰ। আমি সেইমতেই চলিম।

— যোৱা। আমাৰ আটাইতকৈ ভাল আৰু আটাইতকৈ দুষ্ট দুয়োটা ছাত্ৰই মোৰ প্ৰিয়। মোৰ দুঃখ আন এঠাইতহে। পুলি এটা ৰুলেও উভতি নেচালে সাধাৰণ বন-পাতেই পুলিটো নষ্ট কৰি পেলাব পাৰে। গৰু-ছাগলীটো আছেই। ইমান খেলি-মেলি গণ্ডগোলীয়া এটা সময় চলি আছে, সমাজ নিদ্ৰিত, ইয়াত নিজৰ ল'ৰা ছোৱালীক এৰি দি অভিভাৱকসকল কেনেকৈ নিৰ্বিকাৰ হৈ থাকিব পাৰে। অনেক মাতিলো। অনেক অনুৰোধ কৰিলো। কাৰো কাণসাৰ নাই। সকলোৱে যেন একো নেদেখে, একো নুশুনে। কি হ'ব। আমি অকলে কি কৰিব পাৰিম। দেশখন আচলতে কাৰ? সামান্যতম স্বাস্থ্যবিধিও মানি নচলা মানুহৰ বেমাৰৰ বাবে কাক দোষ দিব পাৰি।

— ছাৰ।

— কিবা ক'বা?

— ছাৰ, আমি ঠিক কৰিছোঁ। আমি নিজেই কিবা-কিবি কৰিম। কালৈকো বাট নেচাওঁ। কালৈকো। আমাৰ অতি দুষ্ট ল'ৰাটোকো আমিয়েই বুজাম। আমি পাৰিম ছাৰ।

— কৰিবা। আৰে, ৰ'দ ওলালেতো বোকা-পানী নিজেই শুকাই যায়। গেলা, পঁচা, গোন্ধ-ভাপ বীজাণু। তোমালোকতো ৰ'দেই। জিলিকি উঠা। দেখিবা সকলো নিজে নিজেই তৎপৰ হৈ উঠিব। তোমালোকৰ শুই থকা অভিভাৱক সাৰ পাই উঠিব।

— ছাৰ।

— অন্তহীন হতাশাৰ ডাবৰ আঁতৰি গ'লেই সকলো ঠিক-ঠাক হৈ যাব। যোৱা। কামত লাগাগৈ।

— ছাৰ, আমি .....

— মইতো তোমালোকৰ লগতে। গাটো ভাল লাগিছে। মনটোও। গা মন ভালে থাকিলে মানুহৰ ভাগৰ বৰকৈ নেলাগে।★★

# অথচ

## মহেন্দ্ৰ বৰঠাকুৰ

ইলিমুদ্দিন ওৰফে প্ৰতুল তালুকদাৰ মৰিল। খবৰটো শুনি দিবাকৰৰ বুকুখনে হাহাকাৰ কৰি উঠিল। খন্তেক সময় তভক মাৰি ৰ'ল। তাৰ চকুৰ আগত কেইখনমান মুখ ভাহি উঠিল। আলিচাচা, খুড়ী আৰু জেইবুন্নিছাৰ মুখ। দিবাকৰৰ এনে লাগিল যেন এই মুহূৰ্ততে গৈ তেওঁলোকৰ ওচৰত সি থিয় হ'বগৈ। যেন জেইবুনক ক'বগৈ, 'তুমি কন্দাকটা কৰি চাচা আৰু খুড়ীক বেছি দুখ নিদিবা। তেওঁলোকক তুমিয়েই বুজাব লাগিব। তুমিয়েই সান্ত্বনা দিব লাগিব।' কিন্তু সেই কাম সি কৰিব নোৱাৰে। ইচ্ছা থাকিলেও সি কৰিব নোৱাৰে। এক অদৃশ্য শিকলিৰে তাৰ হাত-ভৰি বান্ধি থৈছে, এক অদৃশ্য শক্তিয়ে তাৰ জিভা একপ্ৰকাৰ অলৰ কৰি থৈছে। কাৰণ সি.......

ইলিমুদ্দিনহঁতৰ ঘৰলৈ সি প্ৰথম গৈছিল সেই নিশা। এৰা আঠ বছৰৰ আগৰ, নবছৰেই হ'বৰ হ'ল। তাৰিখ চাৰিখবোৰ মনত ৰখা নাই, কিন্তু মনত আছে মাজনিশা সি ইলিমুদ্দিনৰ ঘৰৰ বাঁহৰ দুৱাৰখনত খুব মৃদুভাৱে দুটা দুটাকৈ তিনিবাৰ টোকৰ মাৰিছিল। ইলিমে তাক শিকাই পঠিয়াইছিল কেনেকৈ টোকৰ কেইটা মাৰিব। ৰাতি যিমানেই নহওক কিয়— সেই টোকৰকেইটা শুনিলেই তাৰ আব্বাজানে দুৱাৰ মেলি দিবই। ক'বলৈ গ'লে তাৰ আব্বাজান ৰাতি নোশোৱেই। সন্ধিয়াতে, আনবোৰ সাৰে থাকোতেই শুই লয়। ইলিমে শিকায় দিয়াৰ দৰেই দিবাকৰে মাজনিশা গৈ দুৱাৰত টুকুৰিয়ালে। মুখেৰে একো শব্দ কৰা নাছিল। অলপ পিছতে দুৱাৰখন খোল খালে। আলিচাচাই খুলিলে। হাতত ক্ষীণ পোহৰৰ লেম্পটো। চিম্‌নিটোৰ ওপৰ অংশ ধোঁৱাই ক'লা কৰি থৈছে। দুৱাৰখন খোলাৰ লগে লগেই দিবাকৰ ভিতৰ সোমায় আহিল। কিবা এটা সি ক'ব খুজিছিল। সম্ভৱ ক'ব খুজিছিল যে সি ইলিমুদ্দিনৰ ওচৰৰ পৰা আহিছে। ইলিমেই তাক পঠিয়াইছে। পিছে আলিচাচাই তাক একো ক'বলৈ নিদিলে। তৰ্জনিটো ওঁঠত লগাই ইংগিতেৰে বুজালে, 'মনে মনে, কথা নক'বা।' সি মেলিব খোজা মুখখন লাহে লাহে জপায় আনিলে। চাচাই দুৱাৰখন বন্ধ কৰি দিলে আৰু ইংগিতেৰে চকীখন দেখুৱাই বহিবলৈ কৈ ভিতৰ সোমাল। লেম্পটো হাততে লৈ গ'ল। সি আন্ধাৰতে বহি থাকিল। ইলিমুদ্দিনে কৈ পঠিয়াইছিল, 'তোৰ টোকৰকেইটা শুনিয়েই আব্বাজানে চিনি পাব তই কোন আৰু ক'ৰ পৰা গৈছ। আমাৰ ঘৰত এতিয়া তিনিটাই প্ৰাণী— আব্বাজান, আম্মা আৰু জেইবুন, জেইবুন্নিছা। আমি তিনিটা ককাই ভাই আৰু জেইবুন একমাত্ৰ ভনী। মোৰ তলৰে, মোতকৈ তিনিবছৰৰ সৰু।' দিবাকৰক সি আৰু কৈছিল যে তাৰ ককায়েক দুটাৰ ডাঙৰটোৰে বিয়া বাৰু কৰায় বেলেগ হৈ গ'ল। ঘৰলৈ বৰকৈ আহ-যাহ নকৰে। নিজা মটৰ গেৰেজ এটা আছে। শহৰেকেই পাতি দিয়া। মাটিও শহৰেকৰ, দ্বিতীয়টো পুলিচৰ হাবিলদাৰ আছিল, ডকাইতৰ গুলী খাই মৰিল। বিয়া বন্দবস্ত হৈছিল। ইলিমুদ্দিনেই দিবাকৰক কৈছিল, 'আব্বাজানক তই চাচা

বুলিয়েই মাতিব লাগিব।' সঁচা, চাচা বহুত সময়ৰ পিছতহে ওলাই আহিল, যেতিয়া দিবাকৰে সুধিলে, 'জেউবুন ক'ত। ইলিমে মোক তাইৰ কথা কৈছে।' তাৰ পিছত, খুড়ীয়ে ভিতৰলৈ গৈ যেতিয়া ধমকি দিয়াৰ দৰে তাইক ক'লে, 'তাইনো চুক ভেকুলীৰ দৰে সোমাই যে আছ, নোলাব কেলেই।' তাৰ পিছত তাই ওলাই আহিছিল। সেমেনা-সেমেনিকৈ অলপ আঁতৰত তাই থিয় হৈ ৰৈছিল। কথাবোৰ দিবাকৰৰ যোৱা নিশাৰ কথা যেন লাগিল। চাচাই তাক ক'বপৰা আহিছে, কি কথা একো নুসুধিলে। দুৱাৰৰ টোকৰকেইটাত চাচাই চিনি পাই গ'ল সি ক'ৰ পৰা গৈছিল। বুজি পালে সি বাবলুৰ খবৰ লৈ অহা ল'ৰা। ইলিমুদ্দিনক ঘৰত মতা নাম বাব্‌লু। তাক অন্য একো কথা নোসোধাকৈ পিছফালৰ চোতাললৈ লৈ গ'ল আৰু মুখ-হাত ধুবলৈ দিলে। সি নিজেও আৰম্ভ কৰিব খুজিছিল বাব্‌লুৰ কথা। দুৱাৰমান কৈছিলো, 'সি ভালে আছে? মোক এইফালে পঠোৱাৰ বাবে সি মোক আপোনালোকৰ খবৰ লৈ যাবলৈ ক'লে। তাৰ বাবে........' নাই, চাচাহঁত কোনেও তাৰ প্ৰতি অৰ্থাৎ বাব্‌লুৰ বিষয়ে সি ক'ব খোজা কথাকেইটাৰ প্ৰতি, কোনো উৎসাহ নেদেখুৱালে। দিবাকৰক অন্য কথাহে দুই-এটা সুধিলে। যেনে, 'ভাত হয় মানে চাহ একাপ খাবা নেকি? নে একেবাৰে ভাতকে খাবা।' আৰু' 'গৰৈ মাছ দুটামান জীয়াই থোৱা আছে। নিজে মৰা মাছ পুৰি দিব নেকি?' ইত্যাদি। গৰৈ মাছ, পুৰি তাৰ পিটিকাৰে সৈতে খোৱা ভাতকেইটাৰ জুতি দিবাকৰে কিজানি পাহৰিব নোৱাৰে, ওৰেটো জীৱনত পাহৰিব নোৱাৰে। এবাৰ মাহৰ মুৰত সেইদিনা সি ভাতকেইটা খাইছিল, সাদিনৰ পিছত সি মানুহৰ ঘৰৰ মজিয়া গচকিছিল। ভাতকেইটা খোৱাৰ পিছত ভাগৰে তাক-হেঁচো মাৰি ধৰিছিল। বিছনালৈ যাবলৈ মন গৈছিল। যোৱা ভালেমান দিন ধৰি নিশ্চিন্তে শুব পৰা নাছিল। এঠাইৰ পৰা আন এঠাইলৈ গৈছে। লগত ইলিমুদ্দিন। যিকোনো ঠাইলৈ সিহঁত আগতীয়াকৈ যায়। বুজ বাজ লয়। সিহঁতৰ পৰা নিৰাপদ সংকেট পালেহে দলটোৱে যাত্ৰা কৰে। দিবাকৰ আৰু ইলিমে মধুৰিআম এটা পালেও একামোৰ ইটোৱে, একামোৰ সিটোৱে ভাগ কৰি খাইছে। দুয়োটাই একেলগেই প্ৰয়োজনত মৰণকো সাৱটি লোৱাৰ সংকল্প লৈছে।

ভাতকেইটা খাই উঠি যেতিয়া বিছনাখনত পৰিলহি তেতিয়া তাক যেন কেউদিনৰ ভাগৰে হেঁচা মাৰি ধৰিলে। চিলমিল টোপনি ধৰিছিল মাত্ৰ হঠাৎ শুনিলে খুড়ীৰ মাত, 'শুলা নেকি? টোপনি ধৰিলে?' দিবাকৰে বহলকৈ চকুহাল মেলি দিলে।

'খুড়ী।' ক'ব নোৱাৰাকৈয়ে তাৰ মুখত শব্দটো ওলাল।

'তুমি আৰু' পুৱাই পুৱাই যাবাগৈ নহয়?' বৰ সৰু সৰু মাতেৰে খুড়ীয়ে সুধিলে।

— এৰা, পোহৰ হোৱাৰ আগতেই যামগৈ। ইলিমে কৈছিল খা-খবৰ লৈ যাবলৈ আৰু ৰাতিটো ইয়াতেই অলপ সময় জিৰণি ল'বলৈ। সেইবাবেহে সোমালো। কাইলৈ মই বহুত দূৰ পামগৈ।

অলপ সময় খুড়ীয়ে একো কথাকে নক'লে। 'বহুত দূৰ পামগৈ' বোলোতে ক'লৈ কিমান দূৰলৈ যাম সেইটোও নুসুধিলে। নীৰৱতা ভাঙিবৰ কাৰণে ময়েই সুধিলো, 'চাচা শুলে?'

— বিছনাত পৰি আছে। ৰাতিটো তেওঁ নোসোৱেই বুলিব পাৰি। ৰাতি যেতিয়াই তেতিয়াই আৰ্মি আহে। বৰ জুলুম কৰেহি। অথচ বাব্‌লুৰ বিষয়ে আমি একো নাজানোও, জানিবও নোখোজো।

— তাৰ বিষয়ে একো জানিবও নোখোজে?

— মই মাক। মোৰ জানিবৰ মন নাযায় বুলি মিছা মাতিলে কি হ'ব? কিন্তু তোমাৰ চাচাৰে মানা কৰিছে— তাৰ বিষয়ে আমি কোনেও যেন একো জানিব নোখোজো। তোমাকো কৈছে— তুমিও চাচাৰক তাৰ বিষয়ে, তোমালোকৰ বিষয়ে একো নক'বা। কিন্তু মোৰ জানিবলৈ মন যায়— সি ভালে আছেনে?

কথাষাৰ কওঁতে খুড়ীৰ মাতটো কঁপিছিল। ঠিক সেইখিনি সময়তে জেইবুনো আহি মাকৰ ওচৰ চাপিছিল। তাই খুব সৰু সৰু মাতেৰে মাকক কৈছিল, 'আব্বাজানে মাতিছে।' খুড়ী ঘপকৈ উঠিল আৰু 'সি ভালে আছেনে' বুলি কৰা প্ৰশ্নটোৰ উত্তৰ নুশুনাকৈ দিবাকৰৰ ওচৰৰ পৰা আঁতৰি গৈছিল।

ইয়াৰ পিছত বহুত কিবা কিবি হৈ গ'ল। বহুত ধুমুহা পাৰ হ'ল। বহুত সহযোদ্ধা হেৰাই গ'ল। ভৱিষ্যতৰ একো একোজন যথাৰ্থ অসমীয়া অকালতে শেষ হৈ গ'ল। দিবাকৰেও অনুভৱ কৰিলে এনেকৈ নহ'ব। ক'ৰবাত গোলমাল হৈ গৈছে। এনেকৈ মৃত্যুক মাতি অনাৰ কোনো অৰ্থ নাই। যুক্তিতকৈ আবেগে যেতিয়া সংগ্ৰাম ভূমি ধুঁৱলি-কুঁৱলি কৰিছে, এই মুহূৰ্তত প্ৰতিটো খোজ সতৰ্ক হৈ দিব লাগিব। অতি সতৰ্ক হৈ। বহুতদিন সি নিজৰ লগত যুঁজিলে। নিজৰ লগতে নিজে তৰ্ক কৰিলে। এইবোৰ শক্তিৰ অযথা ক্ষয় হৈছে নেকি? শত্ৰুৰ শক্তিৰ যথাৰ্থ হিচাপ সিহঁতে শুদ্ধভাৱে কৰিব পাৰিছেনে? পিছ মুহূৰ্ততে আৰু' ভাবে শত্ৰুৰ ওচৰত কি আঁঠু ল'ব? সিহঁতৰ কৃপা ভিক্ষা খুজিব? ওহো, তাৰ খেলিমেলি লাগি যায়। আওমৰণেৰে মৰিবলৈ যোৱাৰ নাম কি বীৰত্ব? সি মনে মনে সিহঁতৰ নিজৰ শক্তিৰ হিচাপ কৰে। হিচাপ কৰে সিহঁতৰ যোদ্ধাৰ সংখ্যা। হতাশ হৈ পৰে। তাৰ কান্দি পেলাবৰ মন যায়। বহুত সহযোদ্ধাই ইতিমধ্যে 'আত্মসমৰ্পণ' কৰিলে। বহুতেই সিহঁতক বিশ্বাসঘাতকতাও কৰিলে। সি বিশ্বাসঘাতকতা কৰিব নোৱাৰে, কিন্তু সেইবুলি সি জেদ ধৰি নিশ্চিত মৃত্যুৰ বাটেৰে, পৰাজয়ৰ বাটেৰে গৈও থাকিব নোখোজে।

এদিন সি বহু উজাগৰী নিশা অতিবাহিত কৰাৰ পিছত, অস্ত্ৰ এৰি পেলালে। কিন্তু ইয়াৰ নাম 'আত্মসমৰ্পণ' নহয়, অস্ত্ৰসমৰ্পণ। সি অনুভৱ কৰিলে এনেকৈ নহ'ব। সি বাহিৰৰ জগতখনলৈ ওলাই আহিল। কিন্তু চৰকাৰী অনুগ্ৰহ গ্ৰহণ নকৰিলে। গাঁৱৰ ঘৰৰ ওচৰৰ চাৰিআলিতে এখন সৰু দোকান দিলে, কিতাপ-কাগজকে ধৰি স্কুলীয়া ল'ৰা-ছোৱালীৰ বাবে প্ৰয়োজনীয় বয়বস্তুৰ। কিন্তু সুখেৰে সি থাকিবলৈ নাপালে। প্ৰতি মুহূৰ্ততে আৰক্ষী-সেনা আহি তাক ইটো-সিটো সুধিবলৈ ধৰিলে, এতিয়াও সশস্ত্ৰ সংগ্ৰামত অবিচল বন্ধুসকলৰ গোপন ঘাটি দেখুৱাই দিবলৈ জোৰ কৰিলে। সেই কাম সি কৰিব নোৱাৰে। সি কাবৌ কৰি ক'লে, 'মোক শান্তিৰে থাকিবলৈ দিয়ক। মোক আপোন শক্তিৰে জীয়াই থাকিবলৈ দিয়ক। মোক নতুন কৰ্মঠ জীৱনত আগবাঢ়িবলৈ দিয়ক।' কিন্তু কোনে শুনে তাৰ কথা? আৰক্ষী আৰু সেনাক খবৰ লাগে, সি সিহঁতক সহযোগ কৰিব লাগে। অন্যথা সিও উগ্ৰপন্থীৰ সমৰ্থক বুলি ধৰি লোৱা হ'ব। তাৰ 'আত্মসমৰ্পণ'ক কৌশলৰূপে গণ্য কৰা হ'ব। দিবাকৰ বলিয়াৰ দৰে হ'ল। সি ঘৰ এৰি য'তে-ত'তে পলাই ফুৰিবলগীয়া হ'ল। কিন্তু ক'তো শান্তি নাই। য'তে-ত'তে, যিকোনো ঠাইতে তাক বিচাৰি ফুৰা হ'ল। তাৰ সহযোগ লাগে। অধৈৰ্য হৈ সি ক'লে, 'মই আত্মসমৰ্পণ কৰা নাই, অস্ত্ৰসমৰ্পণ কৰিছো। মই প্ৰলোভনত প্ৰলোভিত হৈ এই কাম কৰা

নাই, মই অনুভৱ কৰিছে কৰিছো। দেশখনক মই ভাল পাওঁ। জাতিটোক মই ভাল পাওঁ, সং হৈ মই জাতিৰ সেৱা কৰিবলৈ বিচাৰিছো।' কিন্তু তাৰ সিমানবোৰ কথা শুনে কোনে? তাৰ সিমানবোৰ কথা বুজে কোনে? কোনেও তাক বিশ্বাস নকৰে। বিশ্বাস নকৰে তাৰ সহযোদ্ধাসকলে। সিহঁতে কয়, 'ই যুদ্ধ এৰি, আমাক এৰি বিশ্বাসঘাতকতা কৰিলে। ই আমাৰ শত্ৰু হ'ল। বিশ্বাস নকৰে চৰকাৰী যন্ত্ৰই, একাংশ ৰাইজে। কিন্তু সি দৃঢ় হ'ল। সি ভুল কৰা নাই। দেশক সি ভাল পায়, জাতিক সি ভাল পায়— এই সত্যই তাৰ বাবে একমাত্ৰ সত্য। বাৰম্বাৰ আৰক্ষী সেনাই তাক জুলুম কৰিলেহি ভাবুকি আছিল সশস্ত্ৰ সংগ্ৰামীৰ পৰা, আত্মসমৰ্পণকাৰীৰ পৰা। তাক কোনেও শান্তিত থাকিবলৈ নিদিয়া হ'ল। অনুভৱ সি নিজেই কৰিছে যে অযথা শক্তি ক্ষয় কৰি দেশখনক, জাতিটোক আৰু দুখীয়া কৰাৰ অৰ্থ নাই। ইলিমুদ্দিনহঁতক সি সেইকথাবাৰ কোৱাৰ কাৰণে সিহঁতে তাক বিশ্বাসঘাতক বুলিলে।' মই আত্মসমৰ্পণ কৰা নাই, কৰিছো অস্ত্ৰসমৰ্পণ, এই কথা কোৱাৰ কাৰণে আত্মসমৰ্পণকাৰী দলটোৱে তাক সন্দেহত ৰাখিলে। ........

ইলিমুদ্দিনক সি বৰ আপোন ভাবিছিল। দুয়োটাই বহু বিপদৰ সময়ত একেলগে আছিল, একেলগে বিপদৰ মুখামুখী হৈছিল। সি জানে ইলিমে তাৰ বুকুৰ বহুতখিনি ঠাই অধিকাৰ কৰি আছে। এই ইলিমুদ্দিনৰ, ওৰফে প্ৰতুল তালুকদাৰৰ মৃত্যু হ'ল। সেনা-আৰক্ষীয়ে ধৰি নি নিৰ্মম অত্যাচাৰ কৰি তাৰ দেহা ঘূণীয়া কৰিলে। দুদিন হাস্পতালত থাকি তাৰ মৃত্যু হ'ল। খবৰটো সি লগে লগেই পাইছিল। কিন্তু.... নাই সি তাৰ বৃদ্ধ মাক-দেউতাকক মাত এষাৰ দিবলৈ যাব নোৱাৰে। সেনা-আৰক্ষীৰ ভয়, আত্মসমৰ্পণকাৰীৰ ভয়, সশস্ত্ৰ বিপ্লৱীসকলৰ প্ৰতি ভয়। সি কি দোষ কৰিলে? যদি দোষো কৰিছিল তাৰ কি সংশোধন নাই। কিন্তু সি জানে সি দোষ কৰা নাই। সি এটা বেলেগ জীৱন বিচাৰিছে, সি জাতিৰ সেৱা কৰিবলৈ বিচাৰিছে। অথচ......★★

# সমাহাৰ

**ৰত্ন ওজা**

মাক কৃতাঞ্জলি কাকতিয়ে পুতেক সমাহাৰ হ্যফলঙলৈ বুলি ঘৰৰ পৰা ওলাই যোৱাৰ পিচতে তাৰ কাপোৰকানি তিয়াই দিয়ে। জীয়েক সোতৰ বছৰীয়া জুৰণিয়ে ককায়েকৰ কোঠালীৰ ছেদেলি-ভেদেলি হৈ থকা বস্তুবোৰ সামৰে। তেনেতে বাপেক কমলহাস কাকতিয়ে আহি সমাহাৰৰ বাবে কিমান কষ্টেৰে ৰেলত বহা আসন যোগাৰ কৰি দিছে সেই বিষয়ে গল্প কোৱা দি কয়। জুৰণি আৰু কৃতাঞ্জলিয়ে অতি আগ্ৰহেৰে শুনে। এটা সময়ত সমাহাৰ যাত্ৰীৰ ভিৰ ঠেলি ৰেলৰ ডবা এটাত সোমাই আসনত বহা বুলি কোৱাৰ পিচত কৃতাঞ্জলিয়ে স্বস্তিৰ নিশ্বাস কাঢ়ে।

সেই সময়তে কান্ধত এটা বিহুঢোল ওলোমাই, এহাতত কাপোৰৰ বেগ এটা লৈ পদুলি মুখত থিয় হয় এজন সুঠাম ডেকা। মুখমণ্ডল তাৰ পবিত্ৰ ভাব প্ৰকাশক উজ্জ্বল। পদুলিৰ হেঙাৰ পাৰ হোৱাৰ অনুমতি লৈ সি কমলহাস কাকতিৰ ওচৰত থিয় হয়। নিজৰ পৰিচয় দিয়ে এনেদৰে। এই পদুমনি চহৰৰ পৰা প্ৰায় বিছ কিলোমিটাৰ পশ্চিমত অৱস্থিত দিৰিঙি পোৱা গাঁৱত তাৰ ঘৰ। দেউতাকে বিয়াই-সবাহে ঢোল বজাই সংসাৰ চলায়। আগৰ ঢোলটো বেয়া হোৱা বাবে বঙালখেদা বজাৰত লগত থকা ঢোলটো কিনি উজনীমুৱা ৰেলত আহি ষ্টেচনত নামিলে। ফোৰ জিৰোঁ চেভেন এখনত আহি এইখিনি পালে। উঠাৰ সময়ত চিয়ঁৰি-চিয়ঁৰি কৈছিল— আহক আহক পদুমনি— দিৰিঙি পোৱা- মানিকপুৰ ছিলিমছিগা। কিন্তু পদুমনি পোৱাৰ পিচত সকলো যাত্ৰী নমাই দি ক'লে যে গাড়ী আৰু নেযায়। সেইফালে আৰ্মি আছে। বাটত চেকিং আছে। ছিলিমছিগাত বাছ ৰাখি নিশাটো কটোৱাৰ ব্যৱস্থা নাই। হোটেল চাহদোকান একো এটা নাই। ঘূৰি পদুমনিলৈ আহিবলৈকো ভয়। গতিকে সকলো যাত্ৰী নমাই দিলে। ইয়াতেই যাত্ৰাৰ অন্ত পেলালে। দূৰদূৰণিৰ যাত্ৰীবোৰে পদুমনিৰ ইঘৰ-সিঘৰত ৰাতিটোৰ বাবে আশ্ৰয় ল'লে। সিও নিশাটোৰ বাবে কাকতিৰ ঘৰত আশ্ৰয় বিচাৰিলে। ৰাতিপুৱালেই গাড়ী মটৰ যি পায় তাতহে উঠি দিৰিঙিগোচালৈ ৰাওনা হ'ব।

ডেকাজনৰ কথা শুনি কমলহাস আৰু কৃতাঞ্জলিয়ে তাৰ প্ৰতি আকৃষ্ট হ'ল। বিনাদ্বিধাই ভিতৰলৈ লৈ গ'ল। নাম সুধিলে। মুচুকুন্দ মেচ বুলি ক'লে। কৃতাঞ্জলিয়ে জুৰণিক ক'লে, মুচুকুন্দক ৰাতিটোৰ বাবে সমাহাৰৰ কোঠাটোতে থকাৰ ব্যৱস্থা কৰি দেগৈ।

কোঠাটোত সোমাই মুচুকুন্দৰ চকু থিয় হ'ল। তাৰ কান্ধত একেটা বিহুঢোল। কোঠালিটোৰ চাঙে চাঙে সজাই থোৱা আছে অসমৰ সকলো অঞ্চলৰ সকলো জনগোষ্ঠীৰ বিভিন্ন ঢোল। তাৰ মানে সমাহাৰ নামৰ এই ডেকাজন ঢুলীয়া শিল্পী-সি ভাবে। জুৰণিয়ে জলপান লৈ কোঠাটোত সোমাই আলহী ডেকাই ঢোলবোৰ চাই আচৰিত হোৱা দেখি তাইৰ

ককায়েকে সেইবোৰ সংগ্ৰহ কৰিছে বুলি কয়। ককায়েকৰ মতে অসমৰ সকলো জনগোষ্ঠীৰেই একোটাইত নিজস্ব ঢোল আছে। ভিন ভিন চেও চাপৰি বজালেও একেই আশা-আকাংক্ষা-সৃষ্টিৰ আশা-মহানন্দে নিৰিবিলি শান্তিত জীয়াই থকাৰ আকাঙ্ক্ষা। জুৰণিয়ে কৈ যায়— মুচুকুন্দই জলপান খাই শুনি যায়। জুৰণিৰ কথাৰ পৰা সি বুজি পায় যে সমাহাৰে তাৰ জন্মভূমিৰ সামাজিক সাংস্কৃতিক আৰু অৰ্থনৈতিক মুক্তি লাভৰ বাবে এক অভিনৱ আঁচনি গ্ৰহণ কৰিছে। এই আঁচনি ৰূপায়নৰ প্ৰস্তুতিৰ বাবে সি পাহাৰে ভৈয়ামে বিভিন্ন সমল বিচাৰি ঘূৰি ফুৰিছে। বৰ্তমান সি হাফলঙলৈ গৈছে উত্তৰ কাছাৰ পাহাৰৰ বিভিন্ন জনগোষ্ঠীৰ ঢোলৰ সন্ধানত। সেইখিনি পালে তাৰ ঢোলৰ সংগ্ৰহ সম্পূৰ্ণ হ'ব। একমাত্ৰ ঢোল বাদ্যৰ চেও সমলয় এটা সি সৃষ্টি কৰিব। সেই সমলয়ৰ বক্তব্য হ'ব অসমৰ সকলো জাতি-উপজাতিৰ আশা-আকাঙ্ক্ষা এক। আটায়ে যে আবেগিক ভাবে এক এই অনুভূতি হৃদয়ে হৃদয়ে উপলব্ধি হ'লেহে অসমৰ সামাজিক সাংস্কৃতিক আৰু অৰ্থনৈতিক উন্নয়নৰ দিশত নিৰ্ভুল পথেৰে আগবাঢ়িব পৰা যাব।

নিশা ভাত খাই শুবলৈ বিচনাত পৰাৰ পিচত বিৰাট জয়ঢোল এটাৰ কাষতে চকুত পৰে এখন ফটো। ভালদৰে চায়। ফটোৰ এই ডেকাজনক সি ৰেলগাড়ীত দেখিছে। ৰেলগাড়ীখনৰ যিটো ডবাত সি আন এটা বিহুঢোল এৰি আহিছে সেইটো ডবাৰ এটা কোণতে দেখিছে এই ডেকাজনক। মুচুকুন্দই তাৰ মনৰ চকুৰে দেখে পিচদিনা ৰাতি পুৱাইছে। ৰেলগাড়ী গৈ ডিফু পাওঁ পাওঁ হৈছে। সমাহাৰে যেন ঢোলটোৰ ওচৰলৈ আহি কাৰ ঢোল বুলি প্ৰশ্ন কৰিছে। এচেও মৰাৰ মন গৈছে। কাৰ ঢোল সুধিছে কাৰো মুখত মাতবোল নুশুনি সেইটো যেন সি চুই চালে তেনেতে হেজাৰটা ঢোলৰ শব্দকো চেৰ পেলোৱা— বহুকেইখন ৰেলে একেলগে দিয়া উকিকো তলপেলোৱা বিধ্বা শবদেৰে সেই ঢোলটোৱে যেন গৰজি উঠিল। চূৰ্ণ বিচূৰ্ণ হোৱা সমাহাৰৰ দেহৰ টুকুৰা যেন ডবাটোৰ চালে বেৰে চিটিকি পৰিল। মুচুকুন্দই দুৱাৰখুলি মুকলি আকাশৰ তললৈ যাব বিচাৰিলে। সি যেন এই অতিথিপৰায়ন পৰিয়ালৰ অজ্ঞাতে পলাই যাব। যিজন ডেকা ল'ৰাই ঢোলৰ মাধ্যমেৰে অসমৰ সকলোৰে মনত আবেগিক ঐক্যৰ ভাব জগাই তোলাৰ সপোন ৰচিছিল সেইজন ডেকা তাৰ ঢোলৰ মাজত লুকুৱাই লোৱা বোমাৰ বিস্ফোৰণত কালি নিশ্চয় নিহত হ'ব। আৰু সেই ল'ৰাজনৰ কোঠাতেই সৰল বিশ্বাসী পিতৃ-মাতৃ-ভগ্নীৰ কৃপাত সি আশ্ৰয় লৈছে।

দুৱাৰখন খোলাৰ লগে লগে ভিতৰৰ পৰা কৃতাঞ্জলিয়ে মাত লগালে- 'এই ৰাতিখন বাহিৰলৈ যাব নেলাগে বোপা। আমাৰ কমেৰে আছে। ইয়াতেই বাহিৰলৈ যোৱা ব্যৱস্থা আছে।' মুচুকুন্দ বৈ যায়।

বৈ যায় সমাহাৰৰ ঘৰতেই আলহী হৈ। পিচদিনা পুৱা কথা পাতে। তেনেতে জুৰণিৰ বন্ধু হৃদ প্ৰতীম আহে। হৃদ প্ৰতীমে জুৰণিক ভাল পায়। মুচুকুন্দৰ লগত মুকলিমূৰীয়াকৈ কথা পতাটো সি সহ্য কৰিব নোৱাৰে। কাম আছে বুলি গুচি যায়। মুচুকুন্দই বুজি পায়। নিজকে দোষী দোষী লাগে।

মুচুকুন্দ নিজৰ গাঁৱলৈ যাবলৈ ওলাওঁতেই অচিনাকি মানুহ এজন আহে। হাতত এখন চিঠি জুৰণিৰ হাতত দিয়ে। মুচুকুন্দৰ ভয় লাগে। কিজানি চিঠিত ৰেলত বোমাৰ বিস্ফোৰণৰ খবৰেই আছে। লৰালৰিকৈ যাব খোজে। তেনেতে আন এজন ডেকা আহি

মুচুকুন্দক নাম ধৰি মাতি "কি খবৰ" বুলি সোধে মুচুকুন্দই তেওঁক চিনি নেপায়। সেয়েহে আচৰিত হ'ল অচিনাকিজনে যাবৰ সময়ত কৈ গ'ল– "কাকতিৰ পৰিয়ালে তাৰ মানে আচলকে আশ্ৰয় দিছে।" মানুহজনৰ কথা জুৰণিয়ে নুবুজিলে। মুচুকুন্দই বুজিলে। সি উপলব্ধি কৰিলে তাক আশ্ৰয় দিয়া মানুহ ঘৰৰ যথেষ্ট অপকাৰ কৰিলে। সৰল ছোৱালী জুৰণিক তাৰ লগত কথা পতা দেখি তাইৰ বন্ধু ছন্দ প্ৰতীমে ভুল বুজিলে। তাক চিনি পোৱা ডেকাজন নিশ্চয় চোৰাংচোৱা। সি গৈ পুলিচত খবৰ দিব যে জুৰণিৰ মাক-দেউতাকে সন্ত্ৰাসবাদীক আশ্ৰয় দিছে। তেওঁলোকক নিশ্চয় জেলত ভৰাই থব। শাস্তি দিব। আনহাতে পুলিচে মাক-দেউতাকক জেললৈ নিবলৈ অহাৰ পৰতে হয়তো সমাহাৰৰ মৃত্যুৰ বেলত বোমা বিস্ফোৰণৰ খবৰটোও আহি পাব। সি আৰু এখন্তেক তাত ৰ'ব নুখুজিলে। "যাওঁ" বুলি কৈ পদূলি মুখ পালে।

জুৰণিয়ে দৌৰি গৈ সমাহাৰে লিখা সৰু পুথি এখন তাৰ হাতত দিলে। নাম "হৃদয়ৰ পৰিবৰ্তন"।★★

# ৰেহাই মূল্য

## নিৰুপমা বৰগোহাঞি

জুৰিয়ে যেন যোৱা দহ দিনে এই পহিলা তাৰিখটো আহিবলৈহে বাট চাই আছিল, কাগজত বিজ্ঞাপনটো ওলোৱাৰ পৰা দহদিনে দিনবোৰ গণি আছিল। মাহৰ এক তাৰিখ হোৱাৰ দিনা আবেলিয়ে গৈ তাই মাকক ভয়ে ভয়ে ক'বলৈ ধৰিলে গৈ—

মা, দেউতাই দৰমহা পালে নহয়? মই শাৰীখন কিনো দিয়া। ৩ তাৰিখে ৰিডাকচন ছেল্ শেষ হৈ যাব। ইফালেতো সিহঁতে যোৱা মাহৰ কুৰি তাৰিখৰ পৰাই ছেল্ আৰম্ভ কৰি দিছে— ইমানদিনে আৰু ভাল শাৰী কিবা বাকী আছে নে? তথাপিও বাকী থকাবোৰৰ মাজৰ পৰা যি ভাল পাওঁ বিচাৰি উলিয়াও গৈ, দেৰি হ'লে তেনে ভাল পোৱাৰ চান্স কমি যাব।

কথাকেইটা কৈ কৈ জুৰিয়ে মাকৰ উত্তৰৰ বাবে আশাৰে আৰু ভয়েৰে বাট চাই ৰ'ল। আৰু তাইৰ লগতে একে আশা আৰু ভয়েৰে বাট চাই ৰ'ল মণিয়েও, শাৰীখন যদিও জুৰিয়ে কিনিব, কেতিয়াবা বায়েকে দয়া কৰি তাইকো পিন্ধিবলৈ দিব, তাইও গাভৰু হৈছে, ফ্ৰক পিন্ধি থাকিলেও তাইও মাজে মাজে শাৰী মেখেলা চাদৰ পিন্ধে। গতিকে জুৰিয়ে শাৰী পালে তাইৰ হিংসা লগাতকৈ ভাল লাগে। অৱশ্যে জুৰিয়ে যদি তাইক পিন্ধিব নিদিলেহেঁতেন বা তাইৰ নিজৰ মেখেলা চাদৰ পিন্ধাৰ বয়স নহ'লহেঁতেন তেতিয়াহ'লে বায়েকে মেখেলা চাদৰ লোৱা কথাটো তাই সহ্য কৰিলেহেঁতেন নে নকৰিলেহেঁতেন কোৱা টান। তাইৰ সৰু ভনীয়েক বুলুৱে যদি কেতিয়াবা নতুন ফ্ৰক লয় তাই কিন্তু সমানে যেপেৰি পাতি ধৰে।

এতিয়া মাকে কি কয় শুনিবলৈ জুৰিৰ লগতে তায়ো বাট চাই ৰ'ল আৰু জুৰিৰ লগতে তায়ো এইটো জানিয়ে বাট চাই ৰ'ল যে মাকে আগতে অলপ খং বাগ নকৰাকৈ শাৰী কিনাত সন্মতি নিদিয়ে— যদিও তেওঁ ভালকৈ জানে যে জুৰিয়ে শাৰী চখত কিনিবলৈ ওলোৱা নাই, প্ৰয়োজনতহে কিনিব ওলাইছে। আৰু চখত কাপোৰ কিনাৰ প্ৰশ্ন আজি কিয়, জুৰিহঁতৰ জীৱনত কোনো দিনেই উঠা নাই। দেউতাক মধু ডাউকা খবৰ কাগজৰ চাব্ এডিটৰ, চাকৰি কৰা বহুত দিন হ'লেও যিখিনি টকা পায় সিহঁতৰ পাঁচোটা ল'ৰা-ছোৱালীৰ সংস্থাপন সচ্ছলভাৱে নচলে। জীৱনৰ অতি প্ৰয়োজনীয় বস্তুৰ বাহিৰে সিহঁতৰ এটা ভাই-ভনীয়েও কোনোদিন কোনো বস্তু কেৱল চখৰ কাৰণে পোৱা নাই। জুৰি ল'ৰা-ছোৱালীবোৰৰ ভিতৰত ডাঙৰ, তাই কলেজত পঢ়ে, দেখাত ধুনীয়া, ফিগাৰ ধুনীয়া, মনত চখ-কামনা-বাসনা সকলো আছে, ধুনীয়া ধুনীয়া শাৰী পিন্ধি নিজৰ সুন্দৰ শৰীৰটো মনোমোহা কৰি তুলিবলৈ তাইৰ খুবেই মন যায়, কিন্তু কোন দিনা তাইৰ এই হেঁপাহ পূৰ্ণ হয় জানো? লগৰ ছোৱালীবোৰে পিন্ধা দেখিলে খুব হিংসা হয়, ভাব হয় তাইৰ দেউতাক চাব এডিটৰ নহৈ অইন ধৰণৰ চাকৰিয়াল নহ'ল কেলেই? লাগে সেই চাকৰি সৰুৱে হওক? তেওঁ যদি এনে এটা চাকৰি

কৰিলেহেঁতেন য'ত বাহিৰা পইচা দুপইচা আহে। সিহঁতৰ ওচৰতে থকা অমলাৰ দেউতাকেতো কৰ্টত কেৰাণীৰ কামহে কৰে; কিন্তু তাইৰ কি শাৰীৰ বাহাৰ! কিন্তু জুৰিৰ সকলোতকৈ দুখ হ'ল যে তাইতো চখত শাৰী লবলৈ নেপায়েই, প্ৰয়োজনৰ শাৰীখনো ফাচীবজাৰৰ হুৰেক দোকান চলাথ কৰি, নানা ৰকমৰ শাৰীৰ পৰা বিচাৰি নিজৰ পছন্দ মতে কিনি ল'ব নোৱাৰে। তাৰ কাৰণ হ'ল মাকে সিহঁতৰ কাপোৰ কিনি দিয়ে ৰিডাকচ্‌ন ছেল চাইহে। এনেকৈ কিনিলে দুটা কাৰণতে নিজৰ ঠিক পছন্দৰ শাৰী পোৱা নেযায়—

প্ৰথম কাৰণটো হ'ল ৰেহাই মূল্যত বস্তু বেচি দিয়া মানেই আগৰ পুৰণি বেচা নোযোৱা কাপোৰ সস্তা কৰি দি বেচিবৰ চেষ্টা কৰে। তেনে পুৰণি ষ্টকৰ কাপোৰ লৈয়ে সন্তুষ্ট থাকিব লগা হয় জুৰিৰ আধুনিক ফেশ্যন-প্ৰিয় মনটোৱে; তদুপৰি পুৰণি ষ্টকেইতো কেৱল নহয়, ৰিডাকচন ছেলৰ শাৰীৰ সংখ্যাও হয় সীমাবদ্ধ। সেই কেইখনমান শাৰীৰ ভিতৰৰ পৰাই নিজৰ পছন্দমতে বাছি লবলগীয়াত পৰে জুৰিয়ে। আন আৰু এটা অসুবিধা হৈছে যে ৰিডাকচন্‌ চেল্‌ যদি মাহৰ মাজভাগৰ পৰা বা শেষৰ পৰা আৰম্ভ হয় তেতিয়াহ'লে জুৰিৰ বাবে সেই সীমাবদ্ধ ষ্টকৰ শাৰীৰ সংখ্যা আৰু কমি আহে; গতিকে পছন্দ কৰিবলগীয়া শাৰীৰ সংখ্যাও লগে লগে কমি আহে। তাৰ কাৰণ হ'ল মাহৰ প্ৰথম অৱস্থাৰ বাহিৰে মাজ বা শেষ ভাগত শাৰী কিনাৰ ক্ষমতা জুৰিহঁতৰ দৰে আৰ্থিক দুৰ্দ্দশাৰ মানুহৰ নেথাকে। গতিকেই তাই বাট চাবলগীয়া হয় মাহৰ পহিলা তাৰিখ অহালৈকে।

এইবাৰো তেনে এটা দুৰৱস্থাই হ'ল জুৰিৰ। যোৱা তিনি মাহ মানৰ পৰাই তাই মাকক শাৰী এখন খুজি আহিছে। জীয়েকৰ যে সঁচাকৈয়ে এখন শাৰীৰ প্ৰয়োজন হৈছে মাকে বুজিছেও। কিন্তু কিজানিবা ক'ৰবাত ৰেহাই মূল্যত শাৰী বেচাৰ বিজ্ঞাপন ওলায়েই এই আশাৰেই কিছুদিন বাট চাব খুজিলে মানুহজনীয়ে। তাৰ পিছত সেই আশা ফলৱতী কৰি সঁচায়ে এদিন গোৰেশ্বাত শাৰীৰ ৰিডাক্‌চন ছেল্‌ আৰম্ভ হ'ল আৰু কাগজত সেই বিজ্ঞাপন দেখি জুৰিৰ মাক ৰাজী হ'ল জুৰিক শাৰীখন কিনি দিবলৈ। কিন্তু এটা কথা এই মাহতে কোনোমতে সম্ভৱ নহয়, অহা মাহৰ ৩ তাৰিখলৈকে দিন আছে যেতিয়া ১ তাৰিখে দৰমহা পাই কিনিলেই হ'ব।

জুৰিৰ মাকৰ গৰ্ব যে কাগজত বিজ্ঞাপনটো চকুত পৰিছিল প্ৰথম তেওঁৰেই— ঘৈৰালী কেইজনীতকৈ তেওঁ অশিক্ষিতা হ'ব পাৰে, কিন্তু তেওঁৰ দৰে কোনো এজনীয়ে খবৰ কাগজত চকু নুফুৰায়। গিৰিয়েক 'দৈনিক সংবাদ'ৰ চাব্‌ এডিটৰ, ঘৰলৈ ফ্ৰি কপি আনে তিনিখন, তাৰে এখন জুৰিৰ মাকৰ একচেটিয়া অধিকাৰত। দুপৰীয়া ভাত-পানী খাই জিৰাবৰ সময়ত তেওঁ কাগজখন মেলি লয়, বিজ্ঞাপনবোৰ এফালৰ পৰা আতিগুৰি মাৰি পঢ়ি লোৱাৰ পিছত অসমৰ বা-বাতৰিৰ পৃষ্ঠাটো মেলে—

ক'ত গ্ৰহণী ৰোগৰ প্ৰাদুৰ্ভাৱ হৈছে, ক'ত ডেকা-গাভৰুৱে ব্যৰ্থ প্ৰেমৰ জ্বালাত আত্মহত্যা কৰিলে, ক'ত কোন বাছ-ট্ৰাকৰ খুন্দাত আহত বা নিহত হ'ল, ক'ত কোন মন্ত্ৰীক সম্বৰ্দ্ধনা জনোৱা হ'ল, ক'ত মহিলা সমিতিৰ সভা-সমিতি হ'ল—

এই নানা তৰহৰ খবৰবোৰ জুৰিৰ মাকে খৰচি মাৰি পঢ়ি যায়। ইয়াৰ পিছতহে তেওঁ আন আন বাতৰি থকা পৃষ্ঠাবোৰলৈ আহে আৰু সিমান পৰে তেওঁৰ চকু জাপ খাই আহিবলৈ ধৰে; হাতৰ পৰা কাগজ সৰি পৰি যায়।

খবৰ কাগজ পঢ়াৰ পৰা জুৰিৰ মাকৰ সংসাৰৰ ক্ষেত্ৰত হ'লে এটা লাভ সঁচাকৈয়ে হৈছে, সেই খবৰৰ কাগজত মাজে মাজে ওলোৱা ৰিডাক্চন ছেল্‌ৰ বিজ্ঞাপনবোৰ পঢ়ি পঢ়ি তেওঁ সংসাৰৰ প্ৰয়োজনীয় সকলো বস্তু তেনে সুলভ মূল্যতে কিনি কিনি দুখীয়া সংসাৰৰ কিছু ব্যয় সংকোচ কৰিব পাৰিছে। জুৰিৰ মাকৰতো মনতেই নপৰে যে কেতিয়াবা কিবা বস্তু তেওঁ বেহাই মূল্যৰ বাহিৰে সাধাৰণ প্ৰচলিত মূল্যত কিনি পাইছে। কিবা এটা বস্তুৰ প্ৰয়োজন হ'ব তেওঁ তাক লগে লগে নিকিনি সেই বস্তুৰ অবিহনেই কষ্টকৈ চলি বেহাই মূল্যৰ বিজ্ঞাপনলৈ বাট চাই ৰ'ব। অৱশ্যে সকলো বস্তুৰে ৰিডাক্চন ছেল নহয় সেইটোৱেই দুখ জুৰিৰ মাকৰ। অৱশ্যে বস্তু সংগ্ৰহ কৰাৰ তেওঁৰ আন এক উপায় হ'ল উপহাৰ থকা বস্তু বাছি বাছি কিনা। তেনেকৈয়ে তেওঁ চাৰ্ফ, ভিম, টুথপেষ্ট, পাউডাৰ আদিৰ লগতে সস্তাত প্লাষ্টিকৰ বাল্টি এটা, হিণ্ডালিয়ামৰ কাঁহী-বাটি এযোৰ আৰু হেতা এখনো কিনি লৈছে।

এবাৰ অৱশ্যে এক ৰিডাকচ্‌ন ছেলত জুৰিৰ মাকে একেখন দোকানতে সকলো ধৰণৰ বস্তু কিনাৰ সুবিধা এটা পাই গৈছিল। সেই দোকানখন হ'ল 'কো-অপাৰেটিভ চোচাইটিৰ চুপাৰ মাৰ্কেট্ সহায় ভাণ্ডাৰ'। 'সহায় ভাণ্ডাৰে' বিৰাট লোকচান ভৰিবলৈ আৰম্ভ কৰা দেখি সকলোবোৰ বস্তুকে সস্তা দামত বেচি দি দোকানখন উঠাই দিয়াৰ সিদ্ধান্ত কৰিলে। সেই সময়তে সেই একেখন দোকানৰ পৰাই জুৰিৰ মাকে শাৰী কিনিলে, চুৱেটাৰ কিনিলে, জোতা কিনিলে, কাপ-প্লেট কিনিলে আৰু বিছনা চাদৰ কিনিলে। সকলো ধৰণৰ নিত্য প্ৰয়োজনীয় বস্তু ৰিডাক্চন ছেলত কিনিবলৈ পাই জুৰিৰ মামাৰ সুখ লাগিছিল যিমান, দুখ লাগিছিল তাতোকৈ বেছি। ইমান হৰেক ৰকমৰ বস্তু আছে দোকানত, সকলোবোৰ বেচ সস্তাতে দিছে আৰু সকলোতকৈ ডাঙৰ কথা যে বহুতো বস্তুৰ জুৰিৰ মাকৰ সংসাৰৰ বাবে অতি প্ৰয়োজনীয়ও, তথাপি তেওঁ যে দুই এপদৰ বাহিৰে আৰু বেছি একো কিনিব নোৱাৰিলে সেইটোৱে তেওঁৰ মনত বৰ বেজাৰ লগাই দিছিল। তাৰ লগতে সিদিনা তেওঁৰ মনত খুব এটা জ্বালাও ধৰিছিল, সেই 'সহায় ভাণ্ডাৰ'তে স্কুলৰ দিনতে একেলগে পঢ়া বান্ধৱী প্ৰমীলাক দেখি। প্ৰমীলাৰ কথা তেওঁৰ বেছিকৈ মনত পৰে—

তাই পঢ়া নোৱাৰি সদায়েই বেঞ্চৰ ওপৰত থিয় হৈ থকা ৰূপটোতে। কি যে গাধা আছিল প্ৰমীলা। এবাৰ তাই আঁকা ভাৰতবৰ্ষৰ মেপ এখনত ক্লাছৰ বাইদেৱে অ'ত ত'ত কেইটামান পাখি আঁকি দিয়াৰ লগে লগে ঠিক পাখি মেলি থকা চৰাই এটাৰ দৰেই হৈ পৰিছিল। সেইজনী প্ৰমীলাক তেতিয়া জুৰিৰ মাকে বহুতো দূৰত থৈ পঢ়া-শুনাত আগবাঢ়ি গৈছিল কিন্তু আজি সংসাৰৰ বাটত আনফালে প্ৰমীলাই বোধহয় তেওঁক অতি বেয়াকৈ হৰুৱাব পাৰিছে। তেওঁ নিজে বস্তুবোৰ চাই চাই, চুই চুই ফুৰোতেই গ'ল, কিন্তু প্ৰমীলাই তেওঁৰ চকুৰ আগতে সেইবোৰ কিনিও গ'ল–

প্ৰায় তিনিশমান টকাৰ বস্তু কিনিলে প্ৰমীলাই। অথচ প্ৰমীলাৰ আৰু তেওঁৰ বিয়া হৈছিল প্ৰায় একে সময়তে আৰু তেতিয়াতো প্ৰমীলাকো বিয়াৰ ক্ষেত্ৰত তেওঁতকৈ জিতা যেন লগা নাছিল। কাৰণ প্ৰমীলাৰ বিয়া হৈছিল ছাপ্লাইৰ চাব্ ইনপেক্টৰৰ লগত। তেওঁ বৰং মনে মনে গৰ্ববোধহে কৰিছিল এজন বুদ্ধিজীৱি সাংবাদিকৰ লগত বিয়া হোৱা বুলি। প্ৰমীলাৰ গিৰিয়েকৰ চাব-ইনপেক্টৰ চাকৰিটো তেতিয়া তুচ্ছ যেন লাগিছিল, অথচ আজি সেই প্ৰমীলায়ে চকুৰ আগৰ পৰা তেওঁৰ লোভৰ বস্তুবোৰ কিনি লৈ গ'ল। ইয়াতকৈ দুখৰ, ইয়াতকৈ জ্বালা ধৰা

ঘটনা আৰু তেওঁৰ জীৱনত যেন একেবাৰে হোৱা নাছিল। আৰু সিদিনা জুৰিৰ মাকে মনে মনে দৃঢ় সংকল্প এটা লৈছিল যে নিজৰ জীয়েকহঁতৰ বিয়াৰ ক্ষেত্ৰত প্ৰথমতে এনে দৰা পোৱাৰে চেষ্টা কৰিব— যাৰ দৰমহা কেইটা ভাতৰ লগত চাটনিৰ দৰেহে হয়— বাহিৰা আয়েই কেৱল আচল আয়।

ঃ মা, মোৰ শাৰী কিনাৰ কথাটো কি হ'ব? তুমি দেখোন একো নোকোৱা হ'লা? জুৰিয়ে আকৌ এবাৰ ভয়ে ভয়ে ক'লে।

জীয়েকৰ কথাত মাকে যেন সম্বিৎ ঘূৰাই পালে আৰু লগে লগেই তেওঁ জকজকাই উঠিলঃ এই ছোৱালী কেইজনীৰ শগুণৰ মৰাশত চকুৰ দৰে কেৱল বাপেকৰ দৰমহা কেইটাৰ ওপৰতহে চকু। মানুহজনে দিনটো খাটি-লুটি আহি ভাগৰে-জোগৰে ঘৰ সোমাইছেহি কি নোসোমাইছে লগে লগেই ইহঁতক শাৰী ফ্ৰক লগা হ'ল—

সংসাৰত যদি কাৰোবাৰ দুখ-কষ্টৰ কথা ভাবে ছোৱালীকেইজনীয়ে—

জুৰিৰ লগতে মণিয়ে অনাহকতে গালি খালে যদিও তাই মনে মনে ৰ'ল, কাৰণ তাই জানে উলুৰ লগতে বগৰী পোৰা গ'লেও আকৌ কলপটুবাৰ লগত তুলসীৰো মুক্তি হয়, বায়েকে শাৰী পালে মাজে মাজে তাইও পিন্ধিবলৈ পাব।

জুৰিৰ মাকে জীয়েকহঁতক খং ৰাগ কৰি দেখালেও কিন্তু লগে লগে গিৰিয়েকৰ ওচৰলৈও গ'ল। মুখত খং দেখুৱালে কি হ'ব, মনে মনে তেৰোঁ ভালকৈ জানে যে শাৰী এখন জুৰিৰ বাবে কিনাটো অতি দৰ্কাৰী হৈ আছে, এই ৰিডাক্চনৰ সুযোগটো ল'বই লাগিব আৰু ইমান দিনে ভাল শাৰীবোৰ বেচা গৈ গৈ যি নিকৃষ্ট ধৰণৰ শাৰীবোৰ পৰি আছে, তাৰে আজি যদি কিনি পেলোৱা নেযায়, কালি পৰহিলৈ আৰু বেয়া শাৰী কিনিব লাগিব।

ঃ অ'...... আই; আপুনি আজি আকৌ এনেকৈ ভিতৰতে অকলে অকলে বহি কি কৰিছে? মই ভাবিছিলো বোলে ক'ৰবালৈ ফুৰিবলৈ ওলাইছে আৰু নহ'লে কাগজপত্ৰ পঢ়ি আছে। এনেকৈ মহা চিন্তাত পৰি যোৱা মানুহৰ দৰে তলমূৰকৈ কি ভাবি আছেনো?

গিৰিয়েকক তেনেকৈ কথাবোৰ সুধি জুৰিৰ মাকে কিন্তু উত্তৰলৈ বাট নেচাই একেলগে নিজৰ বক্তব্যও কৈ পেলালেঃ

আপুনি দৰমহা পালে নহয়? চাওঁ মোক অলপ টকা দিয়কচোন, জুৰিয়ে আজি কেবা মাহৰো পৰা এখন শাৰীৰ কথা কৈ আছে। বেচেৰীৰ কলেজলৈ যাবলৈকে শাৰী নোহোৱা হৈছে, যোৱা মাহৰ পৰাই গোবেংকাত শাৰীৰ ৰিডাক্চন ছেল্ আৰম্ভ হৈছে কিন্তু পইচাৰ অভাৱত সস্তা হোৱাতো তাইক কিনি দিব পৰা নাই। এতিয়া চাগে বেচা গৈ কিবা দুই এখন বাজে শাৰী-চাৰীহে বাকী আছে গৈ। হ'লেও তাকেই কিনি দিওঁগৈ। দিয়কচোন টকা কেইটামান। বেচেৰীহঁতক তো ৰিডাক্চন ছেলৰ বাহিৰে কাহানিও সাধাৰণভাৱে কোনো কাপোৰ কানিয়ে কিনি দিব পৰা নাই আৰু সিহঁতকে বা কিয়, নিজেও সংসাৰৰ সকলো বস্তুকে তেনেকৈ ৰিডাক্চন ছেল্ চাই চাইয়ে কিনি আহিছো।

মধু ডাউকাই ঘৈণীয়েকৰ কথাত এটা অদ্ভুত ধৰণৰ হাঁহি মাৰিলে।

: বিডাকচন হেল্? তোমাৰ জীৱনটো তেনেকৈ বস্তু কিনোতেই পাৰ হৈ গ'ল নহয় জানো? পিছে মোৰনো কি হৈছে তুমি দেখোন আৰু একো জানিব নিবিচাৰিলা? এতিয়া যে তোমাৰ নিজৰ ঘৰতে এক ধৰণৰ বিডাকচন ছেল্ হ'ব তুমিতো গমেই নোপোৱা— বিডাকচন ছেল্। এজন মানুহৰ জীৱনৰ, এজন মানুহৰ বুদ্ধিবৃত্তিৰ এজন মানুহৰ পৰিশ্ৰমৰ বিডাকচন ছেল্। হাঃ হাঃ হাঃ। মধু ডাউকাই হঠাৎ পগলাৰ দৰে হাঁহিবলৈ আৰম্ভ কৰি দিলে।

জুবিৰ মাক প্ৰথমতে হতভম্ব হৈ গ'ল, কিন্তু লগে লগে তেওঁ যেন কিবা এটা বুজি পালে। কিবা এটা বুজি পাই, আশংকা কৰি তেওঁৰ বুকু কঁপি উঠিল।

: আপোনাৰ— কি হ'ল আপোনাৰ? এইবোৰ কি কৈছে আপুনি? কাগজৰ সঁচায়ে কিবা হ'ল নেকি?

: ওঁ, মধু ডাউকাই যেনেকৈ হঠাৎ হাঁহিবলৈ আৰম্ভ কৰি দিছিল, তেনেকৈ হঠাৎ সেই হাঁহিও বন্ধ হৈ গ'ল; মৃত্যুদণ্ডাজ্ঞা পোৱা মানুহৰ দৰেই যেন তেওঁৰ মুখৰ পৰা অদ্ভুত এক মৰা মাত ওলাল—

'দৈনিক সংবাদ' আজিৰ পৰা সঁচাকৈয়ে বন্ধ কৰি দিয়াৰ সিদ্ধান্ত ল'লে। আমাৰ ইউনিয়নে সহজে হয়তো মানি নল'ব; নানা ৰকম আন্দোলন চলাব। কিন্তু ফল কিটো হ'ব মই ভালকৈয়ে জানো। গতিকে ল'ৰা তিৰোতাৰ হাতত ধৰি বাটত থিয় দিয়াৰ আগতে মই কোনোবা কাগজত কম দৰমহাত হ'লেও চাকৰি এটা বিচাৰি ল'বই লাগিব। ইমান দিনেতো নিজেই ৰেহাই মূল্যতে কিনি আহিলা; এইবাৰ গিৰিয়েৰাৰ এই ৰিডাকচন ছেল্‌ৰ বিপৰীত অভিজ্ঞতাটো বাৰু কেনে লাগিব জয়া? মোৰ হ'লে আৰু মজা লাগিব জানা, মানুহৰ বিডাকচন ছেল্ ইয়াতকৈ আৰু আজৰ বিক্ৰী জগতত আৰু কি হ'ব পাৰে, নহয় নে জয়া?

হাঃ হাঃ হাঃ –

মধু ডাউকাই আকৌ পগলাৰ দৰে হাঁহিবলৈ ধৰিলে আৰু ঘৈণীয়েকে সৰপ পৰা মানুহৰ দৰে জঠৰ লাগি গিৰিয়েকৰ ফালে চাই ৰ'ল।★★

# আদৰণি

## অতুলানন্দ গোস্বামী

"মা। বিজু .....বিজুলি আহিলে।" ৰুণজুনে চিঞৰি খবৰটো দিলে মাকক। ভিতৰত কাম কৰি আছিল মনোৰে। প্ৰথমতে কথাটো বিশ্বাসেই কৰা নাছিল তেওঁ।

ৰুণজুনেই প্ৰথমে দেখিলে, বিজুলীয়ে গেটখন খুলি লৈ পিছে পিছে অহা দেউতাকক আগবাঢ়িবলৈ দিছে।

মনো ওলাই আহিল বাহিৰৰ বাৰাণ্ডালৈ। মেখেলাখন এফালে তুলি কঁকালত খুচি লৈছিল। সেইখন এৰি দিলে। কঁকাললৈ পৰা চুলিকেইডাল ওপৰলৈ তুলি ল'লে। গৈ হাঁহি এটাৰে মাত দিলে– "আহিলি। ইমান দিন কৰিলি যে? আহ।"

আচলতে মনোহঁতে আশাই কৰা নাছিল ছোৱালীজনী ঘূৰি আহিব বুলি। বিহু বুলি এই দেউতাকেই লৈ গৈছিলহি। দোমাহি বোলে এইফালে। মাকৰ বোলে বৰ মন, এইবাৰ দোমাহিত বিজুলীক ঘৰতে ৰাখিবলৈ। দোমাহিৰ পিছতে পঠাই দিব।

উপায় নাছিল পৰিয়ালটোৰ। মাজে মাজে ঘৰলৈ যাবলৈ নিদিলে আমনি কৰে। সিহঁতৰ মন বুজি চলিব নোৱাৰিলে বিপদ। আৰু আটাইতকৈ ডাঙৰ কৰা, সহজে বনকৰা ছোৱালী এজনী পোৱাত টান আজিকালি।

বয়সটো বৰ ভাল। বাৰ কি তেৰ মান হ'ব। মনোহঁতে দেখিছে এইফালে এতিয়াও কিছুমান গাওঁ আছে, য'ত সকলো পৰিয়ালে দুবেলা দুসাজ ভালকৈ খাব নোৱাৰে। ল'ৰা-ছোৱালী ডাঙৰ হৈ আহিলে সিহঁতৰ ভাত মুঠিৰ লগতে লগা কাপোৰ-কানিৰ চিন্তাও কৰিব লগা হয়। নগৰৰ একোঘৰত বনকৰাকৈ থৈ যাবলৈ প্ৰায় বাধ্য হোৱাৰ দৰেই হয় বহুতো মাক বাপেক।

তেনেকৈয়ে আহিছিল বিজুলী এইখন ঘৰলৈ। এবছৰমানেই হ'ল, ঘৰ লৈছে তাই। কিন্তু পদে পদে মনোহঁতৰ চিন্তা, জানোছা ঘপহকৈ গুচি যাব খোজে। গ'লে পানীত হাঁহ নচৰা অৱস্থা হয় গোটেই ঘৰখনৰ।

সকলো কাম কৰে তাই। ঘৰ সৰা-মচাৰ পৰা, ৰন্ধা-বঢ়াত সহায় কৰি দিয়ালৈকে। একান্তনিৰ্ভৰ কৰে মনোৰে। ৰুণজুনহঁতেও। সেইবাবে এদিন বা দুদিনৰ বাবে ঘৰলৈ গ'লেও আন্ধাৰ দেখে আটাইবোৰে। সেইদৰে ঘৰলৈ যাবলৈ ওলালে বৰ মৰম কৰি হাতত কিবা এটা গুজি দিয়ে মনোৰে। "সোমবাৰে কিন্তু আহিবিয়েই দেই....।" ৰুণজুনে শপত খুৱাই তাইক। আহেও পিছে বিজুলী। তাইৰো ঘৰলৈ গ'লে আজিকালি আখজা লগা হয়। খোৱা-বোৱাত

অসুবিধা হয়। সোৱাদ বেলেগ যেন লাগে। আৰু মনত পৰে বাইদেৱে চাগে বৰ দিগদাৰী পাইছে তাই নথকা বাবে। তাই দেউতাকক লৈ গুচি আহে নগৰলৈ।

এইবাৰ কিন্তু নাহিল তাই দি যোৱা দিনত। দোমাহি আহিল, গ'লো। তাই নাহিল। এদিন দুদিনকৈ এয়া প্ৰায় পোন্ধৰ দিন হ'ল। তাই নাহিল। ঘৰ চম্ভালোতে মনোইতৰ বৰ বিলৈ হৈছে। বেলেগ ল'ৰা বা ছোৱালী এজনীকে বিচাৰিবলৈ কৈছে গিৰিয়েকক। কৈ বুজেও যে সেইদৰে কোৱাটো সহজ, বনকৰা ল'ৰা-ছোৱালী পোৱাটো সহজ নহয়।

বিজুলী আৰু ঘূৰি নাহে। সেইবুলিয়ে ধৰি ল'লে ঘৰখনে। সকলোৱে নিজৰ নিজৰ কাম কৰি ল'বলৈ গাত লৈছে। কাঁহী-বাটি বৰ বেছিকৈ ব্যৱহাৰ নকৰে, ধোৱা কামটো সহজ কৰিবলৈ। কাপোৰ-কানিও যোৱা দুদিন মান দেখোন ৰুণজুন কিয় দেউতাকেও নিজৰ কেইটা ধুই লৈছে। মেলি দিয়ে মনোৱে। মাইনাৰ কাপোৰ-কানি নিজে ধুব পৰা হোৱা নাই। সি কাপোৰ বাদেই, গাটোকে নিজে ভালকৈ ধুব নোৱাৰে। বায়েকে বা মাকে ঘঁহি পিহি ধুৱাই দিয়ে।

আলহী-দুলহী আহিলে মাকে জীয়েকে ইজনীয়ে সিজনীৰ মুখলৈ চোৱা চুই কৰে।

"আজিকালি বনকৰা ছোৱালী পোৱাৰ আশা এৰিব লাগিব বুইছ।" এদিন ৰুণজুনক সকীয়াই দিছিল দেউতাকে। "মানুহবোৰৰ অৱস্থা ভাললৈ আহিছে, আনৰ ঘৰত কাম কৰিবলৈ ল'ৰা-ছোৱালীক থ'বলৈ বেয়া পোৱা হৈছে সকলোৱে নিজৰ কাম নিজেই চম্ভালিবলৈ শিকিব লাগিব.....।"

"কিন্তু দেউতা, পৰীক্ষাৰ সময়ত.......।"

"তেতিয়াও চলাই দিব লাগিব। উপায়তো নাই.......।"

তেনে এক নিৰুপায় অৱস্থাতে আহি ওলালহি বিজুলী। মনোৰ উথপথপ লগাৰ দৰে হ'ল। পাৰিলে তাইক সাৱটি ধৰি আনিলেগৈহেঁতেন। নানিলে। মুখেৰে মাথোন ক'লে– "বিছৰ নতুন চোলাটো দেখোন লেতেৰা কৰি আনিলি অ' তেনেই......।"

"একেটা চোলাকে পিন্ধি আছিল বাইদেউ সদায়। লগৰ ছোৱালীবোৰক দেখুৱাব লাগিব যে।"

আচলতে সেইটোও সঁচা নহয়। সলাবলৈ তাইৰ চোলাই নাছিল। ইয়াৰ পৰা নিয়া পুৰণি কেইটা ভনীয়েকজনীক দি দিয়ে।

"হ'ব যা, গাটো ধুই বেলেগ এটা পিন্ধি আহগৈ। মই দেউতাৰক চাহ একাপ দিওঁ।" অত্যন্ত স্বস্তিৰে মনোৱে বিজুলীৰ দেউতাকক আপ্যায়ন কৰিবলৈ সাজু হ'ল।

সোনকালে ঘূৰিব বুলি কোৱা বাবে ইতিমধ্যে হোৱা ভাতকে দিলে তেওঁক খাবলৈ। খাই বৈ, হাতত মনোৱে দিয়া বাছৰ ভাৰাটো লৈ মানুহটো গুছি গ'ল। ওপৰঞ্চিকৈ টকা দহটা দিলে মনোৱে আনন্দতে।

ৰুণজুনে জোকালে বিজুলীক বিহুত কিমান নাচিলে সুধি। আৰু ভাত খাই উঠি চুৱা গুচাবলৈ হাতখন মেলিয়ে মাকক ক'লে– বিজুলী আহিল নহয়, মা........।

হৈছে থ। তায়ে ধুব আকৌ।

দেউতাকে কেতিয়াবাই খাই গ'ল। বিজুলী অহাৰ আগতে। মনোৱে ৰুণজুন আৰু

মাইনাৰে সৈতে একেলগে ভাত খালে। খাই উঠি আজি বাচনলৈ তেৰোঁ নাচালে। বিজুলীক মাতিলে। কাঁহী বাটি কেইটা ধুই তাই নিজৰ ভাত কেইটা খাই ল'ব। সদায়ে তাকে কৰি আহিছিল।

আজি মেজৰ ওপৰত কাঁহী বাটি কেইটালৈ চাই তাই তভক খাই বৈ গ'ল? যোৱা পোন্ধৰ কুৰি দিন তাই এইটো কাম কৰা নাছিল। ঘৰত কলপাতততহে ভাত খায় সিহঁতে। মাকে তুলি পেলাই দিয়ে। তাইক চুবলৈ দিয়া নাছিল এই কেইদিন। আজি আকৌ........।

"এটা কাম কৰিবি অ' বিজু! মাইনাৰ কাঁহীত মাছ আছে অকণমান। তই লৈ ল'বি। ইও যে, নাখালে নাখাবি, খচি থৈ আহ কেলেই?" মাইনা বোধকৰোঁ ওচৰতে আছিল।

"ইম্মান কাঁইট!"

"বাক নিদিলি কেলেই বাছি দিবলৈ, পিটিকি পেলাব যে? খাই থ'বি দেই বিজু, তোৰ ভাগৰ আঞ্জাত মাছ নাথাকিল আক'।"

"হ'ব বাইদেউ।" বুজি বিজুলীয়ে কাঁহী-বাটি কেইটাত হাত দিলে।★★

# শিশু আৰু বেলি

## তোষেশ্বৰ চেতিয়া

অৱশেষত খলিল পতিয়ন গ'ল যে, শ্ৰমজীৱি মানুহহে প্ৰকৃত সাম্যবাদী মনৰ, যাৰ বাবে জাত-পাত-ধৰ্মৰ বিচাৰ নাই। সিহঁতৰ বাবে মানুহৰ এটাই পৰিচয়। সেয়া হ'ল মানুহ কেৱল মানুহ। অথচ মধ্য শ্ৰেণী লোকৰ বাবে সাম্যবাদ যে এটা বাহ্যিক পোছাকহে আৰু অভ্যন্তৰত যে তেওঁলোক কাৰ্যত ফোপোলা সেই সত্যও তাৰ উপলব্ধি হ'ল। এনে উপলব্ধিয়ে খলিলৰ মনলৈ এক কৰুণ বিষাদ ভাৱো আনি দিলে যিহেতু ওবে জীৱনৰ তাৰ বিশ্বাসৰ ভেটিটো ভাঙি থানবান হৈ পৰাৰ অৱস্থাও হ'ল। ফলত খলিলৰ গোটেই কথাবোৰ এবাৰ নতুনকৈ ভাবিবলৈ মন গ'ল। অতদিনে সি বাৰু মৰীচিকা খেদি ফুৰিছিল নেকি? তাৰ নিজকেই সুধিবলৈ মন গ'ল।

কলেজত পঢ়ি থাকোতেই খলিল আহমেদে কবিতা চৰ্চা কৰিবলৈ গৈ এক প্ৰগতিশীল সাহিত্য সংগঠনৰ লগত জড়িত হৈ পৰিল। তেনে কাব্য সাধনাৰ যোগেদি বামপন্থী যুৱসংগঠনতো সক্ৰিয়ভাৱে সোমাই পৰিল। সেই যুৱসংগঠনৰ আন্দোলনৰ মাজতেই খলিল আহমেদৰ সাম্যবাদী দলৰ নেতা নিপু হাজৰিকাৰ লগতো এক ঘনিষ্ঠ সম্বন্ধও গঢ়ি উঠিল। বিশেষকৈ নিপু হাজৰিকাৰ কন্যা মীনাৰ লগতো খলিলৰ গভীৰ সম্পৰ্ক গঢ়ি উঠিল। আচলতে যুৱআন্দোলনত দুয়ো আছিল বৰ সক্ৰিয়। এনেদৰেই দুয়ো গভীৰ প্ৰেমৰ ডোলতো আবদ্ধ হৈ পৰিল। সিহঁতে তেনেদৰে অগ্ৰসৰ হওঁতে কোনো আশংকা কৰিব লগা হোৱা নাছিল। কাৰণ মীনাৰ দেউতাক কমৰেড নিপু হাজৰিকাই সভা-সমিতি সমাবেশত জাত-পাত ধৰ্ম বিভেদৰ বিৰুদ্ধে উদাত্ত ভাষণ দিছিল। তেওঁ প্ৰায়েই কৈছিল— 'শুনক বাইজ, জাতি-বিজাতি-ধৰ্ম আদি মানুহেহে সজা ভেদ বিভেদ, এইবোৰ কোনো দেৱতা ঈশ্বৰে তৈয়াৰ কৰা নহয়। আচলতে ঈশ্বৰ দেৱতাও নাই। এইবোৰ মানুহৰ কল্পনাহে। গতিকে সকলো মানুহৰ পৰিচয় হৈছে এটাই। সেয়া হ'ল মানুহ। সেয়ে এনে ভেদ বিভেদ এৰি সাম্যবাদী আদৰ্শ গ্ৰহণ কৰক।'

তদুপৰি নিপু হাজৰিকাৰ পত্নী, মীনাৰ মাতৃ জেউতিও গণতান্ত্ৰিক মহিলা সমিতি আৰু সাম্যবাদী দলৰ সক্ৰিয় সদস্যা। এতেকে খলিল আৰু মীনাই ধৰ্মভেদৰ সম্পৰ্কে চিন্তা কৰাৰ প্ৰয়োজনবোধ কৰা নাছিল। তথাপি খলিলে কেতিয়াবা সন্দেহ প্ৰকাশ কৰি কৈছিল—

'মীনা, মাজে মাজে ভাব হয়, আমি যেন বৰ বেছি আগবঢ়া ভাল নহ'ব। সমাজে আমাক গ্ৰহণ নকৰিব যেন লাগে।'

'কিয় সন্দেহ কৰিব লাগে, খলিলদা?' মীনাই অভিমানেৰে প্ৰশ্ন কৰে, 'সমাজে যি ভাবে ভাবক, আমাৰ মা-দেউতা আৰু কমৰেডসকলেতো আমাৰ মিলনক মানি ল'ব।'

'হ'লেও মীনা, আনৰ কথা নকৰোঁৱেই, আনকি তোমাৰ মা-দেউতাৰাৰ বাৰু কথা আৰু কামৰ মিল সময়ত দেখা যাবনে?' খলিলে পুনৰ শঙ্কা প্ৰকাশ কৰি প্ৰশ্ন কৰিলে।

'তেনে কথা নক'ব খলিলদা' এইবাৰ কিছু খঙেৰেই মীনাই উত্তৰ দিলে, 'আমাৰ মা-দেউতাৰ ওপৰতো আপোনাৰ বিশ্বাস হোৱা নাইনে? তেনেহ'লে মোক কেনেকৈ বিশ্বাস কৰিব? তেতিয়াহ'লে মোক বাদেই দিয়ক।'

'আস! তুমি কিয় ইমান খং কৰিছা মীনা?' খলিলে মীনাৰ হাত দুখন মৰমেৰে সাবটি ধৰি আবেগেৰে ক'লে– 'তোমাৰ মা-দেউতাৰ আদৰ্শনিষ্ঠতাৰ ওপৰত সন্দেহ কৰাৰ বাবে মাফ কৰিবা। মই সৰ্বান্তকৰণে আশা কৰো তেওঁলোকৰ আদৰ্শৰ সংহতি। তোমাক সন্দেহ কৰা আৰু ত্যাগ কৰা প্ৰশ্নই নুঠে। গতিকে তুমি আশ্বস্ত হৈ থকা।'

দুৰ্ভাগ্যবশতঃ এদিন হৃদযন্ত্ৰক্ৰিয়া বন্ধ হৈ হঠাৎ মীনাৰ মাক জেউতিৰ মৃত্যু হ'ল। মাকৰ মৃত্যুত শোকত ভাগি পৰা মীনাক সাহস আৰু সান্ত্বনা দিবলৈ খলিলে মীনাহঁতৰ ঘৰত অধিক ঘনিষ্ঠভাৱে থাকিব লগা হ'ল। তদুপৰি মীনাৰ পিতৃ শোকত মৰ্মাহত নিপু হাজৰিকাকো সঙ্গ দিয়াতোও তাৰ নৈতিক দায়িত্ব বুলি খলিলে বিবেচনা কৰিলে। পিছে কেৱল মীনাক বাদ দি নিপু হাজৰিকাৰ পৰিয়াল আৰু আত্মীয় স্বজনে যে খলিলৰ এনে ঘনিষ্ঠ উপস্থিতিক সহজে ল'ব পৰা নাই এনে এটা সন্দেহ তেওঁলোকৰ আচৰণ আৰু ভাবভঙ্গীৰ পৰা তাৰ হ'বলৈ ধৰিলে। আনকি কোনোবা এটা সময়ত ঘৰৰ ভিতৰৰ পৰা এনেদৰে কোনাবাই কোৱা যেনো খলিলৰ কাণত পৰিল – 'এই গৰিয়াৰ ল'ৰাটো কিয় ইয়াত অনবৰতে থাকে? মীনাৰ এই মিঞাটোৰ লগত কিবা লেটিপেটি আছে নেকি?' এনে নিন্দাসূচক কথাশুনি খলিলৰ গা চোৰাত পাতে ডক'ৰ দৰে বেজবেজাই গ'ল। উস। কি শুনিছে সি? কি দৰকাৰ এনেদৰে ঘৃণাৰ পাত্ৰ হৈ ইয়াত থাকিবলৈ? তথাপি খলিলে নিজকে বুজালে যে এইবোৰ কথা এনেবোৰ মানুহে কৈছে যিসকলৰ কোনো সাম্যবাদী আদৰ্শ নাই। কমৰেড নিপু হাজৰিকাহঁতেতো তেনে কথা কোৱা নাই। তথাপি তেওঁলোকেতো এই মানুহবোৰক বাধা দিব লাগিছিল। কিন্তু নিপু হাজৰিকাক দেখোন এই ক্ষেত্ৰত তেনেই উদাসীন দেখা গ'ল। তেনেহ'লে মুখত আদৰ্শৰ ফুলজাৰি মাৰিলেও ভিতৰত তেওঁৰো ধৰ্মগত দুৰ্বলতা আছে নেকি?

মীনাইও পৰিস্থিতিটো নুবুজা নহয়। কিন্তু তাই কৰে কি। তাই যে একেবাৰে অসহায়। তাই এই বিষয়ে মাত লগালেই যে সিহঁতবোৰে ঠাট্টা ইয়াৰ্কীৰে হৈ হাল্লা লগাব। ফলত পৰিণতি বেয়া হ'ব। সিহঁতবোৰে ধৰ্মীয় বিভেদৰ বৌজাল-বৌজাল কৰিবলৈ সুবিধাহে পাব। গতিকে তাইৰ প্ৰিয়তম খলিলক অধিক বিদ্ৰূপৰ পাত্ৰ নকৰি মীনাই সত্যৰ মুখামুখী হৈ ক'লে–

'খলিলদা, আপুনি যাওকগৈ। সকামৰ দিনাহে আহিব। মা মৰাৰ বেজাৰতকৈ আপোনাক উপহাস কৰাৰ ঘটনাতহে মই অধিক বেজাৰ পাইছো। পিচে মই কথা দিছোঁ, মই সাম্যবাদী আৰু সত্যবাদী গাভৰু। সিহঁতে পাতি দিয়া ধৰ্মৰ কৃত্ৰিম দেৱালখনে মোক

আপোনাৰ পৰা আঁতৰাব নোৱাৰে। আপুনি বিশ্বাস কৰক। দুঃখ নকৰিব।'

মীনাৰ ধুনীয়া মুখখন ভৰি পৰা চকুলোত এক নতুন আলোকৰ ৰেঙণি খলিলে দেখিবলৈ পালে। মীনাৰ প্ৰত্যয়ভৰা প্ৰেমৰ আশ্বাস পাই তাৰ সকলোবোৰ অপমানৰ উৰ্দ্ধতো এক অনাবিল আনন্দ উপলব্ধি হ'ল। হ'লেও সিহঁতৰ পথ যে জটিল আৰু কণ্টকাকীৰ্ণ হ'ব এই কথাও বুজাত সিহঁতৰ অসুবিধা নহ'ল। তথাপি সিহঁত আগবাঢ়ি যাব, সাম্যবাদী আদৰ্শ আৰু পবিত্ৰপ্ৰেমৰ প্ৰেৰণাৰে। বাধা যি আহে আহক, সিহঁতে সকলো সাহস আৰু সংগ্ৰামেৰে সেইবোৰ অতিক্ৰম কৰি অগ্ৰসৰ হ'বই। সিহঁতে দেখিলে যে কেৱল মীনাৰ ভনীয়েক জীনাৰ বাহিৰে সিহঁতৰ সমৰ্থক কোনো নাই। স্বয়ং পিতৃ কমৰেড নিপু হাজৰিকাই আদৰ্শৰ মুখাখন খুলি থৈ গৰজি উঠিল— 'নাই, নাই চৰলৈকে ছোৱালী দিব পাৰিলেও বিধৰ্মীলৈ দিব নোৱাৰো। আমি সাম্যবাদীসকলে নীতিগতভাৱে ধৰ্মীয় বিভেদ মানি নল'লেও বাস্তৱত এতিয়াও আন্তঃধৰ্মীয় বিবাহৰ পৰিবেশ হোৱা নাই।'

খলিলহঁতে বুজিলে যে, এয়া নিপু হাজৰিকাৰ মাথোঁন চলাহী তত্ত্ব। আচলতে এনেবোৰ আজগুবী ব্যাখ্যা তেওঁৰ ভণ্ডামীহে মাথোন। তথাপি মীনা বিচলিত নহ'ল। তাইৰ মাক গ'লেই, এতিয়া পিতৃৰ এনে মিথ্যাচাৰৰ বিৰুদ্ধেও তাই যাবলৈ সাজু। খলিলৰ ঘৰখনতো আৰু সাম্যবাদী নহয়। গতিকে তাৰ পৰিয়ালেও এনে আন্তঃধৰ্মীয় বিবাহ সমৰ্থন নকৰাতো স্বাভাৱিক। তথাপি তেওঁলোকে সাংঘাতিক বিৰোধীতা কৰাৰ উমান সি পোৱা নাই মীনাৰ লগত তাৰ গভীৰ সম্পৰ্কৰ কথা জানি শুনিও। তেনে কৰিলেও যাতে মীনাৰ সৈতে স্বতন্ত্ৰভাৱে সংসাৰ চলাব পাৰে তাৰ বাবেও খলিলে সৰু সুৰা উপাৰ্জনৰ ব্যৱস্থা কৰি লৈছে। হোমিওপেথিৰ ট্ৰেইনিং লৈ খলিলে এখন হোমিও ফাৰ্মাচী খুলি এটা সৰু চিকিৎসাৰ চেম্বাৰো কৰি লৈছে। তদুপৰি এল, আই, চিৰ এজেন্সি এটাও সি লৈছে। ফলত চলিব পৰা উপাৰ্জন এটা হোৱাত খলিলে কিছু সাহসো পালে।

গতিকে এদিন মীনাক খলিলে বিয়া কৰিলে গোপনে কেইজনমান বন্ধু-বান্ধৱী, কমৰেড কবিক সাক্ষী ৰাখি। মীনাৰ ভনীজনীও তাত উপস্থিত আছিল। পিতৃৰ আদৰ্শ ভ্ৰষ্টতাৰ বাবেই মীনাই হয়তো এনে কৰিবলৈ বাধ্য হৈছিল। সিহঁতে চিঠিৰে পিতৃ নিপু হাজৰিকাক জনাই দিলে যে দেউতাকৰ সম্মতিৰ অভাৱত সিহঁত এনেদৰে বিবাহপাশত আবদ্ধ হ'বলৈ বাধ্য হ'ল। পিছে নিপু হাজৰিকাই মীনাক ধৰাই নিবলৈ মানুহ লগোৱা আৰু পুলিচতো দিয়া বুলি জীনাৰ পৰা গোপনে জানিব পাৰি সিহঁতে দুমাহমান পলাই থাকিব লগাও হ'ল। অৱশ্যে কবি দম্পতী মুকুট-কল্যাণী আৰু অন্যান্য বন্ধু-বান্ধৱী সতীৰ্থৰ মধ্যস্থতা আৰু জীনাৰ প্ৰচণ্ড হেঁচাত নিপু হাজৰিকা কিছু শিথিল হ'বলৈ বাধ্য হ'ল। তদুপৰি সাম্যবাদী হৈও এনে ধৰ্মীয় গোড়ামী দেখুৱা বাবেও দল আৰু পৰিচিত উদাৰ ভাৱাপন্নলোকৰ দ্বাৰা কঠোৰ সমালোচনাৰ সমুখীন হৈও নিপু হাজৰিকা ভালেখিনি সহজ হ'বলৈ বাধ্য হ'ল। ফলত খলিল মীনাহঁত মীনাৰ ঘৰলৈও যাব পৰা হ'ল। অৱশ্যে নিপু হাজৰিকাই সিহঁতক কোনো আদৰ আপ্যায়ন নকৰিলেও জীনাৰ আন্তৰিক আদৰ চেনেহ পাই খলিল মীনাহঁতো আনন্দিত হ'ব পাৰিলে।

তথাপি খলিল-মীনাহঁতক সহায় কৰাৰ অপৰাধৰ পৰা পিতৃ নিপু হাজৰিকাই আপোন

কণিষ্ঠা কন্যা জীনাকো বেহাই নিদিলে। তাইক ঘৰৰ পৰা পোনপটীয়াকৈ খেদা সম্ভৱ নোহোৱা বাবে পৰোক্ষভাৱে জীনাক শাস্তি দিয়াৰ ব্যৱস্থা কৰিলে। এদিন সকলোকেই আচৰিত কৰি দি নিপু হাজৰিকাই কোৰ্টৰ সমুখত চকী-টেবুল লৈ দোকান দি থকা আদহীয়া ঢামনী তিৰোতা এজনী নি ঘৰ সোমোৱালেগৈ। তদুপৰি সকলোৱেই অধিক আচৰিত হ'ল এজন সাম্যবাদী আদৰ্শৰ কমৰেডে তেওঁৰ লগত আদৰ্শ-সংগঠনৰ সঙ্গী হৈ জেইল পৰ্যন্ত খোৱা পত্নী জেউতিক মৃত্যুৰ এবছৰ নৌহওঁতেই নিপু হাজৰিকাই পুনৰ এজনী ঢামনীক চপাই লোৱাৰ কাণ্ড দেখি। তাৰ পিচত পৰিণতি স্বাভাৱিক সতীয়া মাতৃ ঘৰখনৰ উঠি ৰাণী বহি ৰাণী হৈ পতি নিপু হাজৰিকাক ভৰিৰে গছকি লৈ বিমাতৃক জীনাক দস্তুৰমত অত্যাচাৰ কৰিবলৈ ধৰিলে। জীনাৰ এনে দুৰ্দশা সহ্য কৰিব নোৱাৰি খলিল-মীনা উপযুক্ত ল'ৰাৰ সন্ধানত লাগিল। সিহঁতৰ বিশেষ অসুবিধাও নহ'ল। কাৰণ জীনা আছিল অতিকৈ ধুনীয়া। উচ্চ শিক্ষিতা আৰু আকৰ্ষণীয়া। তদুপৰি তাই আছিল সবল ব্যক্তিত্বসম্পান্না আৰু প্ৰকৃত আদৰ্শপ্ৰাণা। গতিকে সংগঠনৰেই ৰজত নামৰ সকলো দিশৰে উপযুক্ত ল'ৰা এজনে জীনাক বিয়া কৰিলে। নিপু হাজৰিকা পিছে তেনেই নিৰ্বিকাৰ হৈ থাকিল যেন তেওঁৰ একো ক'বলৈ বা কৰিবলগীয়া নাই। অৱশ্যে জীনাক ঘৰৰ পৰা উলিয়াই পঠাব পাৰি নিপুৱে যেন বোজা এটাৰ পৰা সকাহহে পালে।

খলিল আৰু মীনাৰ সংসাৰ সুখেৰেই চলিল। খলিলৰ পৰিয়ালো উদাসীন। সিহঁতৰ প্ৰতি সমৰ্থনো নাই বিৰোধীতাও নাই। খলিলৰো মোটামোটি উপাৰ্জন থকাত বিশেষ অসুবিধা নহ'ল। সিহঁতে বিশেষ আৰামী আৰু বিলাসী জীৱনো বিচৰা নাছিল। ফাৰ্মাচীত মীনাই সহায় কৰি দিছিল আৰু এল, আই চিৰ হিচাপ নিকাচো তায়েই ৰাখিছিল। খলিলহঁতৰ এটাই মাথোন আক্ষেপ হ'ল এই ভাবি যে নিপুহঁতৰ দৰে ভণ্ড কমৰেডো পাৰ্টিত সাচ্ছা কমৰেড হৈ আছে। গতিকে সিহঁতৰ এনে আদৰ্শ-সংগঠনৰ প্ৰতিও ক্ৰমে আকৰ্ষণ নোহোৱা হৈ পৰিল। তথাপি জীনাৰ গিৰিয়েক অৰ্থাৎ খলিলৰ শালপতি ৰজতৰ বেঙ্কৰ চাকৰিত প্ৰমোচন হোৱাত ৰজত আৰু জীনাক গুৱাহাটীলৈ চাকৰিত যোগদান কৰিবলৈ যাবৰ সময়ত বিদায় দি খলিল আৰু মীনাৰ বেচ আনন্দ লাগিল।

অৱশ্যে এদিন খলিলহঁত কিছু সংকটটো পৰিল। হঠাৎ মীনাৰ প্ৰসৱৰ বেদনা আৰম্ভ হোৱাত সিহঁত বিমোৰত পৰিল। সেয়া প্ৰথমবাৰ হোৱা বাবে সিহঁতৰ কোনো অভিজ্ঞতাও নাছিল। ইফালে খলিলৰ ঘৰখনেও সিহঁতক সহায় কৰাৰ কোনো আগ্ৰহ নেদেখুৱালে। তেতিয়া পলম কৰাৰো সময় নাছিল। গতিকে খৰধৰ কৰি ৰিক্সা এখনত উঠাই মীনাক ডিব্ৰুগড়ৰ চিভিল হস্পিতেললৈ  লৈ গ'ল। হস্পিতেলত চৰকাৰী ডাক্তৰ নাৰ্ছকো কিছু খোচামুদি কৰি মীনাৰ প্ৰসৱ কৰোৱালে। এটা নোদোকা ল'ৰা-সন্তান জন্ম হ'লেও ফৰচেপ লগাই জোৰ দিওঁতে কিছু ঘাঁ হোৱাত দুটামান চিলনি দিব লগা হোৱাত মীনা প্ৰায় বেহুচ হৈ পৰিল। ইতিমধ্যেই মাজৰাতি হোৱাত মাতৃ আৰু সন্তানক সম্পূৰ্ণ সুস্থ অৱস্থাত দেখি সিহঁতক ঘৰলৈকে লৈ গৈ পৰিচৰ্যা কৰিবলৈ ডাক্তৰে উপদেশ দিলে। আনুষ্ঠানিকভাৱে ছুটি নোলোৱাত

কোনো ডাক্তৰ বা নাৰ্চে ডিউটি নিদিয়ে সিহঁতৰ কোঠাত।

খলিলে এতিয়া কৰে কি? এই মাজনিশাখনত পায় কি? না-গাড়ী, না-ৰিক্সা, না-ঠেলা। প্ৰসূতি গৃহৰ পৰাই এতিয়া সি বেহচ মীনাক কেঁচুৱাসহ অকলে ডাঙি বাহিৰলৈ নিয়ে কেনেকৈ। গতিকে ইতিমধ্যেই কিবা প্ৰকাৰে খবৰ পাই প্ৰসূতিগৃহৰ বাহিৰত ৰৈ থকা নিপু আৰু নিপুৰ ঘৈণীয়েকৰ পৰা সেয়ে সি সহায় বিচাৰিলে। কিন্তু নিপু হাজৰিকাৰ ঢামনী ঘৈণীয়েকজনীয়ে জকজকাই চিঞৰি উঠিল–

'নাই নাই নুচুবা নুচুবা। মিঞানী আৰু মিঞা পোৱালী চুই পাপ নকৰিবা। আঁতৰি আহা।'

'তেতিয়াহ'লে এই পাপীবোৰক চাবলৈ আপোনালোক কিয় আহিছে?' খলিলে খঙতে চিঞৰিলে, 'আপোনালোক আমাৰ ওচৰত থাকি পাপ নবঢ়াব। আপানালোকে ইয়াৰ পৰা গুচি যাওক।'

'ব'লা ব'লা হেৰা।' নিপু হাজৰিকাক মতগজ ঢামনীয়ে ঠেলি ঠেলি আঁতৰাই আন্ধাৰত মিলি গ'ল।

নিৰুপায় হৈ উদ্ভ্ৰান্তৰ দৰে খলিল আহমেদ চিভিলৰ গেটলৈ দৌৰ দি দেখিলে যে ৰিক্সাচালক এটাই ৰিক্সাখন ওচৰতে এৰি মদ খাই অবাইচ মাত মাতি ৰিক্সাখনত আঁউজি ঢলি পৰি চিঞৰি আছে। খলিলে তাৰ ওচৰলৈ গৈ কাবৌকে ক'লে– 'ভাই, মোক এই মহাবিপদত সহায় কৰিবানে?'

'ধেৎ চেলা, মোক দিগদাৰী নিদিবি চৌৰৰ কা বাচ্ছা।' ৰিক্সাৱালাটোৱে উভটমাত মাতি গৰজি ক'লে, 'মোৰ চালা টোপনি ধৰিছে।'

খলিলে পিছে প্ৰায় কান্দি কান্দি ৰিক্সাৱালাটোৰ ভৰিত ধৰি তাৰ দুঃখৰ সকলো কথা কৈ তাক সহায় কৰিবলৈ কাকুতি-মিনতি কৰিলে। তাৰ পিচত ৰিক্সাখন খৰধৰ কৈ ঠেলি চিভিলৰ বাৰাণ্ডালৈ নি ক'লে– 'ব'ল ব'ল, ক'ত আছে তোৰ বাচ্ছা- জেনানা?'

তাৰ পিছত আৰু সিহঁতৰ ৰ'বলৈ সময় নেথাকিল। দুয়ো ভিতৰ সোমাই অৰ্দ্ধচেতন মীনা আৰু টেউ টেউকৈ কান্দি থকা কেঁচুৱাটো আলফুলে ডাঙি নি ৰিক্সাত বহুৱাই লৈ খলিলক ধৰিবলৈ দি ক'লে–

'তই ৰিক্সাত উঠি মাৰু কেঁচুৱাক কোচত ল। মই ৰিক্সাখন ঠেলি নিওঁ। উঠি চলাই নিলে সিহঁতে কষ্ট পাব।'

বৰ সাৱধানেৰে নি মীনাক খলিলহঁতৰ বিচনাত শুৱাই দি ৰিক্সাৱালাটোৱে তাৰ সাধাৰণ জ্ঞানেৰে মীনাক গৰম তেল আৰু নহৰু সানি পুতুকি পৰিচৰ্যা কৰিবলৈ ধৰাত মীনাই চেতনা পালে। তাৰ পিচত তাই খলিলৰ কোলাত কান্দি থকা কেঁচুৱাটো বিচাৰিলে। কেঁচুৱাটো মীনাৰ বুকুত দিয়াত তাই গাখীৰত তাৰ মুখখন লগাই দিয়াত কেঁচুৱাটো শান্ত হৈ পৰিল। মাৰু কেঁচুৱাৰ তেনে উন্নত অৱস্থা দেখি সাহস পাই খলিলে ৰিক্সাৱালাটোক কৃতজ্ঞতাত গদগদ কণ্ঠেৰে ক'লে—

'ভাই, তোমাক কি বুলি ধন্যবাদ জনাম। তোমাৰ ওচৰত মই যে কিমান ঋণী। এই টকা শ লোৱা। ৰাতি পুৱাবলৈ এতিয়াও বাকী। যোৱা শুই থাকাগৈ।'

'ঐ ভাই, কি কথা কৈছৰে', ৰিক্সাৱালাটোৱে এইবাৰ দৰদ সনা কণ্ঠেৰে ক'লে, 'তহঁতক এই ৰাতিখন এইদৰে এৰি মই শুই থাকিমগৈ নেকি অ'? আৰে, মোক টকা কিয় দিছ ভাই। মোৰ টকাৰেই মই এই বহন আৰু বাচ্ছাটোৰ বাবে দৰৱ আৰু খানা আনি দিম ৰ।'

আশ্চৰ্যত অভিভূত হোৱা খলিলৰ মুখৰ মাত হেৰাল। আৰে, এই মদপী ৰিক্সাৱালাটোৰ কাণ্ডখন চোৱা, সি পগলা হোৱা নাইতো। তাৰ সেই বোকা বালিৰে ভৰা হাত দুখনে মিএগক চুলে তাৰ পাপ নহয় নেকি?

ৰাতিপুৱালৈকে পৰদি থকা মদপী ৰিক্সাৱালাটোৱে কেঁচুৱাটোক আলফুলে চুই খিৰিকীয়েদি সোমাই অহা বেলিটোক চালাম জনাই বুজাব খুজিলে যেন শিশু আৰু বেলি একেই আৰু অভিন্ন।★★

# অঞ্জলি, মালতী ইত্যাদি

## বসন্ত কুমাৰ ভট্টাচাৰ্য

মিছ অঞ্জলি শৰ্মাই অসম্ভৱ ক্লান্তি অনুভৱ কৰিছে। তাইৰ মনত হ'ল– এইখিনি সময়ত তাইক জিৰণি লাগে। অন্ততঃ এঘণ্টামানৰ বাবে তাইক জিৰণিৰ খুবেই প্ৰয়োজন। শোৱা কোঠাটোত সোমাই তাই দুৱাৰখন জপাই দিলে। বিছনাখনৰ শিতানৰ ফালৰ খিৰিকীখন খুলি দি তাই শৰীৰটো বিছনাত মেলি দিলে। লগে লগে তাইৰ কণ্ঠৰ পৰা নিঃসৃত হ'ল এটা শব্দ-– 'আস্'। তাই চকুজুৰি মুদি দিলে। খিৰিকীৰে এছাটি শীতল বতাহ সোমাই আহি তাইৰ দেহৰ ওপৰেদি বাগৰি গ'ল। তাইৰ সৰ্বশৰীৰ সিৰিকি কৈ উঠিল। অক্টোবৰৰ শেষ ভাগ। বতাহ ছাটিত বাৰুকৈয়ে শীতলতা বৰ্তমান।

অফিচত এইকেইদিন কামৰ বৰ ভিৰ হৈছে। পুৱা দহ বজাৰ পৰা বিয়লি চাৰি বজালৈ তাই আজি মূৰ দাঙিবলৈকে সময় উলিয়াব নোৱাৰিলে।

অইন দিনা তাই খোজ কাঢ়িয়েই অফিচৰ পৰা ঘৰলৈ উভতে। আহোতে বাহিৰে বাহিৰে সোমাই শাক-পাচলি আৰু প্ৰয়োজনীয় বয়-বস্তু কিনি লৈ আহে। আজি কিন্তু পোনে পোনে ৰিক্সাৰে আহি ঘৰ পালে। বজাৰত সোমোৱা নহ'ল। বজাৰ কৰিবলগীয়া বিশেষ একো নাছিল। শাক-পাচলি কালিতেই সৰহকৈ কিনি আনিছে।

খন্তেক নিতাল মাৰি তাই বিছনাত পৰি থাকিল। অইনদিনা হ'লে, এইখিনি সময়ত নন্দিনী দেৱী, গেটৰ মুখৰ পৰা তাইক চিঞৰি চিঞৰি মাতি সোমাই আহে। নন্দিনী দেৱীৰ চিঞৰ শুনিয়েই তাৰ হবমূৰকৈ বাহিৰলৈ ওলাই যায়। দুয়ো বাৰাণ্ডাতে মুখা-মুখিকৈ চকি দুখন পাৰিলে বহে। সাজ লাগি ভাগি যোৱালৈকে দুয়ো কথা পাতে, হাঁহে। নন্দিনী দেৱী কথকী ছোৱালী। কথা ক'বলৈ আৰম্ভ কৰিলে, এৰিবলৈ পাহৰি যায়।

অঞ্জলি শৰ্মাই কম কথা কয়। তাই সদায়েই নন্দিনীৰ কথাৰ নীৰৱ শ্ৰোত্ৰী। নন্দিনীৰ আপত্তিজনক কথাবো তাই প্ৰতিবাদ নকৰে। কেৱল শুনি যায়। সেইটোৱেই তাইৰ স্বভাৱ।

আজি নন্দিনী নাই। কালিতেই দুদিনৰ ছুটী লৈ তাই গাঁৱৰ ঘৰলৈ গৈছে। নন্দিনীয়ে বেংক এটাত চাকৰি কৰে। অঞ্জলি শৰ্মাৰ ভাড়াঘৰটোৰ মুখামুখিকৈ ৰাস্তাটোৰ সিপাৰিত, সৰু ঘৰ এটাত তাই থাকে। লগত থাকে সৰু ভায়েক চম্পক। সি কলেজত পঢ়ে। নন্দিনীহঁতৰ ঘৰুৱা অৱস্থা বৰ ভাল নহয়। ঘৰত মাক-দেউতাক আৰু সৰু ভনীয়েকজনী থাকে। নন্দিনীৰ ককায়েক এজন আছে। বিয়া-বাৰু কৰাই সি ঘৰৰ পৰা আঁতৰি গৈছে। সি বৰ্তমান ডিব্ৰুগড়ত। ঠিকাঠুকলি কৰি পেট প্ৰবৰ্তায়। ঘৰৰ লগত তাৰ সম্প্ৰতি কোনো সম্পৰ্ক নাই। নন্দিনীহঁতেও তাৰ খা-খবৰ নাৰাখে। ৰখাৰ প্ৰয়োজন অনুভৱ নকৰে। নন্দিনীৰ দেউতাকৰ উপাৰ্জনৰ কোনো

পথ নাই। মাটি-বাৰী যি অলপ -অচৰপ আছিল, সেইখিনিও অৰ্থাভাৱত বিক্ৰী হৈ গ'ল। বৰ্তমান নন্দিনীৰ দৰমহাৰ টকাকেইটাবে ঘৰখন বৰ্তি আছে।

নন্দিনী বয়স ত্ৰিশৰ উৰ্দ্ধত। বিয়াৰ বয়স পাৰ হওঁ হওঁ। তাই কিন্তু ঘূণাক্ষৰেও বিয়া-বাৰুৰ কথা নুলিয়ায়। বিয়া-বাৰু, সংসাৰ, সুখ এইবোৰৰ প্ৰতি যেন তাই বীতশ্ৰদ্ধ। কথা প্ৰসংগত, মাজে-সময়ে অঞ্জলি শৰ্মাই তাইক বিয়াৰ কথা কয়; তুমি যে এনেকৈ আছা, সদায়েই এনেকৈ থাকিবানে?'

— 'এনেকৈ মানে?' — নন্দিনী উচপ খাই উঠে।

— 'মানে, বিয়া-বাৰুৰ কথা তুমি জানো নাভাবা?'

— 'বিয়া-বাৰু, ঘৰ-সংসাৰ-- সেইবোৰ কথা মোৰ আগত নুলিয়াবা — প্লিজ।' — তাইৰ নাক-মুখ কোঁচ খাই যায়।

অঞ্জলি নীৰৱ হয়।

প্ৰসংগ সলনি কৰি নন্দিনীয়ে অন্য কথা উলিয়ায়। বৰ্তমানৰ অস্থিৰ অৱস্থা, ৰাজনীতি, সমাজনীতি আদিৰ বিষয়ে তাই আলোচনা আৰম্ভ কৰে। এনেবোৰ আলোচনাত তাইৰ উৎসাহ বাঢ়ে। তাইৰ কথাবোৰ অঞ্জলিয়ে পৰম কৌতূহলেৰে শুনি যায়। তাই আচৰিত হয়। নন্দিনীয়ে ইমানবোৰ কথা জানে।

নন্দিনী কেৰিয়াৰ থকা ছাত্ৰী আছিল। কলেজীয়া জীৱনত তাই নানান সাংস্কৃতিক-সামাজিক কামেৰে সৈতে জড়িত হৈ পৰিছিল। সভা-সমিতিত ভাষণ দিছিল। তাইৰ বন্ধু-বান্ধৱীসকলে ভাবিছিল-- নন্দিনীয়ে ৰাজনীতি কৰিব-- নিৰ্বাচন খেলিব — এম এল এ, মন্ত্ৰী হ'ব। কিন্তু তাই হ'লগৈ বেংকৰ কেৰাণী।

তাই মাজে-সময়ে অঞ্জলিক কয়, 'বুজিছা, মানুহৰ জীৱনৰ পথ বৰ কাঁইটিয়া। এই কাঁইটিয়া পথ অতিক্ৰম কৰি জীৱনটো সফল কৰি তুলিবলৈ তুমি অবিৰাম সংগ্ৰাম কৰিব লাগিব। সংগ্ৰামত যে তুমি জয়ী হ'বা, সেই আশাও তুমি কৰিব নোৱাৰা। আনহাতে পৰাজিতা হ'লো বুলি ভাবি তাৰ পৰা তুমি আঁতৰি থাকিবও নোৱাৰা। জয়-পৰাজয় পিছৰ কথা, তুমি কিন্তু সাহসেৰে জপিয়াই পৰিব লাগিব সংগ্ৰামত।'

অঞ্জলিয়ে শুনি যায়। শুনি তাইৰ ভাল লাগে। নন্দিনীৰ কথাত খং ক্ষোভ প্ৰকাশ পায়। সময়ে সময়ে, কথা কৈ থাকোতে তাই আবেগিক হৈ পৰে। তেতিয়া তাইৰ চকুযুৰি কপালত উঠে। ঘন ঘনকৈ উশাহ লয়।

বিছনাত পৰি অঞ্জলিয়ে নন্দিনীৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে। ঠিক কৰো বুলি নহয়, আপোনা-আপুনি তাইৰ মনত নন্দিনীৰ চিন্তাই ভিৰ কৰিছেহি। মাকৰ পৰা জৰুৰী চিঠিখন পাই তাই ঘৰলৈ গৈছে। চিঠিত মতাৰ কাৰণ একো উল্লেখ কৰা নাই। ভনীয়েকজনীৰ এঠাইত বিয়াৰ কথা চলি আছিল। সম্ভৱতঃ সেই কাৰণেই নন্দিনীৰ প্ৰয়োজন হৈছে।

ছমাহমান আগতে মাকে এবাৰ তাইক জৰুৰী চিঠিৰে মাতি পঠিয়াইছিল। মাকজনী ব্যস্ত হৈ পৰিছে ভনীয়েকজনীৰ বিয়াৰ চিন্তাত। ভনীয়েকজনী পঢ়াশুনাত বেয়া। হাইস্কুল শিক্ষান্ত পৰীক্ষাত তিনিবাৰ বহিও উত্তীৰ্ণ হ'ব নোৱাৰিলে। এতিয়া পঢ়া-শুনা এৰি পেলাইছে। মাজতে এবাৰ গাঁৱৰে ডেকা এজনৰ লগত পলাই গৈ তাই ক'ৰবাত দুনিশানে তিনিনিশা

আছিল। ঘৰখনত হুলস্থূল লাগিছিল। গাঁৱখনত বুবু-বাবা চলিছিল। খবৰটো নন্দিনীলৈও পঠিয়াইছিল। নন্দিনীয়ে ঘটনাটোত গুৰুত্ব নিদিলে। গুৰুত্ব দিয়াৰ প্ৰয়োজন বোধ নকৰিলে। মাথোঁ তাই কৈছিল, 'এয়া তাইৰ বয়সৰ দোষ। যৌৱনে তাইক উন্মাদিনী কৰিছে। তাইৰ হিতাহিত জ্ঞান লোপ পাইছে। তাইক বিচাৰ-খোচাৰ কৰি লাভ নাই।'

চাৰিদিনমান পিছত তাই কান্দি কাটি ঘৰ পাইছিল। মাক-দেউতাকে তাইক একো কোৱা নাছিল।

তেতিয়াৰে পৰা মাকজনীৰ মনত একেটা মাথোন চিন্তাই বাহ সাজিছিল-- তাইক সোনকালে বিয়া দিব লাগে, নহ'লে আৰু বা ক'ত কি অঘটন ঘটায়।

নন্দিনী অনবৰতে ঘৰখনৰ চিন্তাত ব্যস্ত।

নিজৰ বিষয়ে, মুহূৰ্ত এটাৰ বাবেও তাই নাভাবে।

আৰু অঞ্জলি।

অঞ্জলিয়ে ঘৰৰ চিন্তা কৰিব নালাগে। মাক-দেউতাক কাহানিবাই ঢুকাল। গাঁৱৰ ঘৰত ককায়েক এজন থাকে। স্থানীয় হাইস্কুলৰ সহকাৰী শিক্ষক। বিয়া-বাৰু কৰাই নিয়াৰিকৈ সংসাৰ চলাই আছে। নবৌয়েকজনীয়েও প্ৰাইমাৰী স্কুল এখনত সোমাইছে। টকা-পইচাৰ অভাৱ নাই। চলি আছে। অঞ্জলিয়ে ককায়েক-নবৌয়েকৰ বাবে ভাবিব নালাগে।

অঞ্জলি দেখনিয়াৰ। নন্দিনীতকৈ বয়সত দুবছৰমান সৰু। তাই আজিকালি অত্যাধুনিক ডিজাইনাৰ দামী সাজ-পাৰ পৰিধান কৰি লয়লাস ভংগীৰে নিতৌ নিৰ্দিষ্ট সময়ত অফিচলৈ অহা-যোৱা কৰে। সযত্নে ফণিওৱা চুলিকোছাৰে আলফুলকৈ গুঠি উলিওৱা বেণীডাল তাইৰ পিঠিৰ ফালে ব্লাউজৰ ওপৰত লিপিট খাই পৰি থাকে। সোঁ কাষলতিৰ তলেদি ওলমি থাকে ঈষৎ বাদামী ৰঙৰ ভেনিটি বেগটো। বাওঁহাতত লেডিজ ছাটিটো। খোজকাঢ়ি গ'লে তাইৰ দেহৰ পৰা কছমেটিকছৰ যুৰযুৰীয়া মিঠা গোন্ধ এটা ওলাই আহি চৌদিশৰ বতাহত বিয়পি পৰে। ধেনুভিৰিয়া চকু, জোঙা নাক, মসৃণ গাল আৰু মাংসল দুবাহুৰে তেজস্বী গাভৰু অঞ্জলি। তাইৰ ওঁঠত অনবৰতে এটা মিঠা হাঁহিয়ে টৌ খেলি থাকে। কাৰোবাৰ লগত কথা পাতিবলৈ ল'লে তাইৰ হাঁহিটো প্ৰকট হৈ পৰে। সেই বুলি তাই চঞ্চলা নহয়। ধীৰ-স্থিৰ। চাকৰিৰ দায়িত্ব আৰু কৰ্তব্যবোধৰ তাড়নাতেই হয়তো তাইৰ গাভৰু মনৰ চাঞ্চল্য হ্ৰাস পাইছে।

অঞ্জলিৰ বিয়াৰ উপযুক্ত বয়স হৈছে।

ইতিমধ্যে তাইক কেবাজনো উপযুক্ত ডেকাই বিয়াৰ প্ৰস্তাৱ দিছে। এনেবোৰ প্ৰস্তাৱ প্ৰত্যক্ষ আৰু পৰোক্ষ। কিন্তু তাই বিয়া সম্পৰ্কত এতিয়ালৈকে চূড়ান্ত সিদ্ধান্ত লোৱা নাই। আনহাতে কোনো ডেকাৰে সৈতে প্ৰণয়ৰ সম্পৰ্কও তাই গঢ়ি তোলা নাই। আজি অফিচত সহকৰ্মী এজনৰ জৰিয়তে, চফল ডেকা এজনে তাইৰ লগত চিনাকি হৈ কথা-বতৰা পাতিছিল। ডেকাজনক তাইৰ বেয়া লগা নাছিল। তাৰ কথা-বতৰা মাৰ্জিত আছিল। সহকৰ্মীজনে কৈছিল- - সি হেনো ইঞ্জিনিয়াৰ। এই চহৰতে চাকৰি। ডেকাজনে তাইক পৰোক্ষভাৱে চাই-চিন্তি গ'ল নেকি। সহকৰ্মীজনে এই বিষয়ে তাইক একো জানিবলৈ দিয়া নাই। কাইলৈ হয়তো জনাব। ডেকাজনৰ মুখখন দেখ-নেদেখকৈ তাইৰ চকুৰ আগত ভাহি উঠিল। তাই চকুযুৰি মুদি দিলে।

অঞ্জলিৰ সহকৰ্মী মৃণাল চক্ৰৱৰ্তীয়ে তাইক বিয়া কৰাবলৈ আগ্ৰহী। পোনপটীয়াভাৱে

কোৱা নাই যদিও মৃণালৰ ভাব-ভংগী, আচৰণপাতিৰ পৰা তাই তাৰ আগ্ৰহৰ বিষয়ে অনুমান কৰি ল'ব পাৰিছে। এই বিষয়ে অফিচত দীৰ্ঘদিন ধৰি অতি সংগোপনে এটি উষ্ণ আলোচনা বিভিন্নজনৰ মাজত চলি থকা কথাও অঞ্জলিয়ে জানে। কিন্তু তাই সিবোৰলৈ ভ্ৰূক্ষেপ কৰা নাই।

মৃণাল চক্ৰবৰ্তীক এনেয়ে অঞ্জলিৰ ভালেই লাগে। শান্ত-নম্ৰ মৃণাল চক্ৰবৰ্তী। তাইৰে সৈতে হাঁহি-ধেমালি কৰে। খোলা মনৰ মানুহ। সেই বুলি তাই মৃণালক বিয়া কৰাই স্বামীৰ আসনত বহুৱাবলৈ আগ্ৰহী নহয়। এনেয়ে ভাল লগা আৰু বিয়া কৰোৱাৰ মাজত পাৰ্থক্য আছে। মৃণালক তাই বন্ধু হিচাপে ভাল পায়, কিন্তু স্বামী হিচাপে সমগ্ৰ জীৱনৰ বাবে পাবলৈ বাঞ্ছা নকৰে।

তাই মৃণালক প্ৰশ্ৰয় দিয়া নাই। দিব নোৱাৰে।

মৃণালো তাইৰ কাষ চাপি আহিব পৰা নাই।

কিবা এটা কমপ্লেক্স তাৰো আছে।

তাই চকুযুৰি মুদি পৰি থাকিল।

তাই খুব নিঃসংগ অনুভৱ কৰিলে। আজিকালি প্ৰায়েই তাইক নিঃসংগতাৰ চেতনাই আচ্ছন্ন কৰি ৰাখে। তাই গাৰুটো বুকুৰ মাজলৈ টানি আনিলে।

ঘৰত এইখিনি সময়ত মালতীও নাই। তাই অঞ্জলিক চাহ কাপ দিয়েই ৰাস্তাৰ ফালে ওলাই গৈছে। বিধবা মাকৰ ছোৱালী তাই। অফিচৰ পিয়ন নন্দই আনি দিছে মালতীক। নলবাৰী জিলাৰ কোনোবা এখন ভিতৰুৱা গাঁৱত তাইৰ ঘৰ। মালতী নিৰ্জু ছোৱালী। কাম-কাজতো পাকৈত। তাইক বিধবা মাকজনীয়ে একপ্ৰকাৰ অঞ্জলিকে সপি দি গৈছে। 'আইজনী, ছোৱালীটিক আপোনাৰ হাততে অৰ্পণ কৰিলো। নিজৰে ভনী বুলি তাইক চাব আৰু ভৱিষ্যতে দিহা এটা লগাই দিব।' — তাইৰ মাকে সকাতৰে অঞ্জলিক অনুৰোধ কৰি গৈছে।

অঞ্জলিয়ে নিজৰ লগতে মালতীৰ কথাও ভাবিব লগা হৈছে। অঞ্জলিৰ বিয়া-চিয়া হৈ গ'লে মালতী একপ্ৰকাৰ নিঠৰুৱা হ'ব। তাইকো ক'ৰবাত কিবা এটা সুবিধা কৰি দিব লাগিব।

অঞ্জলি শৰ্মাই ক্লান্তি আঁতৰাবলৈ বিচনাত পৰিলেও প্ৰকৃততে তাইৰ ক্লান্তি আঁতৰি নগ'ল। বাঢ়িলহে। তাই বিচনাৰ পৰা উঠিল। দুৱাৰখন খুলি বাহিৰলৈ ওলাই গ'ল তাই। বাহিৰত তেতিয়া অস্তগামী সূৰ্যৰ ৰাঙলী আভা বিয়পি পৰিছে। আকাশ ফৰকাল। তাই এবাৰ আকাশখনলৈ মূৰ তুলি চালে। এজাক চৰাই; দূৰণিৰ আকাশত উৰি ফুৰিছে। আকাশত উৰি ফুৰা চৰাইৰ জাক দেখিলে অঞ্জলিৰ স্নায়ুত পুলক শিহৰণ জাগে। গাঁৱলৈ তাইৰ মনত পৰে। গাঁৱৰ আকাশত কত যে কিমান চৰাইৰ জাক। ঋতু ভেদে ভিন ভিন চৰাই।

তাই ধীৰ খোজেৰে সন্মুখৰ গেটৰ ফালে আগবাঢ়িল। গেটৰ নিচেই কাষতে মালতী থিয় হৈ এজন ডেকা ল'ৰাৰে সৈতে কথা পাতি আছিল। ডেকা ল'ৰাজন চাইকেলেৰে আহিছিল। অঞ্জলিক দেখি সি কোবাকুবিকৈ চাইকেল চলাই আঁতৰি গৈছিল। মালতী লাজত ৰঙা-চিঙা পৰিছিল।

অঞ্জলি মালতীৰ কাষ চাপি গ'ল।

— ক'ব ল'ৰা অ' এইজন? —— অঞ্জলিয়ে কিঞ্চিৎ কৌতূহলেৰে মালতীলৈ চালে।

— সেই যে দিগন্ত বৰুৱা নে কি, ডাক্তৰজন, তেখেতৰ ঘৰত থাকে। তাই তলমূৰ কৰিলে।

— তোক হ'বলা ভাল পায়। — অঞ্জলিয়ে মিচিকিয়াই হাঁহিলে।

মালতী ৰঙা-ছিঙা পৰি গ'ল।

একো নামাতিলে তাই।

— সি সদায় আহে নেকি?

— সদায় নাহে। কেতিয়াবা আহে। বজাৰ কৰিবলৈ সি এইফালেদি যায়। দেখিলে মাত এষাৰ দিয়ে।

অঞ্জলিয়ে আৰু একো নুসুধিলে।

মালতীয়ে তল মূৰ কৰি ৰ'ল।

তাইৰ লাজ লাগিল। অঞ্জলিৰ মুখলৈ নোচোৱাকৈয়ে তাই আঁতৰি গ'ল।

অঞ্জলিয়ে মালতীলৈ এখন্তেক অপলক দৃষ্টিৰে চাই ৰ'ল। যৌৱন তলমল মালতীৰ দেহ সুষমাই অঞ্জলিক হঠাতে যেন মুগ্ধ কৰি পেলালে। অঞ্জলিৰ মনত প্ৰশ্ন জাগিল— এই যৌৱন গৰকা দেহলৈ মালতী বাৰু কিমান দিনলৈ তাইৰ বান্ধনীজনী হৈ থাকিব? তাইৰ বাৰু হৃদয়ে হাহাকাৰ নকৰেনে? দেহত পুৰুষ হাতৰ স্পৰ্শ লাভৰ বাবে তাই বাৰু ব্যাকুল নহয়নে?

অঞ্জলিৰ হৃদয়ৰ মাজত এটি সৰু চৰায়ে গুণগুণাই উঠিল। মালতীৰ কথা ভাবোতেই তায়ো যেন দেহমনত কিবা এটা উত্তেজনা অনুভৱ কৰিলে। তাই উভতি আহি বাৰাণ্ডাত পাৰি থোৱা চকিখনত বহিলহি। তৰা ভৰ্তি আকাশখনলৈ তাই এবাৰ চকু তুলি চালে। সমুখৰ শেৱালি জোপাৰ পৰা নিশাৰ চৰাই এটি পাখীৰ ঢপঢপনিৰে বতাহ কোবাই আঁতৰিবলৈ উৰি গ'ল। তাইৰ মগ্ন চেতনাত মালতী আৰু সেই ডেকা ল'ৰাটোৰে ভুমুকি মাৰিলেহি।

— 'বাইদেউ!' — অঞ্জলি উচপখাই উঠিল। চকু ঘূৰাই চাই তাই দেখিলে — ওচৰৰ মালতী তলমূৰকৈ থিয় দি আছে।

— 'মালতী!' — অঞ্জলিৰ কণ্ঠস্বৰত বিস্ময়।

— 'বাইদেউ! আপোনাক কথা এষাৰ ক'মনে?' — মালতীয়ে সৰু মাতেৰে সুধিলে।

— 'কথা? কি কথা নকৰ কিয়?' — অঞ্জলিৰ চকু কপালত।

— 'মানে, সেই যে ডাঃ দিগন্ত বৰুৱাৰ ঘৰত থকা ডেকা ল'ৰাটো— মাধব, নাম তাৰ। জানে বাইদেউ, সি মোক ভাল পায় আৰু ময়ো ভাল পাওঁ। আমি দুয়ো বিয়াত সোমাম বাইদেউ। বিয়াৰ পিছত মই ইয়াত নাথাকো। মাধৱে মোক তাৰ ঘৰলৈ লৈ যাব। আপুনি মোৰ দায়-দোষ নধৰিব বাইদেউ!' — তাইৰ মাতটো থোকাথুকি হৈ ওলাইছিল।

অঞ্জলিৰ মুখৰ মাত নাইকিয়া হৈছিল। তাই তধালাগি চাই ৰৈছিল মালতীৰ চকুলৈ।★★

# পূজনীয়া ডাঙৰ বৌৰ মৃত্যুত

## বিজু হাজৰিকা

বনমালী এদিন আমাৰ ঘৰলৈ আহিছিল। টাউনত বিচাৰি বিচাৰি ঘৰটো যে সি উলিয়াব পাৰিছে-- সেইটোও এক প্ৰকাৰ বনমালীৰ কাৰণে ডাঙৰ কাম। ইয়াত অসংখ্য ঘৰ, অসংখ্য আলি-পদূলি, অসংখ্য অঞ্চল। বনমালীয়ে আমাৰ অঞ্চলটো মাত্ৰ জানে আৰু সেইমতেই মোৰ নামটো সুধি সুধি বনমালী দহমান বজাত ওলালহি। বনমালী আমাৰ পিতৃবংশৰ, মোৰ এজন দাদাৰ ল'ৰা। তেওঁলোকৰ দুই ভাই। বনমালীৰ দেউতাক সৰু আৰু এজনৰ ওপৰত। দুয়ো দাদাৰ দুজন দুজন ল'ৰা। ডাঙৰজন দাদা খুব কম বয়সতে ঢুকাইছিল। বনমালীৰ দেউতাকো প্ৰায় তেনেকুৱাই। মোৰ ককাদেউতা আৰু বনমালীৰ দেউতাকৰ ককাক স্বৰ্গভা ভাই। বনমালীহঁতৰ লগত আমাৰ সম্পৰ্কটো এনেকুৱা। ডাঙৰজন দাদাৰ সংসাৰত বুলিবলৈ মাত্ৰ বৌজনী আছে। ল'ৰা দুজনো অকালতে ঢুকাইছে। এতিয়া সৰু দাদাৰ ল'ৰা বনমালী আৰু প্ৰভাতহঁতেই বৌজনীক অৰ্থাৎ সিহঁতৰ বৰমাকজনীক পোহ-পাল দিয়ে।

বনমালীয়ে আহি খবৰ দিলে যে বৰমাৰ অসুখ। চকুৰেও ভালকৈ দেখা নাপাই। আপোনাক এবাৰ চাবলৈ ইচ্ছা কৰে। আপোনালোকেতো আমি জনা হোৱাৰ পৰা আমাৰ ঘৰলৈ এদিনো অহা নাই। বৰ মায়ে আপোনালোকৰ কথা কৈয়েও থাকে। আপোনালোকক লৈ গৌৰৱ কৰে। আগতে আমাৰ ঘৰ আৰু বনমালীহঁতৰ ঘৰ ওচৰা-ওচৰি আছিল। পিচত বনমালীহঁতে চাউলখোৱা নৈৰ পাৰত গৈ পাম ধৰিলে? নৈৰ পাৰৰ বিস্তৃত অঞ্চল জুৰি পলসুৱা মাটি। নদন-বদন খেতি হৈছিল তাত। লাহে লাহে তেওঁলোক তালৈকে গৈ স্থায়ীভাৱেই থাকিবলৈ ল'লে।ময়ো হাইস্কুলীয়া কালত মাজে মাজে সেই পামলৈ গৈছিলো। কাৰণ মোৰ খুৰাইহঁতেও তাতে মাটি কিনি খেতি কৰিছিল। আমি গৈ পথাৰত ধান কাটিছিলো, মাহ, কলা সৰিয়হ তুলিছিলো, কুঁহিয়াৰ কাটিছিলো, সেইবোৰ পথাৰতে মৰণা মাৰিছিলো, কুঁহিয়াৰ পেৰিছিলো। ৰাতিপুৱাই প্ৰতি দেওবাৰে খুৰাদেউৰ হৈ দিয়া গৰু গাড়ীখনত উঠি যাওঁ। যাওঁতে দুঘণ্টামান সময় লাগে। গোটেই দিনটো পথাৰতে থাকো। ৰাতি আঠমান বজাত খুৰাদেউৰে গাড়ীত ধান, মাহ, কলা আদিৰ বস্তা বোজাই দিয়ে। আমি তাৰে ওপৰত উঠি ঘৰলৈ আহো। ঘৰ পাওঁতে নিশা দহমান বাজে। বাৰিষা কালত অলপ বেছি সময় লাগে। কাৰণ পামৰ পৰা আমাৰ গাঁৱলৈ অহা ৰাস্তাটো বৰ বেয়া। কেঁচা ৰাস্তা। গৰুগাড়ীৰ চকা মাটিত পোত যায়। খুৰাই নামি চকা ঠেলে আৰু বলদ হালক কয়-- দে বগা টান, দে বগা টান, টান। সিহঁতেও যেন খুৰাৰ কথা বুজি পাই। শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰে গাড়ীখন উঠাবলৈ। বলদ হালৰ ঘণ্টাৰ শব্দই, গাড়ীৰ মৃদু জোকাৰণিয়ে আমাক বৰ আনন্দ দিছিল।

আজি বনমালী আহোতে এইবোৰ কথা মনত পৰিল আমাৰ গাঁৱৰ ঘৰখনো আছিল সেই দাদাইঁতৰ গাঁৱৰ ঘৰৰ ওচৰতে। সেই সময়তে বৌজনী আছিল ন কইনা ন-বোৱাৰী। আমাক বৰ মৰম কৰিছিল। গাঁৱলৈ যাওঁতে কেতিয়াবা আমাক মাতি নি দৈ, চিৰা খুৱাইছিল। ঢেঁকীত খুন্দা বাওঁী ধানৰ চিৰা, ঘৰৰে দৈ, ঘৰৰে জুলিয়া মিঠাই। পেট ভৰাই খাইছিলো। তাৰ পিচত আমাৰ খুৰাদেউইঁতে গাঁও এৰিলে। গাঁও এৰি গাঁৱতে স্থায়ীভাবে থকাবো ইচ্ছা নকৰে আৰু গাওঁৰ পৰা গাঁৱলৈ অহা-যোৱা কৰি ইমান কষ্টও নকৰে। আমাৰ দেউতাৰ তিনি ভাই। আমাৰ দেউতা মাজু, ওপৰত বৰদেউতা, সৰুজন হ'ল খুৰা। তিনিওজনৰে সংসাৰ বাঢ়ি যোৱাত তেওঁলোক বেলেগ বেলেগ হ'ল। তিনিওজন আছিল বৰ আৰামপ্ৰিয় মানুহ। গাঁৱৰ মাটিবোৰ বিক্ৰী কৰি দিলে। বৰদেউতা আছিল উজনি অসমত ঠিকাদাৰ। আমাৰ দেউতা আছিল জ্বৰ, কাহ, পেটৰ অসুখৰ বড়ি তৈয়াৰ কৰা কবিৰাজ। আয়ুৰ্বেদিক কলেজ বা স্কুলত পাছ কৰি কবিৰাজ নহয়। নাউৰাম কবিৰাজৰ তলত বড়ি তৈয়াৰ কৰা কাম শিকোতে পিচত গৈ নিজে কবিৰাজ হ'ল। পিচত চৰকাৰে প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ খোলাত গাওঁৰ মানুহে এক অনাত(তেতিয়া এক অনা, দুই অনাৰ মুদ্ৰাৰ প্ৰচলন আছিল) ছটা বড়ি নিকিনা হ'ল। কাৰণ প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰত বিনা পইচাই বটলত কাগজত দাগ দিয়া মিক্সাৰ পোৱা হ'ল। তাৰ পিছত আমি দুখত পৰিলো। অৰ্থাৎ খোৱা লোৱাৰ কষ্ট হ'ল। এদিন দেউতাৰ জ্বৰ উঠি বিচনাত শুই থাকিল। মায়ে দেউতাই তৈয়াৰ কৰা বড়ি খুৱালে, স্বাস্থ্য কেন্দ্ৰৰ পৰাও বটল আনি খুৱালে। কিন্তু একো কামত নাহিল। তেনেদৰে বাৰদিন মান বিছনাতে শুই থাকি এদিন পুৱতি নিশা দেউতা ঢুকাল। তেতিয়া মই মাইনৰ স্কুলৰ ফাইনেল পৰীক্ষা দি উঠিছো। ইয়াৰ পিচত আমি আৰু বেচি দুখত পৰিলো।

বনমালীৰ লগত সিহঁতৰ ঘৰখনৰ কথা, বৌজনীৰ কথাবোৰ পাতি থাকোতে মোৰ মনটো বাৰে বাৰে অতীতলৈ উৰি যায়। মন বৰ বেগী বস্তু, ইয়াৰ শক্তিও অসীম। অতীতৰ প্ৰায়বোৰ ঘটনাই মনৰ মাজত পাক খাই থাকে। সময়ত ই ওলাই আহে। মাজতে বনমালীক সুধিলো— বৌৱে যদি চকুৰে ভালকৈ মণিবই নোৱাৰে তেন্তে মোকনো চাব কেনেকৈ। ভাবিলে বেয়াই লাগে মোৰ। বনমালীয়ে ক'লে আপোনাৰ মাতটো শুনিলেও বৰমায়ে ভাল পাব। তেওঁ চকুৰে নেদেখিলেও সকলোৰে মাতটো বুজি পায়। গা-মুৰ হাত ফুৰাইও ক'ব পাৰে মানুহজন কোন। মই ক'লো মোক আজি অত বছৰ দেখা নাই। মোৰ মাতটো বুজি পাবনে? পাব খুৰাদেউ, কাৰণ আপোনাৰ কথা আমি প্ৰায় কৈয়েই থাকো। আমাৰ স্কুলৰ জগদীশ ছাৰেও আমাৰ ঘৰলৈ গ'লে আপোনাৰ কথাবোৰ কয়। গতিকে বৰমায়ে আপোনাৰ কথা কয় বোলে সি এবাৰ আহি গ'লে তাৰ মুখখনকে চুই চাব পাৰিলোহেঁতেন, বনমালীয়ে ক'লে। কথাটো শুনি মোৰ বৰ বেয়া লাগিল। বনমালীক ক'লো যে মই অহা সপ্তাহত যেনে-তেনে ডাঙৰ বৌক চাবলৈ যাম। মোৰ অতীতৰ সেই গাঁৱৰ গাওঁখন চাবলৈ বৰ হেঁপাহ এটাও আছে।

ভাত পানী খাই বনমালী যাবলৈ ওলাল। তাক সুধিলো— এতিয়া তই গাড়ী পাবিনে? বনমালীয়ে ক'লে— গাড়ী এখন আছে চাৰে-তিনি বজাত। সেইখন আমাৰ গাঁৱৰ ওচৰলৈকে

যায়। সেইখন পামগৈ। বনমালীক মই গাড়ীৰ ভাড়া আৰু পকেটখৰচৰ হিচাপত অলপ পইচা দিলো আৰু এখন নতুন এশটকীয়া নোট তাৰ হাতত দি ক'লো— এই নোটখন তই ডাঙৰ বৌৰ হাতত দিবি। কিবা এটা কিনি খাব। বনমালীৰ মুখত এটা পৰিতৃপ্তিৰ হাঁহি বিৰিঙি উঠিল। ক'লে, বৰমায়ে খুব ভাল পাব। সকলোৰে আগত কৈ ফুৰিব। বনমালী গ'ল।

বনমালী যোৱাৰ পিচত মোৰ আকৌ মা'লৈ মনত পৰিল। আজি মা জীয়াই থকা হ'লে মায়ে মোক বনমালীৰ লগতে পঠিয়ালেহেঁতেন। তই যাগৈ। সেইজনী বোৱাৰীয়ে আমাৰ দুখৰ দিনত বৰ সহায় কৰিছিল। এই কথা ময়ো জানো। ডাঙৰ বৌৱে মাক আজু আই বুলি মাতিছিল। মা মাজে মাজে পামৰ গাঁৱলৈ গৈছিল আৰু চাৰি-পাঁচ দিনমান থাকিছিল। আহিবৰ দিনাখন মায়ে হৰিচৰণ দাদাইঁতৰ গৰুগাড়ীত উঠি আহিছিল। ডাঙৰ বৌৱে সেই গাড়ীতে আমাৰ কাৰণে তুলি দিছিল চাউলৰ বস্তা, দাইলৰ টোপোলা, মাটিৰ কলহত জুলীয়া মিঠাই। আৰু কেতিয়াবা ডাঙৰ বৌও আমাৰ ঘৰলৈ আহিছিল। তেওঁ যিমানখিনি কঢ়িয়াই আনিব পাৰে, সিমানখিনি জহা চাউল আৰু চিৰাৰ টোপোলা লৈ আহিছিল। অতদূৰ বাট খোজ কাঢ়িয়েই আহিছিল। কাৰণ সেইকালত সেইবোৰ ৰাস্তাত গাড়ী-মটৰ একো চলা নাছিল। এইজনী ডাঙৰ বৌক, এই বৃদ্ধাৱস্থাত চাব যাবলৈ সময় উলিয়াব পৰা নাই। মোৰ অন্তৰখনত কিবা এটা হাহাঁকাৰ লগা যেন অনুভব কৰিলো। মনতে ঠিক কৰিলো অহা সপ্তাহত ডাঙৰবৌক চাবলৈ যেনে তেনে যাম। ডাঙৰ বৌৱে হয়তো মোক চকুৰে দেখা নাপাব, মইতো পাম। মোৰ মাতটো শুনিলেই বৌৱে মোৰ আগৰ চেহেৰাখন অনুভৱ কৰিব, মই চকুৰে দেখিলেই ডাঙৰ বৌৰ সেই আগৰ চেহেৰাখন মোৰ চকুৰ আগত ভাঁহি উঠিব। সেই মৰমীয়াল মুখখন, সেই মানুহক সহায় কৰাৰ অন্তৰখন। মুখখনৰ লগত অন্তৰখনৰো কিবা এটা সম্পৰ্ক থাকে। ডাঙৰবৌৰ সেই শান্ত, সমাহিত, মৰমলগা মুখখন চায়েই ক'ব পাৰি তেওঁৰ অন্তৰখনো কিমান সহানুভূতিশীল, উদাৰ আৰু নিৰ্মল।

কিন্তু ডাঙৰবৌৰ তুলনাত আমি কিমান স্বাৰ্থপৰ। আমাৰ দুখৰ দিনত তেওঁ আমাক সহায় কৰিছিল। তেওঁৰ দুখৰ দিনত আমাৰ সুখৰ দিন। আমাৰ এই সুখৰ দিনত আমি তেওঁৰ খবৰ লৈছোনে? এতিয়া আমাৰ সময় নাই। আমি ভাই-ককাই কেবাজনো। প্ৰত্যেকৰে আমাৰ নিজ নিজ কামত বা চিন্তাত ব্যস্ত থাকে। ডাঙৰ বৌৰ কথা দূৰতে থাকক আমি নিকটআত্মীয়বো খবৰ-বাতৰি ল'বলৈ বা অহা-যোৱা কৰিবলৈ সময় উলিয়াব নোৱাৰো। আমি এতিয়া জীৱিকা আৰু নিজ পুত্ৰ কন্যাৰ মায়াত আবদ্ধ।

অহা সপ্তাহত যাওঁ বুলি মনস্থ কৰা কিম্বা যোৱাৰ দৃঢ়ভাব এটা মনতে পোষণ কৰা মানুহটোৰে আজি দুসপ্তাহেই হ'ল— বনমালীইঁতৰ ঘৰলৈ যাব পৰা নাই। অৰ্থাৎ বনমালী অহাতে ডাঙৰবৌৰ প্ৰতি মৰম আৰু শ্ৰদ্ধাত যেনেকৈ অন্তৰ উথলি উঠিছিল, বনমালী যোৱাৰ তিনিদিনমান পিচতেই পাহৰি গ'লো। আকৌ নিজৰ চিন্তা আৰু কামত ব্যস্ত হৈ পৰিলো। কিন্তু দুসপ্তাহমান পিছত বনমালী আকৌ আহি ওলালহি। তেওঁৰ মলিয়ন চেহেৰা, পিন্ধা পোচাকো সাধাৰণ। মই যে যাওঁ বুলি কৈয়ো যাব পৰা নাই সেইটো লাজতে বনমালীক একো সুধিবই পৰা নাই। বনমালীক বহিবলৈ কৈ মই গাটো ধুই ল'লো। বনমালীয়ে মোক

ক'লে— খুৰা বেছি সময় নবহো। এতিয়াই যামগৈ। আপোনাক খবৰটোহে দিবলৈ আহিলো। কালি বৰমা ঢুকাল। তাৰ পিচত সি হুকহুকাই কান্দি কান্দি ক'লে— আপুনি দিয়া নোটখন বুকুৰ মাজত বান্ধি লৈ আছিল। পৰহি আমাক কৈছিল— এই এশ টকাৰে আমাৰ গাঁৱৰ নামঘৰত মই শৰাই এখন দিম বাপধনৰ নামত। পইচাখিনি দিয়াৰ সময়তো নোটখন চুই চুই সাতটামান চুমা খাই আমাক কৈছিল— চা বাপধনৰ মোলৈ কিমান মৰম। মোলৈ এশ টকা পঠিয়াই দিছে। মই জানো নহয়, মোক পাহৰি যোৱা নাই বুলি। তেওঁলোক কামৰ মানুহ। আহো বুলিয়েই আহিব নোৱাৰে নহয়। যাহক দেই তাতেই কুশলে থাকক।

বনমালীক ক'লো— তই নাকান্দিবি, ডাঙৰ বৌৰ আত্মাই চিৰশান্তি লাভ কৰক। মোৰ চকুৰে কিন্তু ধাৰাসাৰ পানী ওলাবলৈ ধৰিলে। বনমালীয়ে কোৱা ডাঙৰ বৌৰ কথাখিনিয়ে অন্তৰত খুন্দিয়াবলৈ ধৰিলে। শেষবাৰৰ কাৰণেও ডাঙৰ বৌক এবাৰ দেখা কৰিব নোৱাৰিলো। এনে অপদাৰ্থ মই। এনে অকৃতজ্ঞ, স্বাৰ্থপৰ মই। এইবাৰ বনমালীয়েই মোক সান্ত্বনা দিলে, খুৰা, কান্দিব নালাগে। আপুনি শ্ৰাদ্ধৰ দিনাখন যেনে-তেনে যাব। মই আজি গৈয়েই শ্ৰাদ্ধৰ দিনটো কেতিয়া পৰে আমাৰ পুৰোহিতৰ লগত আলোচনা কৰি আকৌ আপোনালোকক খবৰ দিবলৈ আহিম। মই থোকা-থুকি মাতেৰে ক'লো। তই যেনে-তেনে আহিবি। মই কিবা এটা সহায় কৰিম। বনমালী গাড়ীখন ধৰিবলৈ দৌৰি যোৱাৰ দৰেই গ'ল।

কিন্তু বনমালী আৰু নাহিল। ডাঙৰ বৌৰ মৃত্যু হোৱাৰ আজি বিশদিনেই হ'ল। বনমালীক মৃত্যুৰ দহদিনৰ পৰাই বাট চালো। নাহিল। আকৌ এটা উৎকণ্ঠা আৰু অপৰাধবোধে মনত ঠাই ল'লে। এমাহমান পিচত এদিন বনমালী আহি ওলাল। সি আহিয়েই মই একো নোসোধোতেই ক'লে—খুৰা, আপোনাক খবৰ দিবলৈ নাহিলো। বৰমা জীয়াই থাকোতে এদিন গ'লে আপুনি যিমান আনন্দ আৰু প্ৰশংসা পালেহেঁতেন, শ্ৰাদ্ধৰ দিনাখন গ'লে আপুনি সিমানেই আঘাত আৰু নিন্দা পালেহেঁতেন। মানুহ বিলাকে কৈছে ইমান ডাঙৰ মানুহ, ঢুকোৱাৰ আগতে আজি অত বছৰে এদিনো আহিবলৈ সময় নাপালে, এতিয়া শ্ৰাদ্ধলৈ আহিলেনো কিটো হ'ব। আমাক শুনাইছে এইবোৰ কথা। কিন্তু আপোনাৰ মুখৰ আগতে এইবোৰ কথা কৈ দিলে আমিও সহ্য কৰিব নোৱাৰিম। গতিকে আপোনাক খবৰ নিদিলো খুৰা।

মানুহ বিলাকে ঠিকেই কৈছে— এইবোৰ নিন্দা নহয়— এইবোৰ, চৰিত্ৰ শোধনৰ আহিলা। আমি যিমানে ওপৰলৈ নাযাওঁ কিয় আমি আমাৰ বংশ পৰিয়ালৰ লগত সম্পৰ্ক ৰক্ষা কৰি থাকিব লাগে। বনমালীয়ে আজি এইখিনি কথা কৈ মোৰ জ্ঞান চকু মুকলি কৰি দিলে। ডাঙৰ বৌৰ আত্মাই চিৰশান্তি লাভ কৰক। এইখিনি কথা লিখিয়েই মই ডাঙৰ বৌৰ চৰণত অশ্ৰু অঞ্জলি দিলো।★★

# সোণালী দিনৰ সঁফুৰা

## দিনেশ শৰ্মা

আমাৰ ঘৰত এজনী ক'লী গাই গৰু আছিল। তাই ওখই-পাখই ৰাম ছাগলী এজনীতকৈ এবেগেত মানহে ওখ আছিল। তাইৰ বছৰি একাটিকৈ পোৱালি হয়। পোৱালিবোৰও নিগনি এজনীতকৈ সামান্যহে ডাঙৰ। তাই ক'ৰ পৰা কেনেদৰে আমাৰ ঘৰলৈ আগমন হৈছিল আমি জনা নাছিলো। কাৰণ তাইক দেখা সময়ত আমি নিজে অবোধ বালক, পাঠশালাৰ প্ৰথম নে দ্বিতীয় শ্ৰেণীত পঢ়িছিলো। তেতিয়াৰ পৰাই তাইক দেখি আহিছো।

আমাৰ পৰিয়াল আছিল একান্নবৰ্ত্তী পৰিয়াল। পিতাশ্ৰী সকলৰ পঞ্চ ভ্ৰাতাই একেলগে ঘৰ সংসাৰ কৰি বহুদিনলৈ তিনিখন চোতাল, চাৰিটা গুটি ধানৰ ভঁড়াল আৰু চাৰি হালকৈ হালোৱা বলদ গৰু, পাঁচজনীকৈ খীৰতী গাই গৰু পুহি "ভঁড়ালত জহা ধান, পুখুৰীত মাছ, বাৰীত তামোল পাণ, চালত লাও জিকা ভোল" সমন্বিতে সুখে সন্তোষে দিন নিয়াইছিল। তদুপৰি আমাৰ বৰ মাজু দেউতাৰ দুই তিনিখন গাঁৱত যজমান বিয়া সবাহ, শ্ৰাদ্ধ পাৰ্ব্বন আদিত ব্যস্ত থাকিবলগীয়া হৈছিল যদিও নিজৰ খেতি-খোলাৰ পিনে আছিল অত্যন্ত সচেতন। যথেষ্ট পৰিশ্ৰমীও আছিল তেওঁ।

আমি যেতিয়া পাঠশালাত লাহে লাহে ওপৰ শ্ৰেণীলৈ উঠিলো তেতিয়া জ্ঞান দাঁত গজিছে। দেখিলোঃ মাজু বৰদেউতাৰ যজমান এজন এদিন আমাৰ ঘৰলৈ আহি ৰূপ চল্লিশ টকাৰে ক'লী গাইজনীক তাইৰ নিগনি সদৃশ পোৱালিটোৰে সৈতে লৈ গুছি গ'ল। আমি সৰু সৰু ল'ৰা-ছোৱালীহঁতে এই কাৰ্যত বৰ বেজাৰ পালো। যেন সাতদিন থাকিবলগীয়া পেহীজনীহে দুদিনতে মাকৰ ঘৰৰ পৰা শহুৰেকে লৈ গুছি গ'ল। পিচত গম পালো যজমান জনৰ পিতৃ শ্ৰাদ্ধত আন আন বয় বস্তুৰ লগতে গাই-দামুৰি এহালও হেনো পুৰোহিতক দান দিব লাগে। সেয়ে আমাৰ ক'লী গাইজনীক সস্তা দৰত লৈ গ'ল। দুদিন পিচত দেখিলো ক'লীজনী আকৌ জীয়াৰীৰে সৈতে আমাৰ ঘৰত উপস্থিত। অৰ্থাৎ যজমানে পিতৃৰ শ্ৰাদ্ধত আন আন বস্তুৰ লগতে গাই দামুৰি হালকো পুৰোহিতলৈ বুলি দান কৰিছে। ঠিক প্ৰান্তিকৰ উপহাৰে বিয়া খাই ফুৰাৰ দৰে।

এনেদৰে আমি লক্ষ্য কৰিছিলো যে বছৰত অন্ততঃ দুই তিনিবাৰ আমি বান্ধৱসেনা সকলৰ চকুৰ আগেৰে ক'লী গাইজনী দুই তিনিদিনৰ বাবে নোহোৱা হয়; — মূৰত ফুল, নিৰ্মালি, ফোঁট লৈ আকৌ আহে। তাইৰ নতুনকৈ পোৱালি হ'লে ডাঙৰজনী পোৱালি ক'লৈ যায়, আমি কোনেও ক'ব নোৱাৰো।

আচলতে তিনি ফুটতকৈ অলপ ওখ গাইজনীক আমি সকলোৱে পুতৌ কৰাৰ কাৰণ বহুতো আছে। প্ৰথম কথা হ'ল তাই সন্ত্ৰাসবাদী নহয়, বিচ্ছিন্নতাবাদীও নহয় নাইবা উগ্ৰবাদীও নহয়। তাই এষ্টাব্লিশ্বমেণ্টিষ্টও নহয়— লোকৰ বেৰ ভাঙি নাইবা পথাৰৰ পকা ধান খাই নুফুৰে। শিঙেৰে খুচিব নাজানে নাইবা পিচ ঠেঙেৰে লঠিয়াবও নাজানে। তাইৰ ওহাৰৰ পৰা যেতিয়াই ইচ্ছা যায় তেতিয়াই গাখীৰ উলিয়াব পাৰি। কাকো বিমুখ নকৰে। আনকি পৰৱৰ্তী পোৱালি ওপজা দিনটোলৈ গাখীৰ দি থাকে। অৱশ্যে ভাল ছাগলী এজনীতকৈ সামান্য কমহে গাখীৰ দিয়ে। তাইক আন কেইজনী খিৰতী গাইৰ দৰে দানা পানী যোগান ধৰিব নালাগে নাইবা ঘাঁহনিত এৰাল দিবও নালাগে। তাই ফ্ৰি-লেঞ্চত কাম কৰি ভাল পায়। আমাৰ তিনিটা গোহালিত তাইৰ অকণো নিৰ্দিষ্ট ঠাই নাই যদিও তাৰ মাজতে ৰাতি ৰজস্বলা হোৱা তিৰোতাৰ দৰে, শুবৰ কাৰণে ভেগা অকণ উলিয়াই লয়। আচলতে তাইৰ কাৰণে পঘা এৰালৰ কোনো ব্যৱস্থাই নাই। তাই দূৰলৈকে ঘাঁহ খাবলৈ নাযায়। বাৰীৰ কাষতে সুদাই-নিকাই কলপাত, বাঁহপাত, ঘাঁহ আদি খাই থাকে। সন্ধিয়া গোহালিত দুই তিনি থালি সিজোৱা দানা দেখিও তাই সেইবোৰৰ ওচৰ নাচাপে। কাৰণ তাই জানে যে সেইয়া 'ফাষ্টফুড' তাইৰ কাৰণে নহয়। সেয়ে হালোৱা গৰু নাইবা খিৰতী গাই কেইজনীৰ শিঙৰ খোচ খাবলৈ তাই ইচ্ছা নকৰে আৰু দানাৰ থালিৰ গোন্ধ লৈয়ে "ঘ্ৰাণেন অৰ্দ্ধ ভোজনং" বুলি দূৰৈতে থাকে। অথচ তাইৰ চকুৰ আগতে কিমান হালোৱা বলদ সলনি হ'ল; তাই আজিও গোহালিৰ ভিতৰত আলহীৰ দৰে থাকিব লাগে।

তাইক গৃহস্থৰ এলাগী বুলিও ক'ব নোৱাৰি। ফালেভাঁয়েও নিবলৈ ইচ্ছা নকৰা এই ক'লী গাইজনী ভৰা-ঘৰখনৰে বিপদৰ বান্ধৱী। কিয়নো কেতিয়াবা কেতিয়াবা আমাৰ ঘৰখনলৈ আহিব নলগীয়া আলহী অসময়ত উপস্থিত হয়হি। মাহঁতে চাহ এবাতি দিবলৈকো সেই সময়ত আমাৰ ঘৰত এবা গাখীৰ এটোপা নাথাকে। আলহীক চাহ দিবলৈ গাখীৰ নথকা বাবে আমাৰ মা, সৰু মা নাইবা মাজুমাহঁতে চিন্তাত নপৰে। চোতালত খেলি থকা আমাৰ মাজেৰে কোনোবা এজনক মাতি নি গিলাচ এটাত ক'লীজনীক খীৰাই আনিবলৈ পাছে। আমি বৰ স্ফূৰ্ত্তি পাওঁ। দৌৰি গৈ গিলাচটোৰে সৈতে বাৰীৰ চুকত ঘাঁহ খাই থকা ক'লীজনীৰ কাষ চাপো। মাহঁতৰ সম্ভাব্য বিপদৰ কথা জানিয়েই হবলা তাই লগে লগে কলপাত, ঘাঁহ খাবলৈ বাদ দি পিচৰ ঠেং দুখন বহলাই মেলি দি, এচিকটা মুতিলৈ আমাৰ বাবে ওহাৰ সাজু কৰি দিয়ে। আমি নিমিষতে তাইৰ কাষত বহি লৈ (আচলতে শুই লৈ) আঠ দহোটামান টান মাৰি চাহৰ গাখীৰ লৈ ভিৰাই মাহঁতৰ কাষলৈ লৰ মাৰো। এনেকুৱা কাৰ্য দিনটোত চাৰি পাঁচবাৰ হ'লেও ক'লীৰ আপত্তি নাই। তাই বিমুখ নকৰে। চাহ খোৱা আলহীক বেয়া পাবলৈ নিদিয়ে নাইবা মাহঁতকো আইতাৰ গালি খাবলৈ নিদিয়ে। পাজিপৰ গাঁৱৰ পৰা মোমাইদেউ আহিলে তাই ঘাঁহ খাবলৈ 'চৰ্ট ব্ৰেক' এটা দি মুখ তুলি মোমাইদেউলৈ কিছু পৰ চাই থাকে। অৰ্থঃ এওঁ চাহ খোৱা আলহী নহয়— ভাত খোৱা আলহীহে।

গাই গৰুক আমি লক্ষ্মী বুলি পূজা কৰো। ক'লীও এজনী লক্ষ্মী। ইয়াৰ বাহিৰেও আমাৰ দেশত আৰু দুজনী লক্ষ্মী আছে। এজনী মহালক্ষ্মী আৰু এজনী গৃহলক্ষ্মী। প্ৰথম জনীয়ে ধন সম্পত্তি দিয়ে, দ্বিতীয়জনীয়ে খৰচ কৰে। প্ৰথমজনীক বছৰত এদিন পূজা

কৰিলেও সন্তুষ্ট হয়, দ্বিতীয় জনীক দিনে নিশাই সদায় পূজা কৰি থাকিলেও সন্তুষ্ট নহয়। প্ৰথমজনীক এসাজ কাপোৰ, এসাজ অলংকাৰ হ'লেই হয়; দ্বিতীয়জনীক দিনটোত তিনি জোৰ মান কাপোৰ সলনি কৰিবলৈ লাগে। প্ৰথমজনী মাকৰ ঘৰলৈ যাবৰ সময়ত মিউনিচিপালিটিৰ জাবৰ-জোঠৰ কঢ়িওৱা ট্ৰাক, ঠেলা নাইবা অটো ভেন হ'লেও হয়; দ্বিতীয় গৰাকীক মাৰুতী ইষ্টিম গাড়ী লাগে।

ক'লীক সেইবোৰ একো নালাগে। কেৱল আৱেগতে মানুহে লক্ষ্মী বুলি কয়। কাকো একো অপকাৰ কৰি নোপোৱা এই ক'লী গাইজনীৰ ওপৰত, কিবা কাৰণত বৰ মাজু দেউতাৰ খং উঠা দেখা পাওঁ আৰু খঙৰ ভমকতে "গ্ৰাহক পালে এইজনীক বিক্ৰী কৰি দিলোহেঁতেন' বুলি মাজে সময়ে কোৱা শুনো। তেতিয়া আমি বান্দৰ সেনাবোৰে মনত বৰ কষ্ট পাওঁ। তথাপি তাই বিক্ৰী নহয় বুলি জানিয়ে বাটেৰে গৈ থকা ফালেঙীক দেখুৱাই কওঁ— "হেৰা ফালেঙী! গাইজনী নিনিয়া যদি চামৰাখনকে লৈ যোৱা।"

ঃ সেইজনীৰ চামৰা নি কি কৰিম? ভাল বেগ এটাই নহ'ব। — সেইয়া ফালেঙীৰ উত্তৰ।

প্ৰতিবছৰে বিহু আহে। গৰু বিহুৰ দিনাখন আমাৰ ঘৰত থকা বন্ধা গৃহস্থই লগ লাগি হালোৱা বলদ, গাইগৰুক পাগলাদিয়া নদীত গা ধুৱাওঁ। আটাইবোৰ গৰুকে শিং আৰু খুৰাত তেল দিয়া হয়; লাউ বেঙেনাৰ টুকুৰাৰ মালা পিন্ধাই দিয়া হয়, দীঘলতী মাখিয়তীৰে পিঠিত কোবাই "মাখি মাৰো জাত জাত" কোৱা হয়; কিন্তু বাদ পৰে মাথো ক'লীগাইজনী আৰু তাইৰ পোৱালিটো। আমাৰ তিনিটাকৈ বৃহৎ আকাৰৰ গোহালিৰ যে তাইও এজনী বাসিন্দা তাক বন্ধা গৃহস্থ সকলোৰে পাহৰি থাকে। মুঠতে বুঢ়া গোসাঁই থানৰ হাৱালদাৰ হেন ষাড়টোৰ বাহিৰে তাইক মৰম কৰোতা কোনো নাই।

এবাৰ বিহুত ক'লীগাই বাদ নপৰিল। পাঁচ হালকৈ পুত্ৰ বোৱাৰীৰ বত্ৰিশটাকৈ ল'ৰা-ছোৱালীক আইতাই বান্দৰ সেনা বুলিয়ে কৈছিল। কোৱাৰ কাৰণো আছিল। বাৰীত আইতাই হেনো পকা আম দেখিবলৈ কেনেকুৱা পাহৰিলে। বগৰী জোপাৰ বগৰী আচলতে কিমান ডাঙৰ হয় তাকো মাথো এবাৰহে দেখিছিল। জলফাই টেঙা বেলেগৰ পৰা খুজি আনিহে আচাৰ কৰিবলগীয়া হয়। লিচু পকিলে সেন্দুৰীয়া হয় বুলি আইতাই আমাক কোৱাহে শুনো-- দেখা নাপাওঁ। ৰবাব টেঙা মোহন বাগান ইষ্টবেঙ্গলৰ প্লেয়াৰৰ ভৰিতে শেষ হয়। পনীয়ল গছৰ কাঁইটে হেনো আমাক বিন্ধিবলৈ ভয় কৰে। বৰ জামুক দালৰ গুটিবোৰহে দেখে। সেই খণ্ডতে নিশা বাদুলী আমাৰ বাৰীলৈ নহাই হ'ল। মধুৰীআম গছ জোপা সহজতে নমৰে বাবেহে জীয়াই আছে। তাৰ আগৰ ডালবোৰ আহি মাটি চুইছে। সেইবোৰৰ গুটি পেটত নিসিজে। আইতাই পানী গাঁৱৰ লেঙেৰা কবিৰাজৰ ঔষধ লওঁতে খেচেৰা মধুৰীআমৰ কথা কয়। আমাৰ পেটবোৰৰ কথা নকয়। অৰ্থাৎ আমাৰ পাচনযন্ত্ৰ ঠিকেই আছে; কেৱল কেঁচামালৰ বাবেহে ফিনিচিং প্ৰডাক্ট আপটুদা ষ্টেণ্ডাৰ্ড হোৱা নাই।

মনসাহ কৰি আইতাই বান্দৰ সেনা সকলক ক'লে বোলে— "ক'লীগাইজনীকতো তইঁতে বিহু বুলি নোৱাৰ ধুৱাব পাৰ। তাই বছৰেকৰ মূৰৰ বিহুটোত সদায় বাদ পৰে।" ......আইতাৰ

কথাত আমি যেন গোনা ম'হৰ বল পাওঁ। আটাইয়ে তাইক কলচোঁচনিৰে গলত বান্ধি পাগলাদিয়াৰ পাৰলৈ টানি আনো। তাই নাহেহে নাহে। তাইৰ পানীলৈ ইমান ভয় বুলি তেতিয়ালৈকে জনা নাছিলো। আমাৰ মাজৰে কোনোবা এজনে ক'লেঃ "তাই নদীৰ পানীলৈ ভয় কৰা নাই। তাই নদীৰ লেতেৰা পানীত গা ধুবলৈহে নাৰাজ। তাইক দমকলৰ পানীত গা ধুৱাওঁ ব'ল।"

সকলো সন্মত হ'লো। ক'লীক তেনেদৰেই চোতালৰ কাষৰ দমকললৈ টানি অনা হ'ল। কোনোদিন দৰখ পঘা নলগোৱা ক'লীয়ে কলচোঁচনিৰ পঘালৈ দিগদাৰী পাইছে। তাই এইবাৰ সন্‌সনাই গৈ মাহঁতে ব্যৱহাৰ কৰা বাঁহৰ চোচৰ বেৰ থকা স্নান ঘৰত সোমাই পৰিল। আমি ভাবিলো— ভালেই হ'ল। তাইক এতিয়া বাথৰুমত দমকলৰ পানীৰে গা ধুৱাম। নাই, আমাৰ কাৰ্যকলাপ তাইৰ সহ্য নহ'ল। ভিৰাই দৌৰ মাৰিলে একেবাৰে নৈৰ পাৰত মনোহাৰী মালৰ দোকান দি থকা নাৰায়ণ ককাৰ দোকানলৈ। তাই দোকানখনৰ বস্তুবোৰ শুঙিবলৈ ধৰিলে। গ্ৰাহকক দেখি দোকানীয়ে বিচূৰ্ত্তি খালে। নাৰায়ণ ককাই আমাক ক'লে- - বোপাইহঁত। তোমালোকে বুজা নাই। মাহ, হালধী, আমবটাৰে তাই গা নোধোৱে। তাই চেম্পু আৰু স্ন' বিচাৰিছে। তোমালোকে সেইবোৰকে তাইৰ গাত সানি গা ধুৱাই দিয়া। তাই তেতিয়াহে শান্ত হ'ব। আমি নাৰায়ণ ককাক আইতাৰ পৰা পাঁচ টকা আনি দিম বুলি চেম্পু আৰু স্ন'ৰ বটল লৈ ক'লীৰ গাত ঘঁহি দিলো। তাই বিউটী পাৰলাৰত সুখানুভূতিত চকু মুদি দিয়াৰ দৰে গাতো পাতি দিলে।

ইফালে আইতাই চোতালত তাল-আফাল লগাইছে। গাইজনী আজি বাচি থাকেনে নাই সন্দেহ। আজি বিহুৰ দিনা আটাইবোৰ পৰাচিত হ'ব লাগিব।

আইতাৰ দুঃচিন্তা আঁতৰাই ক'লীয়ে এইবাৰ ধীৰস্থিৰ ভাবে খোজ পেলালে। আমাৰ ভিতৰ চোতালৰ সেই বাঁহৰ বাথৰুমটোত সোমাই পৰিল। আমি কবি পুলিত পানী দিয়া ঝাৰটোৰে চাবাৰ বনাই তাইক গা ধুৱাই দিলো। ইয়াৰ পিচতে তাইক গোহালিলৈ নিবৰ বাবে চেষ্টা কৰিলো। তাই পিন্ধি থকা কলচোঁচনীৰ নেকলেচত ধৰি টানিছোহে টানিছো- তাই নাযায়। হঠাতে চ'ৰাঘৰৰ ডেকত কেচেটৰ বিহুগীত বাজি উঠিল। তাই চক খোৱা ধৰণে ভয়তে দৌৰিবলৈ ধৰিলে। কোনোবা এজনে ক'লে, — বিহুগীত শুনি চক্ খাইছে। আজিকালিৰ বিহুগীত শুনি মানুহেই চকু খাই — গৰুৱে ভয় নাখাব কিয়? "ঐ সেইটো বন্ধ কৰ। হিন্দীগীত নাইবা পপ চঙৰ চি.ডি. লগাই দে। ডেকত হিন্দী গান বাজি উঠিল। চেঁকুৰী অতৰ হোৱা ক'লী নগুলা মুখৰ পৰাই ঘূৰি আহিল।

"ক'লাজনী চোতালতে থিয় দি থকা বাবে মাজুমাই, দুখনমান খোলা চাপৰি পিঠাকে আমাৰ হাতত দি ক'লে, — তাইক তহঁতে আৰু কিমান অত্যাচাৰ কৰ? হো, পিঠাকেইখন তাইক খুৱাই দে। বিপদে-আপদে তাইহে আমাক ৰক্ষা কৰে।" আমি আটাইবোৰেই অতি আগ্ৰহেৰে পিঠাবোৰ ভগাই ল'লো আৰু প্ৰত্যেকেই এটুকুৰাকৈ পিঠা তাইৰ মুখত লগাই দিলো। সোধপোচ কৰা মানুহৰ সংখ্যা বেছিকৈ দেখিয়ে হওক অথবা আজিৰ দিনত পিঠাৰ

ঢলতি দৰিদ্ৰ সীমাৰেখাৰ তলত থকাবোৰৰ বাবেহে বুলিয়েই হওঁক – তাই পিঠা গুড়ি চালে কিন্তু নাখালে। এনেতে ডাঙৰ বাইদেৱে আমাক চিএঞৰি চিএঞৰি ক'লে, – "সেই আউট দেটেদ বস্তুবোৰ তাইক নুখুৱাবি। পেটৰ বেমাৰ হ'ব বগলবোড চ'কত থকা 'বম্বে-চুইট'ৰ পৰা প্লেইন পিজা লৈ আহ।"

ক'লী চোতালৰ ৰ'দ লৈ একান্ত মনে হিন্দী গীত শুনি তন্ময় হৈ থকা যেন লাগিল। আমাৰ মাজৰ পৰাই এজনে আইতাক চিএঞৰিলো—

ঃ আইতা। টকা দিয়া। পিজা আনিবলৈ লাগে।

আইতাই পিজা খাই নে কাণত পিন্ধে নজনাকৈয়ে "আজি বিহুৰ দিনা সিহঁতৰ বজাৰ নকৰিলে নহয়" বুলি মাইঁতক এজাউৰি গালি পাৰি বিশটকীয়া নোট এখন আমাৰ হাতত দি ক'লেঃ "হো। এটকাৰ বেছি খৰচ নকৰিবি।"

ঃ বুঢ়ী। এটকা? তোমাৰ চিতাত তুলিবৰ দিনাখন দিয়াচলাই এটাও এটকাত নাপাম।

তাৰ পিছত আইতাৰ গালি শুনি থাকিবলৈ আমাৰ ধৈৰ্য নাথাকিল। বগলচ বোডৰ চ'কৰ পৰা পিজা আনিহে ক'লীক সন্তুষ্ট কৰিলো। তাইক প্লাষ্টিকৰ ৰছী এডালেৰে নতুন পঘা বুলি বিহুৱান দিলো। তাই লৰচৰ নকৰিলে। গলত সোণৰ অলঙ্কাৰ পিন্ধা গৌৰৱত তাই অলপ ওখ হোৱা যেন লাগিল। হিন্দী ইংৰাজী গান শুনি তাই গোহালিত গৰু হৈ শুবলৈ নগ'ল। বৰঞ্চ মহে নাকামুৰিবৰ বাবে পিঠিত থৈলাৰ বস্তা পিন্ধাই দিয়াত তাই মূল ঘৰৰ বাৰান্দাতে শুই থাকিল। আমি বান্দৰসেনা বোৰেও সিদিনাৰ বাবে অব্যাহতি পালো।

পঢ়া-শুনা, চাকৰি বাকৰি ইত্যাদি কাৰণত বান্দৰ সেনাবোৰে দেশে-বিদেশে, দিহিঙে-দিপাঙে ঘূৰি ফুৰিলো। আমাৰ গাঁৱৰ জীয়াই থকা জ্যেষ্ঠসকলে কোৱাৰ দৰে "বান্দৰবোৰ" হেনো মানুহ হ'লো। বিভিন্ন ঠাইত থাকিও বাতৰি কাকত, টেলিভিশ্যন, ৰেডিঅ' আদিৰ পৰা জানিব পাৰিলো পাগলাদিয়াৰ বানপানীয়ে আমাৰ গাওঁখন নিচিহ্ন কৰিছে। মথাউৰি ভাঙি আমাৰ ঘৰ দুৱাৰ উটুৱাই নিলে। কেবাটাও গৰু মৰিল। খেতিৰ মাটিবোৰ বালি পৰি শস্যবোৰ নষ্ট হ'ল। ভঢ়ালৰ ধানবোৰে গজালি মেলিলে। কিন্তু ক'লী গাইজনীৰ কি হ'ল কোনেও খবৰ দিব নোৱাৰিলে। মানুহতকৈ গৰুৰ আয়ুস কম। সেই হিচাপে ক'লীজনী বানপানীত নমৰিলেও স্বাভাৱিক মৃত্যু হৈছে। এই কথাটোকে যেন আমি মানি ল'ব পৰা নাই। সেয়ে এতিয়াও সৰু ফুটীয়া ক'লী গাই বাটে-ঘাটে দেখিলে আমাৰ সেই ক'লী গাইজনী বুলি ভাবি তন্ময় হৈ চাই থাকো। কিমান অবিশ্বাস্য কথা আমি দিনে নিশাই দেখি, শুনি সঁচা বুলি হজম কৰি তিহৰিহাই আছো, অথচ ক'লী গাইজনীৰ মৃত্যু হোৱা সঁচা কথাষাৰকে আমি মানি ল'ব পৰা নাই। ইও বোধহয় পূৰ্ব্বানুভূত জ্ঞান-সিন্ধুৰা।★★

# মই যেতিয়া উভতি চাওঁ

**বিমল কুমাৰ হাজৰিকা**

যেতিয়া মই চহৰখনত সোমালো তেতিয়া সন্ধ্যা লাগি ভাগিছে। আচহুৱা চহৰ। কাহানিও অহা নাই। আন্ধাৰত ডুব গৈ থকা চহৰখনৰ আৱৰ্ত্ত ভৱনটো ওলাওঁতে কিছু সময় লাগিল।

চহৰখনৰ তুলনাত আৱৰ্ত্ত ভৱনটো বেচ ভাল। মই অহা কথাটো কিছু সময়ৰ ভিতৰতে চহৰখনত ৰাষ্ট্ৰ হৈ গ'ল। দুই-একে আহি সহৃদয়তাৰে দেখা কৰিলেহি। মনটো ভাল লাগিল— বানৰ কবলত পৰা জিলাখনলৈ মই অহা কাৰণে আনন্দ প্ৰকাশ কৰিলে।

এতিয়া সেইবোৰ অতীত। কিন্তু অনুভৱ হয় সৌ সিদিনাহে যেন মই চহৰখনৰ পৰা উলটি আহিছো— দৰিদ্ৰ আৰু হতাশাই জৰ্জৰিত কৰা মানুহখিনিৰ মাজত লুকাই থকা প্ৰাণস্পন্দন মই আৱিষ্কাৰ কৰিছিলো। সকলোৱে অৱহেলাৰ চকুৰে চোৱা মানুহখিনিৰ মাজত লুকাই থকা প্ৰতিভা দেখি তবধ মানিছিলো। তবধ মানিছিলো যেতিয়া মিলন হাটখোৱাই অনৰ্গল কবিতা আবৃত্তি কৰি গৈছিল। বিদ্ৰোহৰ কবিতা আছিল সেইবোৰ। ডেকা বয়সৰ তেজৰ পিৰপিৰণিত বাহলোৱা বিদ্ৰোহৰ কবিতা.... হাঁহিৰ ধুনপাক সৃষ্টি কৰিছিল প্ৰভাকৰ দলেই, উজ্জ্বল চাৱনিৰে প্ৰশ্ন কৰিছিল নিৰ্লিপ্ত হাজৰিকাই— দেশ-বিদেশৰ প্ৰশ্ন, বানপানীৰ সমস্যা, চহৰখনৰ এশ এবুৰি সমস্যা- আজি স্মৃতিৰ এলবামত সেই মুহূৰ্ত্তবোৰ সজীৱ হৈ আছে।

সজীৱ হৈ আছে সেউতী মৰাণৰ আত্মত্যাগৰ সেই কাহিনীও। আচম্বিতে চিনাকি হৈছিল সেউতী মৰাণৰ স'তে। চল্লিশৰ দেওনা পাৰ হওঁ নহওঁ অৱস্থাৰ সেউতী মৰাণক দেখিয়েই মোৰ অনুভৱ হৈছিল— এওঁ এগৰাকী অসাধাৰণ নাৰী। দৃষ্টিত উজ্জ্বলতা, কণ্ঠত দৃঢ়তা, প্ৰতি খোজত আভিজাত্যৰ সংকেত।

চহৰখনৰে সাংবাদিক অমল দিহিঙ্গিয়াই চিনাকি কৰি দি কৈছিল, এওঁ 'সেউতী মৰাণ....... গান-বাজনাৰ পৰা খেলা-ধূলা সকলোতে সমান পাৰ্গত। মই নমস্কাৰ জনাইছিলোঁ। .... আচলতে নাৰীৰ দুৰ্বল ৰূপটো মই সহ্য কৰিব নোৱাৰো। চিৰাচৰিত ধাৰণাৰ বিপৰীতে যেতিয়া এগৰাকী নাৰী সাহসী হয়, ব্যক্তিত্বসম্পন্ন হয়, যাৰ স'তে নিৰ্ভয়ে নিসংকোচে পৃথিৱীৰ সকলো কথা পাতিব পাৰি তেনে এগৰাকী নাৰী যেন সেউতী মৰাণ।

মানুহ গৰাকীৰ এটা অতীত আছে— সেউতীয়েও ফুল-তৰা-পখিলাৰ জগতখনত বিচৰণ কৰিব বিচাৰিছিল; বিচাৰিছিল কাৰোবাক হৃদয় উজাৰি দিব অকৃপণভাৱে, অকুণ্ঠচিত্তে।

সেউতীৰ সেই অন্বেষণৰ উত্তৰ হিচাবে আগুৱাই আহিছিল মনেশ্বৰ— মনেশ্বৰ দিহিঙ্গিয়া নামৰ সেই পাহুৱাল ডেকাজন। বি, এৰ দেওনা অতিক্ৰম কৰি অফিচে অফিচে

কেৰাণী চাকৰি ভিক্ষা কৰি ফুৰাতকৈ মনেশ্বৰৰ যতনত কুৰি বিঘা মাটিত সেউজীয়া কবিতাই জন্ম ল'লে। মনেশ্বৰৰ হৃদয় থৌকি-বাথৌ লগাই ঠিক সেইখিনি সময়তে আহি যেন উপস্থিত হৈছিল কুৰিৰ দেওনা গৰকা সেন্দুৰীয়া মুখখনিৰ যৌৱনৰ ভৰত অস্থিৰ হোৱা সেউতী মৰাণ। সিহঁত যেন ইজনে সিজনৰ কাৰণে প্ৰতিক্ষাৰত হৈহে আছিল।

আঘোণৰ কোনোবা এটা নিশা দোৰপতী গাঁৱত 'দুঃশাসনৰ ৰক্তপান' ভাওনা চলিছে। ভীমৰ চৰিত্ৰত অৱতীৰ্ণ হৈ মনেশ্বৰে গাঁৱৰে লেৰেলা মণ্ডলৰ "পিতেক" দেবেনৰ তেজ পি খাইছে জোলোকা জোলোকে। গোটেই নামঘৰ নিজম-নিতাল– "ই মনেশ্বৰটো বৰ ডাঙৰ ভাৱৰীয়া দেই।" সম্পূৰ্ণ ৰাইজৰ কণ্ঠত সেই একেই কথা।

ভাওনাৰ অন্তত মনেশ্বৰ ঘৰলৈ উভতিছে, লগতে সেউতী। সিদিনা ফৰিংফুটা জোনাক। জোনাকে ধুই নিয়া পথেৰে সিহঁত গৈ আছে। দুয়ো নিমাত। মনেশ্বৰেই নীৰৱতা ভংগ কৰি মাত লগালে– "সেউতী। তোক কথা এটা কওঁ কওঁ বুলি ক'বলৈ সাহ কৰিব পৰা নাই।"

ঃ কি কথানো?

ঃ তই জানোচা বেয়াই পাব?

ঃ উৱা। মতা মানুহটো হৈ ইমান ভয়নে?

ঃ নহয় মানে......

ঃ মানে ...... মানে বুলি কৈ থাকিবানে, আচল কথাটো কৈ পেলাবা?

ঃ ধানখিনি চপালো। ভঁৰাল ভৰিল। কিন্তু.......

ঃ কিন্তু কি?

ঃ মনটোহে নভৰিল........,

ঃ এনেকৈ পকোৱা কথা ক'লে আমি বুজি নাপাওঁ দেই ঃ মানে তই যদি মন কৰ এই মাঘতে মাহ হালধিৰ আয়োজনটো কৰো।

মনেশ্বৰৰ কথাত সেউতীৰ বুকুখন টিপিংকৈ উঠিল। তাই এতিয়া কি ক'ব.... মনেশ্বৰৰ দুবাহুৰ মাজত তাই নিঃশেষ হৈ যাব বিচাৰে। কিন্তু ..... তাইৰ ঘৰখনত ভায়েক দুটা, ভনীয়েক তিনিজনী......। দেউতাক যোৱা বেলি হাইজাত ঢুকাল। গোটেই ঘৰখনৰ কথা তাই চিন্তা কৰিব লাগে। তাই যদি এইদৰে গুচি যায় সিহঁতবোৰৰ বাৰু কি হ'ব? কেছাৰীত পিতাকৰ কামটো তায়েই পাব বুলি প্ৰেমেশ্বৰ কেৰাণীয়ে কৈছে। চাকৰিটো পালে অন্ততঃ পৰিয়ালটো চলিব পাৰিব।

সময়বোৰ নিস্তব্ধতাৰ মাজেৰে পাৰ হৈ গৈছিল। এটা সময়ত মনেশ্বৰে মাত লগালে, – কি হ'ল, একো নক'লি দেখোন।

মই কি বুলিনো কওঁ, তোমালৈ যোৱাত মোৰ কিবা বাধা থাকিব পাৰে নেকি? কিন্তু ইহঁতক কোনে চাব........। জান, মাইনা, মাজনী, তগৰহঁতক?

ঃ তাৰমানে তই এতিয়া গোটেই ঘৰখনৰ দায়িত্ব ল'ব লাগিব?

ঃ তাৰ বিকল্প কিবা আছে জানো ককাইটি?

ঃ এৰা বিকল্প নাই, মনেশ্বৰে মনতে ভাবিলে। তাৰ মানে গুটি ধান ভঁৰালৰ মাজত সোমাই থকা তাৰ সপোনটো এনেয়ে মৰহি যাব। সেউতীৰ বাহিৰে আন কাৰো কথাই সি চিন্তা কৰিব নোৱাৰে। হালি থকা মাধৱীলতাৰ পাত এটা আজুৰি আনি সি ক'লে, "সেউতী, মই জানো তই মোৰ আয়ত্তৰ বাহিৰত, কিন্তু তথাপিও মই তোলৈ বাট চাম। সেই প্ৰতীক্ষা অনন্ত কালেই নহওক লাগিলে।

ঃ ককাইটি সেইটো ভুল নকৰিবা। সময়ৰ কাম সময়ত কৰা ভাল। মই বুকুত শিল এটুকুৰা থৈ তোমাক অনুমতি দিছো, কাৰোবাক আনি তুমি সুখী হোৱা।

ইয়াৰ পিছত সিহঁত দুয়োটাই নিশাৰ নিস্তব্ধতাত, জোনাকৰ ৰহস্যময় পৰিবেশত যেন হেৰাই গ'ল।

সেইগৰাকী গাভৰুৱেই এতিয়া দহাবৰা গাঁৱৰ আদৰ্শ প্ৰাথমিক বিদ্যালয়ৰ শিক্ষয়িত্ৰী সেউতী মৰাণ-কঁপালখন এতিয়াও উকা, চকুত চশমা। শুনা মতে মনেশ্বৰো অকলশৰীয়া। এতিয়া সি পথাৰত সোণগুটি নগজায়, এখন গেলামালৰ দোকান দিছে। বয়সতকৈ বহুত ডাঙৰ যেন লগা মনেশ্বৰ দিহিঙিয়াৰ মুখে সেউতী আৰু মনেশ্বৰৰ কথাখিনি শুনি মই মনে মনে আছিলো। সেউতী মৰাণৰ মুখমণ্ডলত মই আৱিষ্কাৰ কৰিব বিচাৰিছিলো আজিৰ পৰা ১৭ বছৰ আগৰ সেই নিশাটোৰ কথা, যেতিয়া মনেশ্বৰ আৰু সেউতী ভাওনাৰ পৰা উভতিছিল।

মই সেইদিনাই থিৰাং কৰিছিলো সেউতীক "প্ৰটাগনিষ্ট" কৰাকৈ মই এটা গল্প লিখিম। কিন্তু ক'ৰ পৰা কেনেকৈ আৰম্ভ কৰিম ভাবি পোৱা নাছিলো। আত্মোৎসৰ্গৰ বহু কাহিনী শুনিছো, কিন্তু দোকোলটকা যৌৱনক অকাতৰে অৱজ্ঞা কৰি কৰ্ত্তব্যৰ আহ্বানত সঁহাৰি দি নীৰবে যৌৱনৰ সম্ভাৱনাপূৰ্ণ সময়খিনি পাৰ কৰি দিয়া ত্যাগৰ জ্বলন্ত প্ৰতীক সেউতীক দেখিহে বুজিলো....... কিমান ডাঙৰ অন্তৰৰ গৰাকী হ'লে এই ত্যাগ সম্ভৱ।

সেউতীৰ দুয়োজনী ভনীয়েক, দুয়োটা ভায়েকৰ এতিয়া গতি লাগিছে। দুয়োজনী ভনীয়েকক বিয়া দিলে। ভায়েক দুটাৰ এটাই বেংকত সোমাল। আনটো জীৱনবীমা কাৰ্যালয়ত। দুয়োজন ভায়েকৰ বিয়াও হৈ গ'ল।

এতিয়া সেউতী থাকে অকলে।

মনেশ্বৰো অকলে।

দিহিঙিয়াই মোক নজনালে, সিহঁত কেতিয়াবা লগ লাগিলনে নাই?

— গল্পৰ উপসংহাৰ লিখিবলৈ মই হয়তো বাট চাব লাগিব। হয়তো শিক্ষয়িত্ৰী সেউতীয়ে এদিন পুনৰ মনেশ্বৰক বিচাৰি যাব, মই সেইটো এই ধৰণে কল্পনা কৰিব বিচাৰিছো।

কাহি কাহি লেবেজান হোৱা মনেশ্বৰৰ ওচৰলৈ সেউতী আগবাঢ়ি গৈছে— বিড়ি-চিগাৰেটৰ দোকান এখন খুলি বহি থকা মনেশ্বৰে সেউতীক দেখি চিনি পোৱা নাই। কোন আহিলি?

ঃ মই সেউতী।

ঃ সেউতী? মনেশ্বৰৰ কণ্ঠত বিস্ময়ৰ সুৰ।

ঃ অ, সেউতী..... তোমাৰ সেউতী।

পুনৰ কাহি কাহি লেবেজান হৈ পৰিল মনেশ্বৰ।

ঃ বহুত পলম কৰিলা সেউতী, মোৰ সেই সেউজ সপোনটো ভাঙি থাকিল। এতিয়া মই সৌৰৰণীৰ আশ্ৰয়ত জীয়াই থাকো।

ঃ মই সৌৰৰণী হৈ অহা নাই। মই তোমাৰ স'তে জীন যাব বিচাৰিছো, মোৰ সুকীয়া পৰিচয়ৰ এতিয়া আৰু প্ৰয়োজন নাই ককাইটি।

ঃ নাই, নাই সেউতী, তেনেকৈ নক'বা— মই ভাওনাতহে ভীম হ'ব পাৰো। বাস্তৱ জীৱনত মই ভীৰু-কাপুৰুষ। মই এতিয়া কপৰ্দক শূন্য।

তোমাক দিবলৈ একো নাই।

মনেশ্বৰক স্তম্ভিত কৰি দি সেউতীয়ে মনেশ্বৰৰ ভৰি দুখন চুই সেৱা কৰিব আৰু ক'ব এয়া লোৱা সেন্দুৰৰ টেমা। মোক সজাই দিয়া ককাইটি...... মই তোমাৰ পৰিচয়েৰে জীয়াই থাকিম।

সেউতীয়ে তুলি দিয়া সেন্দুৰৰ টেমাটোৰ পৰা সেন্দুৰকণ লৈ মনেশ্বৰে তাইৰ উকা শিৰত সেন্দুৰৰ বোল আঁকি দিলেনে নাই, সেইটো মই পঢ়ুৱৈক এৰি দিছো। মোৰ বাবে সেউতী হৈ ৰওক ত্যাগৰ এক স্মৃতি। নীৰৱে জ্বলি শেষ হৈ যোৱা এডাল ধূপ......।★★

# মাধৈমালতী ফুল

## চিত্ৰলতা ফুকন

জোনাকীয়ে শোৱাপাটীত বহি লৈ পশ্চিমফালৰ বাঁহৰ খিৰিকীখন মাৰি এডালেৰে দাণ্ডি দিলে। প্ৰথমতে তাইৰ চকুত পৰিল জেওৰা খনেদি তেজপিয়াটো এক জাপ মাৰি পাৰ হৈ গ'ল। তাৰ পাছত জোনাকীৰ মথাউৰীটোত চকু পৰিল। নৈৰ দাঁতিৰ বাঁহনি ডৰাই মথাউৰীটো আন্ধাৰ কৰি থৈছে। তথাপি বাঁহ গছৰ সুৰুঙাইদি এজাক ৰ'দ আহি ভুমুকি মাৰিছে। তাই ভাবিলে, তাইৰ মনটোও কেতিয়াবা এইদৰে আশাত উজ্বলি উঠে। সাত বছৰীয়া দুলালৰ গাত কাপোৰ এখন মেলি দি জোনাকী চাঙৰ পৰা নামিল আৰু একেটা কোঠাতে মাটিত পাৰি দিয়া বিচনাত পৰি থকা নন্দৰ ওচৰলৈ গ'ল। নন্দ এবছৰে একাংগী ৰোগত ভুগিছে। দেহটোৰ বাওঁফালটো একেবাৰেই নিঃসাৰ। প্ৰথম অৱস্থাত চিকিৎসা কৰা হৈছিল। চিকিৎসাৰ বাবে তাৰ নাও আৰু চাইকেলখন বিক্ৰী গ'ল। এতিয়া বহুত দিন নন্দৰ কোনো চিকিৎসা নাই। জোনাকীয়ে লোকৰ ঘৰত কাম কৰি যি পইচা পায় তাৰে তিনিটা মানুহে দুবেলা দুমুঠি খায়। বাৰীত বেচা কিনা কৰিবলৈও একো নাই। বাৰীৰ ঢাপত কেইজোপামান তামোল গছ আছে। ত্ৰিশ পোণ তামোল তাই পাইছিল। কিন্তু তামোলৰ দাম হঠাতে ইমান বেছি কমি গ'ল যে ত্ৰিশ পোণ তামোলত তাই মাত্ৰ তিনিশ টকাহে পালে। তাৰে সাতবছৰীয়া পুতেক দুলাললৈ কামিজ এটা কিনি বাকী কেইটাও নন্দৰ চিকিৎসাতে খৰচ কৰিলে। আজি বহুত দিন নন্দক তাই একো চিকিৎসা দিব পৰা নাই। জোনাকীয়ে নিজৰ মুখহাত ধোৱাৰ আগতে নন্দৰ মুখ হাত ধুৱাই দিবলৈ পীৰা এখন পাৰি বহি ল'লে। গামোছা এখন তিয়াই লৈ তাই নন্দৰ মুখহাত মোহাৰিবলৈ সাজু হ'ল। জিভাখন মোহাৰি দিবলৈ মুখখন মেলি দি জোনাকী অবাক হৈ গ'ল। নন্দৰ মুখৰ ভিতৰত এলদা বেৰৰ মাটি। খঙে তাইৰ মূৰত উঠিলেগৈ। তাই চিঞৰি ক'লে, 'বেৰৰ মাটি আকৌ খাইছা। মোৰ মূৰটোকে নোখোবা কিয়? এতিয়াই মই তোমাৰ বিচনা বেৰৰ ওচৰৰ পৰা আঁতৰাই দিম।' বকি বকি জোনাকীয়ে তাৰ ভৰি-হাত মোহাৰি থাকিল। সি তাইলৈ একেথৰে চাই থাকিল। জোনাকীয়ে দেখিলে তাৰ স্নিগ্ধ চকু দুটি জলমলাই উঠিছে। তাইৰো মনটো কুমলি গ'ল। তাৰ বগা দাঁতখিনিৰে মাগুৰ বৰণীয়া মুখখনি একেদৰেই আছে। মনত আছে, সকলো মনত আছে তাইৰ। তাৰ এটি পবিত্ৰ মিঠা স্পৰ্শই কেনেকৈ তাইৰ দেহত স্বৰ্গীয় সুখৰ শিহৰণ জগাইছিল সেই কথাই বা কেনেকৈ পাহৰিব তাই।

জোনাকীৰ পিতাকলৈও মনত পৰিল। নন্দৰ ঘৰলৈ অহাৰ সময়ত পিতাকে তাইক কৈছিল, 'তাৰ লগত তোৰ দুঃখ হ'ব আই। সেই গাওঁখনৰ সকলো মানুহেই দুখীয়া। কোনো এঘৰ মানুহৰে এবিঘা দ মাটি নাই। সকলোৰে একোখনকৈ জাল কিম্বা কেইঘৰ মানৰ একেলগে জাল, নাও আৰু চাইকেল একোখনকৈ আছে। তই নন্দলৈ যাব নালাগে আই।'

'নন্দৰ জাল, নাও আৰু চাইকেল এখনো আছে পিতা। তেওঁ মোক খুৱাব পাৰিব। তেওঁ মোলৈ আশা কৰিলে আশা ভংগ কৰাটো পাপ।' জোনাকীয়ে পিতাকক কৈছিল। সঁচাকৈয়ে সি খুৱাইছিল তাইক। সি প্ৰায়ে ৰৌ মাছৰ মূৰ আনিছিল। কচু শাক বা মগুৰ ডাইলৰ লগত তাই প্ৰায়ে মুৰিঘন্টা বনাইছিল। শাওন ভাদ মাহৰ জাঁজী নৈত ধৰা শিলঘৰীয়া মাছ কিমান সোৱাদ। নন্দই তাইক খুৱাবলৈ অকণো কৃপনালী কৰা নাছিল। কিন্তু যোৱা বছৰ কাতি মাহত নন্দ এদিন বিচনাৰ পৰা পৰিল। সেই যে পৰিল সি পৰিলেই। নিম্ন ৰক্তচাপ আছিল তাৰ। ডাক্তৰে ক'লে, চিকিৎসা পলম হৈ গ'ল। তথাপি নাও আৰু চাইকেল বেচি চিকিৎসা কৰা হ'ল। এতিয়াও সিহঁতৰ সম্বল হিচাপে একমাত্ৰ এখন জাল আছে। কিন্তু সিমান দুঃখতো নন্দই সেইখন বেচিবলৈ নিদিয়ে। আৰু পাঁচ বছৰ হ'লে তাৰ ল'ৰাটোৱে জাল পেলাব পাৰিব। এইবোৰকে ভাবি ভাবি জোনাকী পীৰাখনৰ পৰা উঠিল।

পাচফালে গৈ জোনাকীয়ে দেখিলে, পাকঘৰৰ চালিখনৰ তলত পানীবোৰ ডোঙা বান্ধি আছে। ৰাতি বৰষুণ হৈছিল। নৰাৰ চালি উৰলি গৈছে। তাইৰ খং উঠিল আৰু নিজে নিজে ক'লে, 'আজিৰ দিনতো ইমান দুখীয়া মানুহ থাকেনে' ঘৰ চোতাল সাৰি-পুচি জোনাকীয়ে হাতত মাটিৰ কলহটো লৈ নৈলৈ গ'ল। গড়াৰ পৰা বহুত তললৈ নামি গ'ল জোনাকী। কাতিমহীয়া জাঁজী নৈৰ নিৰ্মল পানীত তাই জাবুৰ মাৰিলে। কঁকালৰ পৰা কাপোৰখন এৰুৱাই চেপি লৈ আকৌ গোটেই গাত কাপোৰখন মেৰিয়াই তাই পাৰলৈ উঠিল। পাৰত কলহটো লৈ তাই কেইডাল মান ঢেকীয়া শাক ছিঙি ল'লে। তাই জানে যে ঘৰত চাউল এটাও নাই। তথাপি ঢেকীয়া কেইডাল ছিঙিলে। নৈৰ পলসত লহলহকৈ বাঢ়ি অহা লিহিৰিপতীয়া ঢেকীয়াখিনি দেখিলে কোনেও নিছিঙি নোৱাৰে। মথাউৰীত ভৰি দি জোনাকীয়ে দেখিলে, লাহৰী বুঢ়ীয়ে কুজাকুজলৈ হাতৰ মোনাত ঢেকীয়া শাক লৈ গাঁৱলৈ ওলাইছে। তাইৰ মনে মনে বৰ ভয় লাগিল এইবুলি যে এইটো অৱস্থা হ'বলৈ তাইৰনো কিমানদিন বাকী। তাই মনত ইমান ভয় লাগিল যে লাহৰী বুঢ়ীক তাই নামাতিলেই।

মথাউৰীৰ পৰা নামিয়েই সিহঁতৰ পদূলি পায়। মথাউৰীৰ এই পাৰৰ নৈৰ দাঁতিৰ বাঁহনিখনে সিহঁতৰ জুপুৰীবোৰ অন্ধকাৰ কৰি থয়। কোনো প্ৰাণ নাই ঘৰ-বাৰীবোৰৰ। এই কাৰণেও খং উঠে জোনাকীৰ। তাইৰ জন্মৰ গাওঁখন আছিল চহৰৰ উপকণ্ঠৰ এখন ফৰকাল গাওঁ। এই গাওঁখনত সময়ৰো কোনো হিচাপ নাই। দুবেলা দুমুঠি খোৱাৰ চিন্তাৰ বাহিৰে মানুহে অন্য একো চিন্তা কৰিব নোৱাৰে। কলহটো কাষৰ পৰা নমাই জোনাকীয়ে তিতা গাৰেই মজিয়াৰ পানীখিনি টুকি ল'লে। তাৰপাছত তিতা কাপোৰ সলাই চৰু চুচি চুচি ভাত কেইটা বাটি এটাত উলিয়াই আনিলে। পীৰা এখন পাৰি ভাত মুঠি দুলালৰ ফালে আগবঢ়াই দি তাৰে এমুঠি ভাত হাতেৰে মুঠি মাৰি আনি নন্দৰ মুখত দিলে। তাকৰীয়া ভাত কেইটা দেখি দুলাল থুনথুনাই উঠিল। জোনাকীয়ে সেইফালে কাণ নিদিলেই। ল'ৰা গাতনো কি দোষ। ভোক লাগিলে ভাত বিচাৰিবই। তাই নিজে অকণমান ৰঙাচাহপানী বাকি খালে। তাৰ পাছত জোনাকী চাউল এক কেজি সলনিলৈ বিচাৰি ওলাই গ'ল।

পদূলি পাৰ হৈয়ে জোনাকীয়ে দেখিবলৈ পালে লাহী আৰু পাহীৰ মাকে দুৰ্বাদল কাজিয়া লাগিছে। বিষয়টো হ'ল আগদিনা গধূলি লাহীৰ মাকে কেৰাচিন এচাকি চুৰ কৰিলে।

জোনাকীয়ে ভাবিলে, এই তেলকণৰ কাৰণেই ইমান ডাঙৰ কাজিয়াখন হ'ব লাগেনে? শ্লীল-অশ্লীল ভাবাৱে একেবাৰে তুংগত উঠিল কাজিয়া। দৰিদ্ৰতাই হ'ল ইয়াৰ মূল কথা। জোনাকীয়ে এটা দীঘল হুমুনিয়াহ পেলালে। পাহীহঁতৰ ঘৰত সোমোৱা কথাতো তাই বাদ দিলে। ওখ মথাউৰীৰ ওপৰেদি গৈ গৈ তাই গাঁৱৰ একেবাৰে মূৰত থকা তিলকহঁতৰ ঘৰ পালেগৈ। সিহঁতৰ ঘৰখনৰ অৱস্থা এতিয়া অলপ টনকীয়াল হৈছে। তিলকে দিখৌ, লুইতত ধৰা মাছ আনি দিকচৌ হাটত বিক্ৰী কৰে। তিলকৰ মাকে তাইক যোৱা দেখি আথে-বেথে বহিবলৈ দিলে আৰু নিজেও তামোলৰ বটা আগত লৈ বহিল। বুঢ়ীৰ মৰমীয়াল সম্ভাষণত তাই খুব সুখী হ'ল। সাধাৰণতে গাঁৱত তাই ধান চাউল বিচাৰি নাযায়েই। উপায়হীন হৈহে তাই তিলকহঁতৰ ঘৰলৈ গৈছে। বুঢ়ীৰ আগত তাইৰ আগমনৰ কথাটো ক'লে। তিলকৰ মাকে ক'লে, 'আই ঐ দেহি মোৰ সোণাইজনী। তইনো কাহানি আমাৰ ঘৰলৈ ধান, চাউল বিচাৰি আহিছ।' এইবেলি কৈ বুঢ়ীয়ে এক কেজিমান চাউল আৰু তাৰ মাজত কেইটামান আলু ভৰাই দি তাইৰ হাতত টোপোলাটো গুজি দিলে। বাটে-বাটে আহোঁতে তাইৰ মান-সন্মানৰ চিন্তাও মনলৈ আহিল। ওপজা ঘৰখনত তাই এইবোৰ কথাৰ একো ভূ-পোৱা নাছিল। এতিয়া জোনাকীৰ পিতাকৰ কথাবোৰ বাৰে বাৰে কাণত বাজি থাকে।

ঘৰলৈ আহি জোনাকীয়ে চাউল দুটামান উতলালে। ঢেকীয়া কেইডালমান ছিঙি তাৰ লগতে আলু দুটা সৰু সৰুকৈ কাটি দিলে। তাৰ পাছত নিমখ হালধি দি পানী ছটিয়াই সিজালে। এইদৰে এই মুঠি ভাতকে সিহঁতে পৰম শান্তিৰে খালে।

কাতি মাহ। বছৰটো কিছু ফৰকাল। জোনাকীয়ে ভাবিলে, নন্দৰ কাপোৰখিনি ৰ'দলৈ উলিয়াই দিয়া যাওক আৰু বিচনাখন বেৰৰ পৰা কিছু আঁতৰলৈ অনা যাওক। বেৰখনৰ তিনি চটা মান চুচলিৰ মাটি একেবাৰে খাই বিন্ধা উলিয়াই দিলে। খং উঠিলেও জোনাকীৰ অন্তৰখন বেদনাৰে তিতি আহিল। মানুহে কেতিয়া অখাদ্য খায়? আচলতে তাৰ দেহটোৰ বাবে আহাৰ যিখিনি প্ৰয়োজন হৈছে সেইখিনি সি পোৱা নাই। কিবা ক'ব খুজিও নীৰৱে থাকিল জোনাকী। নন্দই থৰ লাগি জোনাকীৰ মুখলৈ চাই থাকিল। একুৰি সাতোটা বসন্তই গৰকি থকা যৌৱন, ৰূপ নহয় যেন সিহঁতৰ গাঁৱৰ পাচফালে থকা হাবিখনত নিৰলে নিজানে ফুলি থকা এপাহি মাধৈমালতী ফুলহে। সি এইদৰে ৰ লাগি চাই থকা দেখি তাই সুধিলে,

'কি চাইছা?'

বহু দূৰলৈ চকু আঁতৰাই নি সি এটা দীঘল হুমুনিয়াহ পেলালে। জোনাকীয়ে তাৰ মনৰ ভাব, মনৰ দুঃখ সকলো বুজি পায়। তাই মাথোন হাঁহি হাঁহি কয়, 'মোৰ কাৰণে একো চিন্তা নকৰিবা। মোৰ বিশ্বাস তুমি আকৌ সুস্থ হৈ উঠিবা। মই তোমাৰ যত্ন ল'ম।'

'কিন্তু কেনেকৈ?'

'জগতখন আছে যেতিয়া, খুজি মাগি হ'লেও....।' সিহঁতৰ অন্তৰংগ আলাপৰ ভিতৰতে পদূলিলৈ চকু দি জোনাকীয়ে দেখিবলৈ পালে ৰতন মহলদাৰ আহিছে। মাছৰ মহলদাৰ ৰতন। খুচুৰা বেপাৰীবিলাকে তেওঁৰ পৰা মাছ কিনি লয়। নন্দয়ো এসময়ত তেওঁৰ পৰা মাছ কিনিছিল। তেওঁৰ অৱস্থা এতিয়া আগতকৈও ভাল। বহুত দিনৰ মূৰত নন্দৰ খবৰ ল'বলৈ আহিছে ৰতন। জোনাকীয়ে কাপোৰ কানি ৰ'দত দিয়া, বিচনা সলনি কৰা সিহঁতটো

বন্ধ কৰিলে। কাপোৰ কানিৰ ইমান নিঃকিন অৱস্থাতো মানুহক দেখুৱাব নোৱাৰি। নন্দৰ গাত কাপোৰখন ভালকৈ মেলি দি তাক বেৰখনত আওজাই দিলে। পদূলি মুখত ৰতনক দেখি মুখৰ ভিতৰতে ভোৰভোৰালে জোনাকীয়ে। একো ভাল নালাগে মানুহটোক। প্ৰথমতে কিন্তু সিমান বেয়া লগা নাছিল। লাহে লাহে মানুহটোৰ চালচলন, কথা-বতৰা তাইৰ ভাল নলগা হৈ আহিল। নন্দই শুনাকৈ তাই ক'লে, 'সেইটোযে আহিছে, আৰু নো কিটো নিবলৈ আছে। জাল নিলে, চাইকেল নিলে, মাত্ৰ কাঁহৰ কাঁহী বাটি দুযোৰহে বাকী।'

জোনাকীয়ে টুলখন ৰতনৰ ফালে আগবঢ়াই দিলে। ৰতনে মিঠাইৰ টোপোলাটো নন্দৰ ফালে আগবঢ়াই দিলে। নন্দই মনতে ভাবিলে, যাহওক, বহুত দিনৰ মূৰত সি এটা ভাল মিঠাই খাবলৈ পাব। মনে মনে সি এইটোও ভাবিলে যে আজিকালি সি বৰ লুভীয়া হৈছে। নহ'বই বা কিয়? কিনো খাবলৈ পাইছে সি। জোনাকীয়ে ভাত মুঠিকে যোগাইছে কোনোমতে। বেয়া লাগে তাৰ জোনাকীলৈ। ৰতনে টুলখন অলপ নন্দৰ ওচৰলৈ চপাই নি সুধিলে,

'কেনে পাইছা নন্দ?'

'কেনেকুৰা পাম আৰু। চিকিৎসা নায়ে যে।'

'মই ভাবিছো তোমাক কিছুদিন ডিব্ৰুগড় মেডিকেল কলেজ হস্পিতেলত ৰাখিব লাগিব বুজিছা।'

'মই যাবলৈ সাজু।' বিনা দ্বিধাই ক'লে নন্দই।

'মই লৈ যাম তোমাক। চিন্তা নকৰিবা।' ৰতনে ক'লে।

তামোল কাটি থকাৰ পৰা আঁৰ চকুৰে জোনাকীয়ে ৰতনলৈ চালে। সি ইস্ত্ৰি কৰা কামিজ পিন্ধিছে, ধুনীয়াকৈ চুলি ফণিয়াইছে। তাইৰ মনে মনে হাঁহি উঠিল। আনকালে আহিলে দুলালৰ হাতত দহ টকা পইচা দিয়ে বিস্কুট খাবলৈ। আজি গাখীৰৰ মিঠাই আনিছে চাহ অকণ খুৱাব লাগে। তাইৰ উঠি যাবলৈ এলাহ লগা নাই কিন্তু মনত দ্বিধা হৈছে। ৰতনো যদি তাইৰ পাছে পাছে উঠি যায় আৰু যদি পাছফালৰ পৰা চাদৰখন টানি ধৰে। দুলালো আহি পোৱা নাই স্কুলৰ পৰা। কোনো ধৰণৰ পাপবোধৰ বাবে তাই যেন অনুশোচনা কৰিব লগা নহয় তাৰ বাবে তাই সচেতন হৈ থাকে। তাইৰ শুচিতাই ইন্ধন যোগাব নন্দৰ নতুন জীৱন লাভ কৰাত। তদুপৰি সিহঁতি দৰিদ্ৰ মানুহ। সকলো বদনামৰ ভাগ সিহঁতৰে।

নন্দৰ সংকেত পাই তাই পাকঘৰলৈ বুলি খোজ দিলে। সঁচাকৈয়ে ৰতনো উঠিল তাইৰ পাছতে। তাই দুখীয়া হ'লেও ইমান দীনতাখিনি মানুহক দেখুৱাবলৈ ভাল নাপায়। তাই আৰু ভাবিলে, পাকঘৰ চোৱাটো মতা মানুহৰ স্বভাৱো হ'ব নালাগে। ভিতৰি ভিতৰি ভীষণ অসন্তুষ্ট হ'ল জোনাকী। খৰি কেইডালৰ তলত খেৰ মুঠি দি তাই জুইশলা কাঠিটো মাৰিলে। ৰতনে পীৰাখন পাৰি তাইৰ ওচৰতে বহিল আৰু খেৰমুঠিত হাত দি থকা হাতখনত হাত দি ক'লে, 'চাহ মই নাখাওঁ। তুমি কষ্ট কৰিব নালাগে।' হাতখন তাৰ হাতৰ পৰা এৰুৱাই নি জোনাকীয়ে ক'লে, 'কিয় নাখাব। আমিও খাম।' এইবাৰ সি তাইৰ থুতৰিটোত ধৰি তাইৰ মুখখন তাৰ ফালে ঘূৰাই দিলে। তাই জোৰেৰে হাতখন থুতৰিটোৰ পৰা এৰুৱাই থিয় হ'ল আৰু হাতত চচপেনটো লৈ মাটিৰ কলহটোৰ ওচৰলৈ গ'ল। এইবাৰ তাইৰ হাতৰ পৰা চচপেনটো কাঢ়ি লৈ সি মাটিত থ'লে। এটামান মুহূৰ্ত তাই তাৰ ফালে চাই থাকিল তাইৰ

সমুখত টপা মূৰটো টঙ টঙকৈ জিলিকি উঠিল আৰু কাণৰ বিন্ধাৰ দীঘল দীঘল নোম কেইডালো তাইৰ চকুত পৰিল। মানুহটোক তাইৰ অত্যন্ত বিশ্ৰীযেন লাগিল। সি তাৰ ক্ষুধাকাতৰ চকু দুটাই কৰুণভাৱে তাইৰ ফালে চাই থাকিয়ে ক'লে, 'তোমাৰ ফুল কুমলীয়া দেহটো মোক এবাৰ চুই চাবলৈ দিয়া জোনাকী।' ঘৃণাত ভ্ৰূ কোচাই আঁতৰি আহিল জোনাকী। ইমান পৰে কোনো ভিতৰৰ পৰা ওলাই নহা দেখি নন্দই ভাবিলে, 'বেচেৰী জোনাকীজনী, বহুত দিন সি তাইক একো দিব পৰা নাই। ৰতনৰ সামান্য ওপকৰা স্পৰ্শত যদি তাই অকণমান তৃপ্তি লাভ কৰে কৰক। লগতে সি আৰু ভাবিলে, আজি গধূলিকৈ তাৰ ভাগ্যত হয়তো অকণমান মাছৰ জোল বা অকণমান ডাইলৰ জোল মিলিব। জুই কুৰাত পানী ঢালি এইবাৰ জোনাকী বাহিৰলৈ ওলাই আহিব খোজোতেই ৰতনে তাইক জোৰকৈ দুবাহুৰ মাজলৈ টানিব খুজিলে। জোনাকীয়ে জোৰ কৰি তাৰ হাতৰ পৰা মুক্ত হৈ পেটটোত গোৰ মাৰি দিলে। ৰতন চিটিকি গৈ মাটিৰ কলহটোত পৰিল আৰু কলহটো ভাগি চুৰ্চুমে হ'ল। তাই মূৰে-কপালে হাত দি বহি পৰিল। কলহটো ভগাৰ কাৰণে তাইৰ যি ক্ষতি হ'ল সেইটোহে তাইৰ দুঃখৰ কথা হ'ল। ৰতনে পৰাৰ পৰা উঠি বাহিৰলৈ ওলাই গ'ল আৰু নন্দক যাওঁ বুলি কৈ গ'লগৈ। নন্দই বুজি পালে কিবা এটা ঘটিল। জোনাকী লাহেকৈ থিয় হ'ল আৰু নন্দৰ ওচৰলৈ আহি ক'লে,

'এইবোৰেই তোমাৰ বন্ধু-বান্ধৱ।'

'কি হ'ল সোণজনী।'

'কি হ'বলৈ আছে। তাক পেটতে এক গোৰ দিছো আৰু সি কলহটোত পৰি গ'ল। কলহটো ভাগি চুৰমাৰ হ'ল।'

'হয় নেকি?' নন্দই হতাশভাৱে উত্তৰ দিলে।

স্কুলৰ পৰা দৌৰি দৌৰি আহি দুলাল ভিতৰ সোমাল। সি লৰালৰিকৈ মিঠাইৰ টোপোলাটো খুলিলে। ডাঙৰ-ডাঙৰ, গোল-গোল, বৰফ যেন বগা কোমল লোভনীয় মিঠাইবোৰ সি টপটপকৈ কেবাটাও গিলিলে। এটা মিঠাই সি পিতাকৰ মুখত ভৰাই দিলে। এটা মিঠাই সি মাকৰ ফালে আগবঢ়াই দিলে। মাকে থাপ মাৰি মিঠাইটো হাতত লৈ দুবলৈ দলিয়াই দিলে। দুলালে বিচাৰি আনি সেইটোও মুখত ভৰালে। জোনাকীয়ে খং সামৰিবলৈ যত্ন কৰিলে, কোমল মাতেৰে তাই ক'লে, 'ডাঙৰ হ'লে দুলালক মই জাল এখন কিনি দিম। এতিয়া এই জালখনকে বিক্ৰী কৰি কেইদিনমান চলিব লাগিব। এতিয়া কাতি মাহৰ শেষ সপ্তাহ। পথাৰে ৰবণ সনাবই। আগতীয়া ধানবোৰো সোণোৱালী হৈ জিলিকিবৰ হ'ল। এইবাৰ মই বহুত ধান দাম বুজিছো। দুদিনত এবিঘাকৈ। বহুতখিনি পইচা উলিয়াব পাৰিম। তোমাক হস্পিতাললৈ লৈ যাম। পইচাই নুজুৰিলে বাইজক খুজি মাগি হ'লেও তোমাক চিকিৎসা কৰিম।'

এইবাৰ নন্দৰ শোক উথলি উঠিল। সি তাইৰ হাতখন তাৰ গালত চেপি ধৰি হুকহুকাই কান্দি দিলে।★★

# মৰহা ফুলৰ সুবাস

## প্ৰহ্লাদ কুমাৰ বৰুৱা

যি উৎসৱেই নহওক-- উৎসৱে মানুহৰ মনত উন্মাদনা সৃষ্টি কৰে। গাওঁখনৰ আঢ্যৱন্ত ঘৰ এখনৰ বিবাহ উৎসৱত গাঁৱৰ সকলো বয়সৰ মানুহেই মাদকতা অনুভৱ কৰি বিয়াৰ দিনা বিয়াঘৰ উদুলি-মুদুলি কৰি তুলিছে। পাহিয়ে পুৱা সোনকালে উঠি ঘৰৰ বাহি-বনবোৰ কৰিও গোহালিৰ গোবৰ-জাবৰ পেলাই সাৰি-পুচি গা-পা ধুই ঘৰৰ অন্যান্য কামবোৰ কৰি মেলি আনদিনাতকৈ সোনকালে আজৰি হ'ল বিয়ালৈ যাবৰ বাবে। গাঁৱৰ বিয়া। তামোল পাণ দি ঘৰ-ঘৰুৱালক মাতিছে। অথচ পাহিক বিশেষভাৱে কৈ গৈছে অলপ সোনকালে যাবৰ বাবে। পাহি কামিলা ছোৱালী। কামত হাতো খৰ আৰু পাহিৰ হাতৰ কাম মানেই কোনো খুঁত নথকা আঁতপিত মৰা। সেইবাবে গাঁৱৰ বিয়া সবাহত পাহি অপৰিহাৰ্য। পাহি নহ'লেই যেন গাঁৱৰ বিয়া সবাহ নহ'ব। পাহিয়েও ভাল পায় কাম বন কৰি বিয়া সবাহ খাবলৈ।

বিয়াৰ দিনা ঘৰৰ সকলো কাম-বন খৰধৰকৈ শেষ কৰি দুপৰীয়া ভাত-পানী খাই বিয়ালৈ যাবলৈ বুলি পাহি সাজ-পাৰ পিন্ধি সাজু হ'ল। বিয়া সবাহলৈকে হওক বা য'লৈকে নহওক নাৰীয়ে অকলে যাবলৈ ভাল নাপায়। লগ এটা লাগে। ঘৰতে দুগৰাকী বৌৱেক আছে। তেওঁলোকে কিন্তু বিয়া খাবলৈহে যাব। কাম কৰিবলৈ নহয়। গতিকে পলমকৈ বিয়ালৈ যাব। পাহিক কিন্তু বিয়ালৈ মাতে বিয়া খাবলৈ নহয়, বিয়াত কাম-বন কৰিবলৈহে।

বৌৱেকহঁত যে পলমকৈ যাব এইবাৰ কথা পাহিয়ে জানে। এনেয়ো পাহিৰ সৈতে বৌৱেক দুগৰাকী ক'লৈকো ফুৰিবলৈ নাযায়। এইবাৰ কথা জানিয়ে গাঁৱৰ এজনী ছোৱালীৰ লগতে তাইকো বিয়াঘৰলৈ সোনকালে মাতিছিল কাম বন কৰিবৰ বাবে। তাই সোনকালে আহিব বুলি পাহিক কথা দিয়ো থৈছিল।

গাঁৱৰ ছোৱালীজনী আহিলেই বিয়াঘৰলৈ যাবৰ বাবে পাহিয়ে সাজপাৰ পিন্ধি সাজু হৈ অপেক্ষা কৰি আছে। পাতল সেউজীয়া মেখেলা চাদৰ এযোৰ পিন্ধি ঘৰৰ ভিতৰত ইফাল-সিফাল কৰি পাহিয়ে অপেক্ষা কৰি আছে ছোৱালীজনীলৈ। মাজে মাজে বাহিৰলৈ ওলাই বাটলৈ চাই তাই আহিছে নেকি বুলি। তায়ো আনৰ তোলনীয়া ছোৱালী। আহোঁ বুলিলেই জানো আহিব পাৰে? ইখন-সিখনকৈ কি বা কৰিব লগা হৈছে।

কাৰোবালৈ অপেক্ষা কৰাৰ সমান বিৰক্তিকৰ আৰু একো নাই। অপেক্ষাৰ বিৰক্তিৰ পৰা নিষ্কৃতি পাবলৈকে পাহিয়ে হাতত সোতাটো লৈ ঘৰটোকে সাৰিবলৈ ল'লে। ককায়েক বৌৱেকহঁতৰ কোঠা দুটা সাৰি আনো বুলি ভাবি এজন ককায়েকৰ কোঠাত সোমাওঁতেই কোঠাটোত থকা লাইফ চাইজ গ্লাছখনত পাহিয়ে নিজৰ প্ৰতিবিম্বটো দেখি থমকি ৰ'ল। তাই যেন কোনো দিন লাইফ চাইজ গ্লাছত তাইৰ পূৰ্ণাৱয়ৱ ৰূপটো দেখাই নাই। ককায়েকহঁতৰ কোঠাবোৰ সাৰি পুচি চাফ চিকুণ কৰোঁতে লাইফ চাইজ গ্লাছত আগতেও তাই নিজৰ

পূৰ্ণ অৱয়বটো দেখিছে। সেইদিনা কিন্তু তাই নিজকে নতুন ৰূপত আৱিষ্কাৰ কৰা যেন লাগিল। গ্লাছখনত গোটেই দেহটো প্ৰতিবিম্বিত হ'লেও পাহিৰ দৃষ্টিত তাইৰ মুখখন ধৰা নপৰিল। পাতল সেউজীয়া কাপোৰযোৰে ঢকা দেহটোহে তাইৰ চকুত জিলিকি উঠিল। হাতত সোতাটো লৈ গ্লাছখনৰ সন্মুখত থৰ হৈ বৈ তাই গা-টো ঘূৰাই পকাই চালে। বৰ সুন্দৰ দেখিছে তাইক। মুখখনৰ প্ৰতি কিন্তু পাহিয়ে ইচ্ছাকৃতভাৱে দৃষ্টি দিয়া নাই। কাৰণ তাই জানে পাতল সেউজীয়া কাপোৰযোৰে তাইৰ দেহটো যিমান ধুনীয়া দেখিছে, সেই ধুনীয়া ৰূপটো দেখি তাই যি পুলক অনুভৱ কৰিছে, গ্লাছখনত প্ৰতিবিম্বিত হোৱা তাইৰ মুখমণ্ডলত চকু পৰিলেই নিমিষতে তাইৰ আত্মৰতিৰ পুলক ছাৰখাৰ হৈ যাব। এইবাৰ কথা জানে বাবেই পাহিয়ে যিমান পাৰে গ্লাছত তাইৰ মুখখন চাব নোখোজে।

পাহিৰ বয়স পয়ত্ৰিশ-ছয়ত্ৰিশ বছৰ হ'ল। বিয়া-বাৰু নহ'ল। হ'ব কেনেকৈ? ঘৰখনৰ কাৰো সৈতে পাহিৰ চেহেৰা নিমিলে। দুজন ককায়েক দুজনী বায়েকৰ স্বাস্থ্যপাতি অতি সুন্দৰ। সুন্দৰ বাবেই বায়েক দুজনীৰ বিয়া হৈ গ'ল কম বয়সতে। পাহিৰ কিন্তু নহ'ল। কিচ্ কিচ্কৈ ক'লা, হাড়-ছাল ওলাই পৰাকৈ অতি ক্ষীণ, গালৰ হনু দুটাও ওলোৱা আৰু চকু দুটাও কোটৰগত। এনে কুৎসিৎ চেহেৰাৰ ছোৱালীজনী বিয়া কৰাবলৈ কোনেনো আগবাঢ়ি আহিব? সেয়ে পাহি অবিবাহিতা হৈ ৰ'ল। বয়সৰ ফালৰ পৰা যৌৱন বিগলিত হোৱা পাহিৰ বিয়াৰ প্ৰসঙ্গত গাঁৱৰে কোনো কোনোৱে কোনো এগৰাকী বিয়া কৰোৱা পুৰুষলৈকে হ'লেও বিয়া দিয়া উচিত বুলি ঘৰখনক উপদেশো দিছিল। কিন্তু যি কাৰণতে নহওক পাহিৰ মুঠতে যৌৱন উৰলি গ'ল আৰু অবিবাহিতা হৈয়ে বৈ গ'ল। মাক-দেউতাক থকা হ'লেও এটা কথা আছিল। কিন্তু বহু বছৰৰ আগতে মাক-দেউতাকক হেকওৱা পাহিৰ কথা আন্তৰিকতাৰে ভাবিবলৈ যেন কোনোৱে নাই। প্ৰকাশ্যে নহ'লেও বৌৱেকহঁতে পাহিৰ বিয়া নোহোৱাত ভালহে পাইছে। কাৰণ ঘৰখনক আপোন বুলি ভাবিব পৰা বনকৰা ছোৱালী এজনী পাইছে অন্ততঃ।

পাহিৰ বিষয়ে ঘৰখনৰ মানুহবোৰে যিয়ে নাভাবক লাগিলে, পাহিৰ বাবে সেইখনে তাইৰ ঘৰ, সেই ঘৰখনেই তাইৰ একমাত্ৰ আশ্ৰয়ৰ স্থল, প্ৰয়োজনীয় কাপোৰ-কানি কেইটা আৰু পেটৰ ভাত মুঠি অন্ততঃ পাই আছে। তাতকৈনো তাইক আৰু লাগে কি? যাৰ জীৱনলৈ যৌৱনৰ বয়স আহিল; কিন্তু যৌৱন নাহিল, যাৰ জীৱনৰ ওপৰেদি বহু বসন্তৰ উতলা বা বৈ গ'ল, কিন্তু সেই বতাহে যৌৱনৰ উন্মাদনা দিব নোৱাৰিলে; তেনে মানুহৰ জীৱনত জীয়াই থাকিবৰ বাবে পেটৰ ভাত মুঠিতকৈ আৰু কিহৰ প্ৰয়োজন?

পাহিৰ জন্মই হৈছে আনৰ বাবে। জীৱন মানেই উপভোগ্য। কিন্তু পাহিৰ বাবে তাইৰ জীৱন উপভোগ্য নহয়। পাহিৰ জীৱনৰ লক্ষ্য আৰু উদ্দেশ্যেই হৈছে আনৰ জীৱনক সুখ-শান্তি দিয়া, আনৰ জীৱনক উপভোগ্য কৰি তোলাত আত্মত্যাগ কৰা। সেয়ে ঘৰখনৰ কথা বাদেই, গাঁৱৰ প্ৰতিঘৰ মানুহৰ বিয়া সবাহলৈ পাহিক বিশেষভাৱে মাতে, পাহিৰ প্ৰতি মৰমৰ তাড়নাত নহয়, পাহিক লাগে কাম কৰিবলৈ। ঘৰখনতো সকলোৱে বাবে পাহি অপৰিহাৰ্য। কিন্তু পাহিও যে মানুহ, তাইৰো যে এখন মানবীয় অনুভূতিসম্পন্ন হৃদয় আছে, এইবোৰ কথা ঘৰৰ কোনেনো ভাবে বাৰু? দুয়োজন ককায়েক গাঁৱৰে স্কুলৰ মাষ্টৰ আৰু বৌৱেক

দুগৰাকীও মাষ্টৰণী। প্ৰতিদিনেই পুৱাৰ পৰা ঘৰৰ সকলো কাম-বন কৰি ৰান্ধি-বাঢ়ি খুৱাই-বুৱাই ককায়েক বৌয়েকহঁতক স্কুললৈ পঠায়। ককায়েক-বৌয়েকহঁত স্কুললৈ যোৱাৰ পিছত তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰৰ দায়িত্ব পাহিৰ। খুৱাব-বুৱাব লাগে, ধুৱাব মেলিব লাগে, কান্দিলে নিচুকাই শুৱাব লাগে। পাহি যেন ঘৰখনৰ নিকিনা গোলাম, বিনামূলীয়া বনকৰা ছোৱালীহে।

মাটিত পৰি থকা গছৰ গুটি একোটাই মূৰত গুটিৰ বাকলিটো লৈয়ে অংকুৰ হৈ ওলাই অহাৰ দৰে দুৰ্ভগীয়া মানুহে দুখৰ বোজা এটা লৈয়ে জন্ম হয়। সকলো ফালৰ পৰা ভাল ঘৰ এখনত জন্ম গ্ৰহণ কৰিও পাহিয়ে গোটেই জীৱন দুখ আৰু ব্যৰ্থতাৰ বোজা কঢ়িয়াব লগা হ'ল। পুৱাৰ পৰা ৰাতি শুবৰ পৰলৈকে বাহিৰে ভিতৰে সকলোবোৰ কাম কৰিও কিন্তু পাহি ভাগৰি নপৰে। বয়সে গৰকা শুকান হাড়ৰ মাজতে পাহিৰ শক্তি নিহিত হৈ আছে ঘড়ীৰ দৰে নিৰন্তৰ সকলো কাম কৰিবৰ বাবে। দিনৰ দিনটো পাহি এনেকৈয়ে ব্যস্ত থাকে যে দুখ ভাগৰৰ কথা ভাবিবলৈকো যেন তাই আজৰি নাপায়। অৱশ্যে তাইৰ নাৰী জীৱনৰ ব্যৰ্থতাৰ কথা ভাবি দুখবেদনাত ভাগি পৰিবলৈ যথেষ্ট সময় পায়। ৰাতি সকলোকে খুৱাই-বুৱাই সকলোবোৰ কাম আঁতপিট মাৰি শুবৰ বাবে যেতিয়া বিছনাত বাগৰ দিয়ে; তেতিয়া পাহিয়ে সময় পায় তাইৰ দুখেভৰা জীৱনৰ কথা ভাবিবৰ বাবে। বিছনাত পৰি লৈ তাই নিজৰ কথা ভাবোতে মনলৈ আহে মাক-দেউতাকৰ কথা। অন্ততঃ মাক জীয়াই থকা হ'লে পাহিৰ দুখৰ কথাবোৰ উপলব্ধি কৰিলেহেঁতেন। এতিয়ানো পাহিৰ দুখ বেদনাৰ বুজ ল'বলৈ ইহ সংসাৰত তাইৰ আছেইবা কোন? অবিবাহিতা হৈ থকা তাইৰ জীৱনৰ দুখ বেদনাবোৰ পাহিৰ সঙ্গ।

ৰাতি বিছনাত পৰাৰ লগে লগে তাইৰ ব্যৰ্থ জীৱনৰ দুখ বেদনাবোৰে তাইক বৰ আত্মীয়তাৰে লগ দিয়েহি। পাহিয়ে কেতিয়াবা একোটা দীঘল ৰাতি পাৰ কৰি দিয়ে দুখৰ অনুভূতিৰ সৈতে মিতিৰালি কৰি। অতীতে তাইক ভৱিষ্যতৰ স্বপ্ন নেদেখুৱালে, বৰ্তমানে তাইৰ জীৱনক কোঙা কৰি পেলালে আৰু ভৱিষ্যতে তাইৰ জীৱনক অন্ধকাৰাচ্ছন্ন কৰি থৈছে। যাৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ একোৱে নাই; তাৰনো জীৱনৰেই বা মূল্য কি? নিদ্ৰাহীন ৰাতি পাহিয়ে মাজে মাজে ভাবে এতিয়া বাৰু তাই সকলোবোৰ কামবন কৰি ঘৰখনৰ সকলোকে সুখ আৰু শান্তিত ৰাখিছে বাবে পেটৰ ভাত মুঠি পাইছে। কিন্তু পয়ত্ৰিশ ছয়ত্ৰিশ বছৰত ভৰি দিয়া পাহিৰ জীৱন এতিয়া ক্ৰমশঃ বাৰ্দ্ধক্যৰ বৃত্তত সোমাই পৰিবৰ বাবে গতি কৰিছে। যাৰ জীৱনটোৱেই দুখে ভৰা, যাৰ জীৱন ছন্দহাৰা, যাৰ জীৱনেই স্বপ্নহীন; তেনেবোৰ মানুহৰ জীৱনলৈ বাৰ্দ্ধক্যও আহে সোনকালে। চুৰুণী ছাগলীয়ে সামান্য সুৰুঙা এটা পালেই বেৰা সৰকি বাৰী লুৰুকাৰ দৰে শৰীৰ অথবা মনৰ দুৰ্বলতা দেখিলেই বাৰ্দ্ধক্যই দেহত প্ৰৱেশ কৰে। পাহিৰ দেহটো ব্যাধিয়ে দুৰ্বল নকৰিব পাৰে; কিন্তু জীৱন-যোৱা ব্যৰ্থতাৰ বেদনাই পাহিৰ মনটোক দুৰ্বল নকৰা নহয়। বয়সৰ লগে লগে পাহিয়ে তাইৰ অনাগত ভৱিষ্যতৰ কথা ভাবি অস্থিৰ হ'বলৈ আৰম্ভ কৰিছে। পাহিয়ে ভাবে তাই অনিচ্ছাকৃতভাৱে হ'লেও ক্ৰমশঃ বাৰ্দ্ধক্যৰ ওচৰ চাপি আহিছে। এদিন তাই বুঢ়ী হ'ব। কাম-বন কৰিবলৈ তাইৰ দেহত শক্তি নাথাকিব। তেতিয়া ঘৰখনত পাহিৰ প্ৰয়োজন হ'বনে?

কাম-বন কৰিব নোবাৰা বাৰ্দ্ধক্যপীড়িত তাইৰ জীৱনৰ প্ৰয়োজন যেতিয়া নহ'ব তেতিয়া তাইৰ অৱস্থা কি হ'ব? এনেধৰণৰ অনিশ্চিত আৰু অন্ধকাৰ ভৱিষ্যতৰ কথা ভাবি কোনোবাটো ৰাতি পাহিয়ে থাউনি নোপোৱা অস্থিৰতাত ছাটি-ফুটি কৰে আৰু তাইৰ কোটৰগত চকুহালৰ কোণেদি তপত চকুলো ওলাই আহে। দীৰ্ঘ সময় ধৰি চকুলো বাগৰি আহি তাইৰ গালেদি বৈ যায় আৰু তাই হাতেৰে চকুলো মোহাৰি দীঘল নিঃশ্বাস এটা কাঢ়ে। গালে মুখে বাগৰি যোৱা চকুলোখিনি হাতেৰে মোহাৰোতে তাইৰ হাতখন যেতিয়া তাইৰ মুখৰ উঠঙা হনু দুটা আৰু গাঁত হৈ পৰা গাল দুখনেদি বাগৰি যায়; তেতিয়া আত্মগ্লানিত তাই নিজৰ জীৱনক ধিক্কাৰ দিয়ে আৰু এনে জীৱন কিয় জীয়াই থাকিব লাগে বুলি ভাবি আত্মহত্যা কৰাৰ কথা ভাবে। কিন্তু জীৱন যিমানেই যন্ত্ৰণাময় নহওক; জীৱনৰ প্ৰতি মানুহৰ গভীৰ মায়া থাকে বাবেই মানুহে কৰো বুলিলেও সহজে আত্মহত্যা কৰিব নোৱাৰে।

পাহিয়ে তাইৰ নিষ্ফল জীৱনৰ বেদনা বহন কৰিব নোৱাৰি বহুদিন বহুবাৰ আত্মহত্যা কৰাৰ কথা ভাবিছে। নিজৰ চাদৰ এখনেৰে ডিঙিত গাঁঠি দি গোহালি ঘৰৰ চ'তি এটাত চিপ লৈ মৰাৰ কথাও ভাবিছে। গাত কেৰাচিন তেল ঢালি জুই জ্বলাই আত্মহত্যা কৰাৰ কথাও অনেক দিন ভাবিছে। কিন্তু তাইৰ নিজৰ জীৱন বুলি নাথাকিলেও নিজৰ ঘৰখনৰ প্ৰতি তাইৰ এটা মোহ আছে, তাইৰ ব্যৰ্থ জীৱনটোৰ প্ৰতিও অজেয় মায়া আছে বাবেই তাই আত্মহত্যা কৰিব পৰা নাই। আত্মহত্যা কৰাৰ কথা ভাবিলেই তাইৰ ভতিজা ল'ৰা-ছোৱালীকেইটালৈ মনত পৰে। তাইৰ নিজৰ একো নাথাকিব পাৰে কিন্তু তাইৰ হাতততে উঠা ভতিজাক কেইটাৰ মায়াই বান্ধি ৰাখিছে পৃথিৱীখনৰ সৈতে, জীৱনৰ সৈতে। তাইৰ ভতিজা ল'ৰা-ছোৱালীকেইটাৰ প্ৰত্যেকটোকে সিহঁতৰ মাকে বুকুৰ গাখীৰ খুওৱা, খোৱাৰ যোগাৰ কৰি দিয়া ৰাতি লেতেৰা কৰা কাপোৰ-কানিবোৰ ধোৱা আদি সকলো কাম পাহিয়ে কৰে আৰু মাকহঁত স্কুললৈ যোৱাৰ সময়ছোৱা গৰু-ছাগলী ৰখা দি ল'ৰা-ছোৱালীকেইটাক চোৱাচিতা কৰিব লাগে। দুপৰীয়া প্ৰতিটোকে ফুচুলাই মেলি শুৱায় আৰু দিনত বৰকৈ শুবলৈ মন নকৰাটোক গুণগুণাই নাম গাই গাই বিছনাত উঠি বুকুৰ মাজত সুমুৱাই লয়। গুণগুণাই গান গাই গাই বুকুৰ মাজত কণমানি শিশু এটাক শুৱাই থওঁতে তাই এক প্ৰকাৰ অপৰিসীম অনুভূতিৰ শিহৰণ অনুভৱ কৰে, তাইৰ নিষ্ফল নাৰী জীৱনে মাতৃত্বৰ আমেজ অনুভৱ কৰে, বুকুৰ মাজত শুৱাই লোৱা কেঁচুৱাটোক বুকুৰ মাজলৈ আলফুলে টানি নি তাইৰ ব্লাউজৰ পিন খুলি শুকান বুকুখনত লিপিত খাই থকা স্তন এটা শিশুটোৰ মুখত গুজি দি তাই জীৱনৰ সফলতা অনুভৱ কৰে, তাইৰ জীৱনৰ আকাশ কুসুম এপাহ হাতত পোৱা যেন লাগে, তাইৰ নাৰী জীৱনৰ মাদকতা অনুভৱ কৰি পৰম প্ৰশান্তিৰে বুকুত শিশুটো লৈ গভীৰ নিদ্ৰাত নিমগ্ন হয় আৰু শিশুটিয়েও শুকান বুকুৰ স্তনটো চুহি চুহি টোপনিত লালকাল দি শুবে।

পাহিয়ে প্ৰত্যেকটো ভতিজাককে দিনত তাইৰ বুকুৰ মাজত শুৱাই ডাঙৰ কৰিছে/ প্ৰতিটো ভতিজাকেই দিনত শুওঁতে পাহিৰ শুকান বুকুৰ স্তন চুহি পাইছে। সুখ আৰু শান্তিবিহীন পাহিৰো শান্তি সেইকণেই। দুপৰীয়া কন্যাক বৌৱেকহঁত নথকা পৰত একোটি শিশুক বুকুত সাবটি লৈ তাই কল্পনা কৰে সেই শিশুটি যেন তাইৰেই। তাইৰ যেন এজন

স্বামী আছে। কল্পনাৰ স্বামীজনৰ সৈতে তাই কল্পনাতে কথা পাতে, স্বামীক পৰিচৰ্যা কৰি আমেজ অনুভৱ কৰে। কিন্তু যেতিয়াই ৰূঢ় বাস্তৱৰ মুখামুখি হয়; তেতিয়াই ৰ'দৰ তাপত নিয়ৰৰ টোপালবোৰ শুকাই যোৱাৰ দৰে তাইৰ কল্পনাৰ জীৱনটোও অন্তৰ্ধান হয়। তেতিয়া তাই দীঘল নিঃশ্বাস এটা কাঢ়ি আকৌ নিৰ্মম বাস্তৱৰ সৈতে তাইৰ জীৱনটো মিলাই দিয়ে।

যাৰ জীৱন বিফলতাৰেই আৰম্ভ হয়, সেই মানুহৰ জীৱনৰ প্ৰতিটো খোজতে বিফলতা। নিজৰ ঘৰখনত দিনে ৰাতিয়ে যন্ত্ৰবৎ কাম কৰি অতিবাহিত কৰা পাহিয়ে গাঁৱৰ বিয়া সবাহলৈ মাতিলে ভাল পায়। তায়ো জানে যে, গাঁৱৰ মানুহে তাইক বিয়া সবাহলৈ বিশেষ জোৰ দি মাতে তাইৰ প্ৰতি মৰমত নহয়; পাহিয়ে বিয়া সবাহত প্ৰাণ ঢালি কাম কৰে আৰু চাহ কৰা, চাহ খোৱা বাটি ধোৱা, এইবোৰ কামৰ মাজতে থাপ মাৰি তামোল কটা, সুযোগ উলিয়াই কোঠা একোটা সাৰি পেলোৱা কামবোৰ কৰিবলৈ পাহিক কোনেও ক'ব নালাগে। আজিকালি বিয়াঘৰত সুন্দৰ সাজ-পাৰ পিন্ধি লাহ-বিলাহ কৰা কোনো যুৱতীয়ে, কোনো বোৱাৰী মানুহে পাহিয়ে কৰা কামবোৰ কৰিবলৈ ইচ্ছা নকৰে। আনে ইচ্ছা নকৰা কামবোৰকে পাহিয়ে কৰে বাবেই বিয়া সবাহত পাহি অপৰিহাৰ্য। পাহি দেখাত কুৎচিৎ হ'ব পাৰে। কিন্তু তাই সকলো কামতে পাৰ্গত বাবে গঁএগ্ৰা মানুহখিনিয়ে তাইক মৰমো কৰে।

যিজনী পাহিয়ে জীৱনত একোৱে নাপালে, সেইজনী পাহিয়ে কাৰোবাৰ পৰা অকণমান মৰম পালেই আত্মহাৰা হয়। বিয়াঘৰত পাহিয়ে মানুহৰ পৰা মৰম চেনেহ পায়। সেয়ে তাই গাঁৱৰ বিয়া-সবাহলৈ মাতিলে ভাল পায়। নিৰন্তৰ কাম কৰি কষ্ট পালেও কামৰো এটা আনন্দ আছে। তাতে বিয়াঘৰত উধাতু খাই কাম-বন কৰাৰ এটা আমেজ আছে। এই আমেজটোৰ বাবেই বিয়া সবাহলৈ যাবৰ বাবে পাহি সদায় আগ্ৰহী।

কিন্তু দুৰ্ভগীয়াৰ ইচ্ছা, আকাংক্ষা আৰু আগ্ৰহৰনো কি মূল্য আছে? বিয়ালৈ যাবৰ বাবে সাজি কাচি যিজনী ছোৱালীৰ বাবে অতপৰে অপেক্ষা কৰি আছে; তায়ো নাহিল। তাইৰ বা কি সমস্যা ওলালে। আনৰ তোল্পনীয়া ছোৱালীৰনো ক'ত স্বাধীনতা আছে? বিয়ালৈ যোৱাৰ সময়ো পাৰ হৈ যাব এতিয়া। শেষত অকলশৰেই বিয়ালৈ যোৱাটোকে স্থিৰ কৰিলে। দুই গৰাকী বৌৱেক বিয়ালৈ যাব যদিও পাহিৰ লগত তেওঁলোক নাযায়। এইষাৰ কথা পাহিয়ে জানে। নিজৰ ননদ হ'লেও কোনোদিন বৌৱেক দুগৰাকী পাহিৰ লগত ক'লৈকো যোৱা নাই। পাহিৰ যিহে কুৎচিৎ ৰূপ, সেই ৰূপটোৰ বাবেই বহুতে পাহিক সঙ্গ দিব নোখোজে।

কিন্তু পাহিৰ ৰূপ যৌৱন নাথাকিব পাৰে, তায়োতো তেজ মঙহৰে মানুহ। এখন হৃদয় আছে আৰু হৃদয় এখন আছে বাবেই তাইৰো আবেগ অনুভূতি আছে। ঘৰখনত যি সঙ্গ পায়— সেই সঙ্গবোৰ পাহিৰ বাবে দিনক দিনে যেন যান্ত্ৰিক হৈ আহিছে। বিয়া ঘৰত যিমানবোৰ মানুহৰ সঙ্গ পায়; সেই সঙ্গত তাইৰ মানবীয় অনুভূতিবোৰ মুঞ্জৰি উঠে। যৌৱন-সুলভ ৰূপ লাৱণ্যই তাইৰ দেহত জেউতি নচৰালে যদিও তাইৰ হৃদয়ানুভূতিত মানবীয় আশা-আকাংক্ষা, কামনা-বাসনাবোৰে নিৰৱে নিজানে স্বাধীনতা বিচাৰে। এজন স্বামীৰে সৈতে সংসাৰ কৰাৰ স্বপ্নই পাহিৰ মনকো সময়ে সময়ে উন্মনা কৰে। বাস্তৱত যিটো অসম্ভৱ,

কল্পনাৰে সেই অসম্ভৱক সম্ভৱ কৰিও আমেজ অনুভৱ কৰা যায়। থাউনি নোপোৱা হতাশা যন্ত্ৰণাৰ পৰা মুক্তি পাবলৈকে পাহিয়েও বহু সময়ত কল্পনাৰে স্বপ্নময় জীৱন ৰচনা কৰি বিভোৰ হৈ থাকে। এনে ধৰণৰ মানৱীয় গোপন অনুভূতিয়ে বিয়াৰ দৰে সামাজিক অনুষ্ঠানত বহু পৰিমাণে স্বাধীনতা পায়। পাহিয়ে বাঞ্ছা কৰে বিয়াৰ উদুলি-মুদুলিত কোনোবা পুৰুষৰ গাত তাইৰ দেহৰ সামান্য স্পৰ্শৰ মাদকতা উপভোগ কৰিবলৈ। পুৰুষৰ দেহৰ সামান্য স্পৰ্শতে পাহিৰ স্পৰ্শ প্ৰয়াসী দেহ মন শিহৰিত হৈ উঠে। স্পৰ্শত হৃদয়ৰ উত্তাপৰ বৈদ্যুতিক সঞ্চাৰ ঘটে। তেজ মঙহৰ মানুহ হিচাপে পাহিও ইয়াৰ ব্যতিক্ৰম নহয়।

অকলশৰে হ'লেও বিয়ালৈ যোৱাৰ উন্মাদনাৰে পাহি প্ৰস্তুত হ'ল। যোৱাৰ আগতে দুয়োগৰাকী বৌৱেকক কৈ যোৱা উচিত বুলি ভাবি প্ৰথমতে ডাঙৰ বৌৱেকক ওচৰলৈকে গৈ তাই বিয়ালৈ যাবলৈ ওলোৱাৰ কথা জনালে। কিন্তু পাহিৰ জীৱনৰ সকলো কথাই, সকলো আকাংক্ষাই অপূৰ্ণ হৈ ৰয়। তাইৰ ডাঙৰ ভতিজাকটোৰ হঠাৎ জ্বৰ উঠিছে। তাক মাকে অকলে এৰি বিয়ালৈ যাব নোৱাৰে। ইফালে তেওঁ নগ'লে হেনো বিয়াঘৰে বেয়া পাব। গতিকে বৌৱেকৰ কথামতেই পাহিয়ে ঘৰতে থাকি ভতিজাকক চোৱাচিতা কৰিব। কি ঠিক জ্বৰ যুৰত উঠিবওতো পাৰে।

যি আশা আৰু উদ্যমেৰে বিয়ালৈ যাবৰ বাবে পাহি প্ৰস্তুত হৈছিল, সেই আশা আৰু উদ্যম নিমিষতে শেষ হ'ল। এখোজ-দুখোজকৈ বৌৱেকৰ কোঠাৰ পৰা ওলাই আহি তাইৰ শোৱা কোঠাত সোমাল। দুয়োখন হাত বিছনাখনত থৈ তাই নিজৰ বিছনাখনত বহি পৰিল। অপলক দৃষ্টিৰে খিৰিকীৰে তাই এবাৰ বাহিৰলৈ চালে। পুনৰ তাই কোঠাৰ ভিতৰত দৃষ্টি ৰাখি কিছুসময় নিথৰ হৈ বহি থাকিল। তাইৰ মনৰ মাজত বিয়াঘৰৰ উদুলি-মুদুলিৰ ছবিখন ভাঁহি উঠিল। বিয়াঘৰৰ হাই-উৰুমিবোৰ তাইৰ অন্তৰাত্মাত ধ্বনিত হ'বলৈ ধৰিলে। বিয়াঘৰৰ উদুলি-মুদুলি, হাই-উৰুমিবোৰৰ প্ৰচণ্ড আঘাতে যেন তাইৰ অন্তৰখন ক্ষত-বিক্ষত কৰিব খুজিছে। তাই উশাহ-নিশাহ নোপোৱা যেন লাগিল আৰু বিয়ালৈ যাবলৈ বুলি পিন্ধা পাতল সেউজীয়া কাপোৰযোৰ পিন্ধিয়ে তই গাৰুত মুখখন গুজি দিলে। যন্ত্ৰণা বেদনাত আক্ৰান্ত কৰা তাইৰ অন্তৰখন ক্লান্ত হৈ পৰিছিল বাবেই কিছুসময়ৰ পিছত তাই টোপনি গ'ল।

গভীৰ নিদ্ৰাৰ সময়খিনিয়ে পাহিৰ বাবে সুখ আৰু শান্তিৰ সময়। পাহিৰ জীৱনত যদি অকণমান শান্তি আছে তেনেহ'লে গভীৰ টোপনি সময়কণতহে সেই শান্তি। সাৰে থকা সময়ত নিষ্ঠুৰ বাস্তৱে তাইৰ জীৱন ক্ষত-বিক্ষত কৰি তোলে। সাৰে থকা সময়ত তাইৰ আশাভঙ্গৰ বেদনাই যি অসহনীয় উত্তাল তৰঙ্গ তুলিছিল টোপনি যোৱাৰ লগে লগে যন্ত্ৰণাৰ সেই উত্তাল আস্ফালন শাম কাটিলে। তাইৰ অন্তৰখন এতিয়া শান্ত। সাৰে থকা সময়ত নিষ্ঠুৰ বাস্তৱৰ কঠিন হেঁচাত তাই চিৎকাৰ কৰি উঠিছিল, টোপনি যোৱাৰ লগে লগে যন্ত্ৰণাকাতৰ সেই চিৎকাৰ এতিয়া নিশ্চুপ হ'ল। টোপনিত তাইৰ অন্তৰাত্মা এতিয়া প্ৰশান্ত। সাৰে থকা সময়ৰ কাৰুণ্যভৰা পাহিৰ জীৱনৰ বক্তস্নাত সুৰো যেন নিফুট হ'ল। মনৰ মাজৰ মন্দাক্ৰান্তাছন্দী টোপনিৰ সময়কণত তাইৰ হৃদয়ানুভূতিৰ পৰা ফুৰফুৰীয়া সুবাস এটাই যেন ক্ষণিকৰ বাবে কোঠাটোৰ শূন্যতাখিনি ভৰাই পেলালে।★★

# কাজলৰ আৰু এখন চিঠি চঞ্চললৈ

ড° ভৃগুমোহন গোস্বামী

মই তোমালৈ লিখা শেষ চিঠিখনত ভৱিষ্যতে আৰু চিঠি নিলিখিম বুলি একপ্ৰকাৰ শপত খাইছিলোঁ কিন্তু চঞ্চল, মোৰ শপত নৰজিল। মই আৰু এখন চিঠি লিখিবলৈ বাধ্য হ'লো। মই তোমালৈ লিখা চিঠিবোৰৰ শীৰ্ষত "মৰমৰ মোৰ...." আৰু কিবাকিবি সম্বন্ধ ধৰি চিঠি লিখিছিলোঁ। এইবাৰ কোনোধৰণৰ সম্বন্ধ নধৰিলোঁ। তুমি মোলৈ লিখা তোমাৰ শেষ চিঠিখনত লিখিছিলা, "এইজনী কাজল তোমাৰ প্ৰেৰণা হৈ ৰ'ব আৰু কাজলক তুমি পত্নী হিচাপে ল'বা।" দয়াৰ লগত তোমাৰ মিলন ঘটা বুলি দয়া নাথৰ পৰাই জানিব পাৰিছিলোঁ। তোমাৰ বিয়াৰ দিনা হেনো অনেক টেলিগ্ৰাম তোমাৰ নামত আহিছিল আৰু দিনটোৰ ভিতৰত প্ৰায় সাতবাৰ মান দয়ানাথে তোমালোকৰ ঘৰলৈ টেলিগ্ৰামবোৰ লৈ যাবলগীয়া হৈছিল। দয়ানাথক হেনো তোমাৰ বিয়াৰ জলপান খাবলৈ দিছিলা সি হেনো তোমাৰ বিয়াৰ জলপান নাখালে। কিয় জানা? দয়ানাথক তোমালোকৰ ঘৰত বহিবলৈ দিছিল টুল এখন। সি টুলত নবহিল। ৰ'দে-বৰষুণে, শীতে-তাপে সি খবৰ কঢ়িয়াই লৈ ফুৰিলেও বিনা নিমন্ত্ৰণে দয়ানাথে কাৰো ঘৰত একো নাখায়। তোমাৰ ঘৰতে নহয় আৰু বহুতো মানুহৰ ঘৰতে সি চিঠি পত্ৰ বিলাই ফুৰোতে অনেক উৎসৱ সি লগ পায়— কিন্তু কোনো মানুহৰ ঘৰতে তালৈ যঁচা আহাৰ সি গ্ৰহণ নকৰে। সি বৰ আত্ম অভিমানী। তাৰ কৰ্তব্য সি নিয়াৰিকৈ পালন কৰে। তোমাৰ বিয়াৰ দিনা সি দয়াহঁতৰ ঘৰলৈয়ো গৈছিল। সেই একেটা কাৰণতে— দয়ালৈ অহা বিয়াৰ শুভেচ্ছা জনাই পঠোৱা স্পীড পোষ্টৰ চিঠি-পত্ৰ দিবলৈ। দয়াৰ দেউতাকৰ ব্যৱহাৰত দয়ানাথ অতি ক্ষুণ্ণ হৈছিল। ডাকঘৰলৈ আহি থকা সকলো চিঠি-পত্ৰ, মণিঅৰ্ডাৰ পাৰ্চেল আদি দয়ানাথে লগে লগেই বিতৰণ কৰে। দিনৰ ডাক দিনৌ সি ধুমুহা বৰষুণৰ মাজেদি হ'লেও বিতৰণ নকৰাকৈ নাথাকে। দয়াৰ দেউতাকে দয়ানাথক কি ব্যৱহাৰ কৰিছিল কওঁ শুনা। তোমাৰ ঘৰলৈ যাওঁতে টুল এখনেই আগবঢ়াই দিছিল তাক বহিবলৈ। বিয়াৰ জলপানো তাক যাচিছিল; কিন্তু দয়াৰ ঘৰত সি কটু কথাহে শুনিবলগীয়া হৈছিল। দয়াৰ দেউতাকলৈ গড়াকাপ্তানি বিভাগৰ মুখ্য সচিবে টেলিগ্ৰাম এখন পাইছিল। সেই টেলিগ্ৰামখন দয়ানাথে যি সময়তে পাইছিল সেই সময়তে নি দয়াৰ দেউতাকৰ হাতত তুলি দিছিল গৈ। সেই টেলিগ্ৰামখন দয়াৰ দেউতাকে পাব লাগিছিল দয়াৰ বিয়াৰ পাঁচদিনামান আগতে — কিয়নো তাত বোলে কিবা ঠিকাৰ কথা লিখা আছিল। দয়ানাথে জানে কি? সি খবৰ কঢ়িয়াই লৈ ফুৰা মানুহহে। যি খবৰ যেতিয়াই তাৰ হাতত পৰে সেই ঠিকনাৰ গৰাকীক সি সেই খবৰৰ টোপোলা কঢ়িয়াই নি গতাই দিয়ে। গড়কাপ্তানীৰ মুখ্য সচিবৰ টেলিগ্ৰামো সি কঢ়িয়াই

নিছিল। দয়াৰ দেউতাকে দয়ানাথৰ আগতে টেলিগ্ৰামখন খুলি চাই মুখ্য সচিবৰ ওপৰত উঠা খং দয়ানাথৰ ওপৰতে জাৰিছিল। মই দয়াৰ দেউতাকৰ পৰা দয়াৰ লগত তোমাৰ সম্বন্ধ গঢ়ি উঠোতে লিখিছিলোৱেই। তোমাৰ যদি মনত নাই আকৌ কথাখিনি সোঁৱৰাই দিওঁ শুনা -- দয়াৰ দেউতাকৰ এতিয়া আগৰ ভেম নাই। তিনি মহলাৰ আৰ.চি.চি দালানটোৰ বাহিৰে তেওঁৰ ভিতৰখন ফোপোলা বুলি মই দেউতাৰ মুখত শুনিছোঁ।

দেউতাই তুমি মোক বিয়া নকৰাই দয়াৰ লগত যুৰীয়া জীৱন পাতিবলৈ ওলোৱা বাতৰিটো পাই চিন্তাকুল হৈ পৰিছিল। একমাত্ৰ তোমাৰ কথা ভাবি। তুমি কেনে ল'ৰা আছিলা দেউতাই ভালদৰে জানিছিল আৰু দয়াৰ বিষয়েও দেউতাই নজনাকৈ নাছিল।

এসময়ত দেউতা দয়াৰ ঘৰুৱা শিক্ষক আছিল। দয়াৰ চৰিত্ৰৰ কথা দেউতাই তেতিয়াই গম পাইছিল। দয়াৰ দেউতাকৰ ঠিকাৰ কামতো দেউতাই সহায় নকৰাকৈ থকা নাছিল। দেউতা দুখীয়া হ'লেও এজন আদৰ্শ শিক্ষক হিচাপে দেউতাৰ এটা সদনাম আছিল। দেউতাই তিনিবছৰ গুৱাহাটীত চাকৰি কৰিবলগীয়া হৈছিল। এজন প্ৰাথমিক পঢ়াশালিৰ শিক্ষকে গুৱাহাটীৰ নিচিনা চহৰত থাকি পৰিয়াল এটাৰ খৰচ উলিওৱা সহজ নাছিল। আমি ভাই-ভনী পাঁচজন। মা-দেউতাৰে সাতজনীয়া পৰিয়াল এটা গুৱাহাটীৰ নিচিনা চহৰত ভাড়া ঘৰত থাকি প্ৰাইমাৰী স্কুলৰ শিক্ষক এজনে মাহতো চলোৱাটো এটা চিন্তাৰ বিষয় হৈ পৰিছিল। সেয়ে দেউতাই টিউচন ল'বলগীয়া হৈছিল। আমাৰ গাঁৱত ঘৰ-বাৰী আছে যদিও নগৰত একো নাছিল। দেউতাই যিখন স্কুলতে শিক্ষকতা কৰিছিল তাতেই প্ৰতিবছৰে তিনি চাৰিজন ছাত্ৰ-ছাত্ৰীয়ে প্ৰতিযোগিতামূলক বৃত্তি পাইছিল। বেছি টকা দি হ'লেও দয়াৰ দেউতাকে আমাৰ দেউতাক টিউচন কৰিবলৈ মাতিছিল। লগতে কৈছিল, "বসুদেৱ, তুমি চাবা যাতে দয়াই বৃত্তি পায়। তাই বৃত্তি পালে তোমাক গুৱাহাটীত এটুকুৰা মাটি কিনি দিম।" দয়াৰ দেউতাকৰ কথা শুনি দেউতাই হাঁহি হাঁহি কৈছিল, "মই মাটিৰ আশাত আপোনাৰ ছোৱালী পঢ়ুৱা নাই বৰুৱা ডাঙৰীয়া। শ্ৰেণীত পঢ়ুৱাসকলো ছাত্ৰ-ছাত্ৰীকে একে কথাকেই শিকাওঁ। মই কোনো ল'ৰা-ছোৱালীক ঘৰলৈ গৈ পঢ়ুৱা অভ্যাস নাছিল। স্কুলত সকলো ল'ৰা-ছোৱালীকে সমানে পাঠ দান কৰোঁ। তাত ধনী-দুখীয়া শ্ৰেণী বিভাগ নকৰোঁ। কোন ধনী ঘৰৰ আৰু কোন দুখীয়াৰ ঘৰৰ সেই প্ৰশ্ন মই কেতিয়াও কৰি পোৱা নাই। দয়া যে আপোনাৰ ছোৱালী সেই কথাও মই জনা নাছিলোঁ। আপুনি মোক ঘৰুৱা শিক্ষক হিচাপে নিযুক্তি দিয়া বাবেহে জানিব পাৰিলো-- দয়া এগৰাকী ধনী ঠিকাদাৰৰ ছোৱালী। স্কুলত দয়াক যি শিকাইছোঁ ঘৰতো তাকেই শিকাম। তেনেস্থলত দয়াই বৃত্তি পাব বুলি মই খাটাংকৈ কৈ দিব নোৱাৰোঁ।"

দয়াই দেউতাকৰ সম্মানটো ৰক্ষা কৰিছিল। দয়াই প্ৰাইমাৰী স্কুলত বৃত্তি পাইছিল। কিন্তু দয়াৰ দেউতাকে তেওঁৰ কথা ৰাখিব নোৱাৰিলে। দেউতাক গুৱাহাটী চহৰত মাটি কিনি দিবলৈ ওলোৱা মানুহজনে দয়াই বৃত্তি পোৱাৰ পাচত দেউতাৰ খবৰ এদিনো নল'লে। তাৰ কিছুদিন পাচত দেউতাক আমাৰ গাওঁ শালমাৰালৈ স্কুল পৰিদৰ্শকে বদলি কৰিলে। ঘৰৰ ভাত খাই দেউতাই গাঁৱতে অৱসৰ পোৱালৈ সুখ্যাতিৰে চাকৰি কৰিলে। দেউতাই সুদীৰ্ঘ জীৱন সুখ্যাতিৰে শিক্ষকতা কৰা কাৰণে ৰাষ্ট্ৰীয় বঁটাও পালে। তুমি দেউতাৰ এই খবৰবোৰ জানা নে নাজানা মই নাজানো। কিন্তু দেউতাই তোমাৰ সকলো খবৰ জানিবলৈ এতিয়াও আগ্ৰহ

কৰে। দয়াৰ লগত তোমাৰ বিয়া হৈ যোৱা কাৰণে অকণো দুখ পোৱা নাই। তুমি মোক প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ ছোৱালী বাবে বিয়া নকৰোৱা বুলি দেউতাই ধৰি লৈছে। মই তোমাক মোৰ বিয়ালৈ নিমন্ত্ৰণ কৰিছিলো নে নাই সেই কথাও মোক দেউতাই সুধিছিল। মই যে তোমাক মোৰ বিয়ালৈ নিমন্ত্ৰণ জনাইছিলো সেই কথা দেউতাক জনোৱা নাছিলো। কাৰণটো কওঁ শুনা— তুমি মোৰ বিয়াৰ নিমন্ত্ৰণী চিঠি পাই বিয়ালৈ নাহিলে যি দুখ পাম, সেই দুখতকৈ দেউতাই অধিক দুখ পাব। এই কাৰণেই মই তোমাক মোৰ বিয়ালৈ নিমন্ত্ৰণ কৰা কথাটো লুকাইছিলো। তুমি মোৰ বিয়ালৈ আহি এবাৰ আশীৰ্বাদ দি যাবা বুলি খুব আশা লৈ আছিলোঁ। কাৰণ তেতিয়াও তোমাৰ দয়াৰ লগত বিয়া হৈ যোৱা নাছিল। 'এইজনী কাজল তোমাৰ প্ৰেৰণা হৈ ৰ'ব আৰু দয়াকে তুমি পত্নী কৰি ল'বা।' বুলি মোলৈ লিখা চিঠিখনৰ কথামতে মই এতিয়াও আশা লৈ আছো তোমাৰ স্মৃতিত মোৰ নামটো জিলিকি থকা বুলি; কিন্তু মই তাৰ কোনো প্ৰমাণ নাপাই আৰু এখন চিঠি লিখিবলৈ বাধ্য হ'লো। তোমাৰ মনৰ গতি জানিবলৈ মই এতিয়াও ব্যগ্ৰ।

মই দয়ানাথৰ পৰাই আগতে তোমাৰ কিছু খবৰ পাইছিলো। অন্ততঃ তুমি ভালে থকা খবৰটো। তোমালৈ অহা চিঠি-পত্ৰবোৰ তাৰ হাতৰ পৰাই ল'বলৈ তুমি বৰ আগ্ৰহেৰে বৈ থকাৰ কথা দয়ানাথেই মোক দিছিলহি। মোৰ আৰু তোমাৰ মাজত থকা সম্বন্ধটোৰ কথা দয়ানাথে জানে বুলি মই তোমালৈ লিখা শেষ চিঠিখনত লিখিছিলোৱেই। তোমাৰ মনত নাই যদি আকৌ সোঁৱৰাই দিওঁ শুনা— "দয়ানাথে তোমাৰ আৰু মোৰ সম্বন্ধটোৰ কথা জানিছিল। মোৰ বৰ ভয় লাগিছিল। তোমাৰ আৰু মোৰ কথা জানিও দয়ানাথে মোৰ যে কিয় কাষ চাপিছিল প্ৰথমে মই বুজিব পৰা নাছিলো। কিন্তু সি মোলৈ লিখা চিঠি এখনত কি লিখিছে জানা— 'দুখীয়া মানুহৰ ছোৱালীক ধনী ঘৰৰ ল'ৰাই নষ্ট কৰিব খুজিলেও দুখীয়া মানুহৰ ল'ৰাই তাইৰ সন্মান বচাব লাগে।' মই এই চিঠিখন পাই খুব কান্দিছিলো চঞ্চল, 'তুমিটো ইমান বেয়া নহয়...। তুমি মোৰ একো....।'

চঞ্চল, মোৰ দয়ানাথৰ লগত যুৰীয়া জীৱন আৰম্ভ হোৱাৰ পাচত এটা কথা ভাবি আচৰিত হৈছো। দয়ানাথে তোমাৰ আৰু মোৰ মাজত থকা সম্বন্ধটো জানিও মোক বিয়া কৰালে। কিন্তু বিয়াৰ পাচত এদিনো দয়ানাথে তোমালৈ মোৰ মনত পৰে নে নপৰে সেই কথা সোধা নাই। দয়ানাথে এতিয়া আৰু গুৱাহাটীত চিঠি বিলাই ফুৰিব নোৱাৰে। তুমি আৰু দয়ানাথে বিলোৱা চিঠি নোপোৱা। দয়ানাথ চিৰদিনৰ কাৰণে ঘূণীয়া হ'ল। সি চাইকেলত উঠি উঠি বিলাবলৈ অক্ষম হৈছে। তুমি শুনি আচৰিত হ'বা। এমাহ হৈ গ'ল। সি চাইকেলত উঠি উঠি বিলাই ফুৰোঁতে এখন মাৰুতি কাৰে আহি তাৰ চাইকেলত খুন্দা মাৰে— দয়ানাথ চাইকেলেৰে সৈতে পৰি যায় আৰু তাৰ সোঁ ভৰিখন দুখণ্ড হয়। তাক মাৰুতি কাৰখনৰ মালিকেই গুৱাহাটী মেডিকেল হস্পিটেললৈ লৈ যায়। তাৰ ভৰিখন একৈশ দিন প্লাষ্টাৰ কৰি ৰখা হৈছিল যদিও সি চিৰদিনৰ কাৰণে ঘূণীয়া হৈ ৰ'ল। সি এতিয়া মানুহৰ ঘৰে ঘৰে গৈ চিঠি বিলাব নোৱাৰে। তোমালৈ লিখা এই চিঠিখন পোৱা নে নোপোৱা নাজানিম। মোৰ স্মৃতিত তুমি এতিয়াও সজীৱ হৈ আছা।

ইতি —

কাজল

বিঃ দ্রঃ আমাৰ গাঁৱৰ পৰাই এতিয়া ই-মেইল কৰাৰো সুবিধা হৈছে। মই ই-মেইলত খবৰ পঠোৱাতকৈ চিঠিখনৰ সোৱাদ বেছি বুলি ভাবো। তুমি হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি' ৰ পৰা মোলৈ লিখা এই চৰণ কেইটা এতিয়াও মোৰ মনত পৰি থাকে।

তোমাৰ চিঠিয়ে প্ৰিয়ে জানে কি মোহিনী,

নিতৌ নোহোৱা বাহী ন ন ফুল মেলে।

য'ত শুঙো, চুমা খাওঁ, নালাগে আমনি,

হৃদয়ত হেঁপাহৰ ভোটা তৰা জ্বলে।

★★

# দয়ামায় কিচ্‌ন

## যতীন মিপুন

'কিচন এক দেব দুক আৰি
কাল মায়াদিৰো আদিকাৰি
কিচ্‌ন বিনে ছেচত জিব
নাঞি নাঞি আৰ'

পুত্ৰ-বোৱাৰী, নাতি-নাতিনীসহ সন্মুখৰ থাপনালৈ আঁঠু লৈ সেৱা জনাই থকা অৱস্থাতে নামঘৰত গোটা খোৱা গাঁৱৰ আই প্ৰভুসকলৰ লগত সুৰ মিলাই ভঙা অসমীয়াত পদ ফাঁকি গাই জোনালীয়ে হুকহুকাই কান্দি উঠিছিল।

শাহু আইৰ কান্দোন শুনি আঁঠু লৈ সেৱা জনাই থকা অৱস্থাতে মূৰত লোৱা ওৰণিৰ আঁচলেৰে বোৱাৰীয়েক হেমলতাই চকুলো মচি ক'লে—

'যায়' চুঃপাক কাপ্‌পামাং, কুমচুপঃত'। আই এতিয়া কান্দিব নাপায়, সেৱা জনাই ল'।

'কাপগেমাবং চা। আবুদাম্‌ মাপালা কাপদুঙাই' — নাকান্দো আৰু দে। দেউতাৰক মনত পৰি কান্দোন ওলাইছিল। এ ইচৰ কিচন প্ৰবু, জিয়াই থকা কেইটাক বাৰুকৈ ৰাখিবি।'

মিচিং আৰু ভঙা অসমীয়াত কথাখিনি কৈ পাঁচবছৰীয়া নাতিনীয়েকক ভালকৈ সেৱা জনোৱাৰ ইংগিত দি কীৰ্ত্তন-নামঘোষাৰ পদ গাই থকা গাঁৱৰ আই-প্ৰভুসকলৰ মাজত নামঘৰটোৰ থাপনালৈ বুলি সেৱা জনাই জোনালীয়ে সৰু মাতেৰে পদসমূহ আওৰাই গ'ল।

উত্তৰ-দক্ষিণমুৱাকৈ থকা দীঘলীয়া চাংঘৰটোৰ চোতালৰ সিপাৰে সৰুকৈ বাঁহ খেৰেৰে গিৰিয়েক চেনীৰাম মিলিয়ে জীয়াই থাকোতেই সজা সৰু নামঘৰটোত গাঁৱৰ আই প্ৰভুসকলে গোট খাই চেনীৰাম মিলিৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে নাম প্ৰসংগ এভাগী আগবঢ়াইছিল। নাম প্ৰসংগৰ বাবে মাহ প্ৰসাদৰ বজাৰ আগদিনা সাপ্তাহিক মঙ্গলবৰীয়া বজাৰৰ পৰা জোনালীৰ ডাঙৰ দেওৰেকৰ ল'ৰা অকণে কৰি দিছিল। বুটমাহ, মাটিমাহ, কল, কুঁহিয়াৰ, নাৰিকল আদি প্ৰায় সকলোখিনি সামগ্ৰী কিনিবলগীয়া হোৱাসত্বেও জোনালীৰ বাবে বিশেষ চিন্তা কৰিবলগীয়া নহৈছিল। এনেবোৰ খৰছ বিয়া দি উলিয়াই দিয়া মাষ্টৰণী কৰা দুজনী জীয়েক আৰু চাকৰি কৰা পুতেকেই টকাৰ যোগান ধৰিছিল।

মিচিং পৰম্পৰাগত নিয়মমতে টিলনী, দদ্‌গাং বা শ্ৰাদ্ধ পতা হ'লেগৈ কঁকাল আৰু গাৰ বিষ হৈ যোৱাকৈ চাউল যোগাৰ কৰা, আপং তৈয়াৰ কৰা আদি কামত জোনালীয়ে

ব্যস্ত হ'ব লগাত পৰিলেহেঁতেন। তেনেবোৰ আহুকালৰ পৰা জোনালীয়ে পৰিত্ৰাণ পাইছিল বিশবছৰমানৰ আগতে গিৰিয়েক চেনীৰাম মিলিয়ে শ্ৰীমন্ত শংকৰদেৱ সংঘত শৰণ লোৱা দিনৰে পৰা। গিৰিয়েক চেনীৰাম' মিলিয়ে আপং বা আন নিচাযুক্ত দ্ৰব্য খোৱাতো একেবাৰে বাদ দিছিল। প্ৰথম অৱস্থাত চাংঘৰৰ জুইশালৰ জুই আৰু চাকিৰ পোহৰতে গিৰিয়েকে কীৰ্ত্তন-নামঘোষা মেলি পদ গোৱাৰ অভ্যাস আৰম্ভ কৰি দিছিল। এবছৰ মানৰ পিছতে চাংঘৰটোৰ চোতালৰ সিপাৰে থকা সৰু নামঘৰটো সাজি লৈছিল।

শ্ৰীমন্ত শংকৰদেৱ সংঘৰ শৰণ লোৱাৰ আগতে দিনবোৰ যে কেনেকৈ পাৰ কৰিব লগাত পৰিছিল, কথাবোৰ ভাবিলে জোনালীৰ এতিয়াও গা শিয়ঁৰি উঠে। দিনে তিনিবাৰকৈ ভাত খাওঁতে পুৱা, দুপৰীয়া আৰু ৰাতি গিৰিয়েক চেনীৰাম মিলিক আপং কৰি দিয়া, সময়ে-অসময়ে আলহী-অতিথি আহিলেই ভাত-আপং তৈয়াৰ কৰিবলগীয়া হোৱা অৱস্থাত জোনালীৰ উশাহ ল'ব নোৱাৰা অৱস্থা হৈছিল। ঢল পুৱাৰে পৰা ৰাতিলৈকে খেতি আৰু ঘৰুৱা কামত ব্যস্ত থাকোতে দহোটা সন্তানৰ মাতৃ কেতিয়া কেনেকৈনো হৈছিল জোনালীয়ে ততেই ধৰিব পৰা নাছিল। তেনে অৱস্থাতো সময়মতে আপং নাপালে বা আপং কেনেবাকৈ মনঃপুত নহ'লে গিৰিয়েক চেনীৰাম মিলিৰ এছাৰিৰ কোব জোনালীয়ে পাইছিল। গিৰিয়েকৰ এছাৰিৰ কোব খাই হুৱাওৱাওকৈ কন্দাৰ বাদে জোনালীৰ আন উপায় নাছিল। গাঁৱৰ প্ৰত্যেক ঘৰৰে অৱস্থা অৱশ্যে তেনেকুৱাই আছিল। ভাত বা আপং সময়মতে নাপালে ঘৈণীয়েকৰ আগত বৰ মতা বোলাই ঘৈণীয়েকক মাৰ-পিট কৰাটো গাঁৱৰ বিবাহিত মতাবোৰৰ স্বভাৱেই হৈ পৰিছিল। গাঁৱৰ মতাবোৰে নিজৰ বাদে ঘৈণীয়েক বা ল'ৰা-ছোৱালীৰ কথা অকণো নাভাবিছিল।

চাংঘৰৰ অস্বাস্থ্যকৰ পৰিবেশত ডাঙৰ দীঘল হোৱা জোনালীৰ সন্তান কেইটাৰ স্বাস্থ্য একেবাৰে বেয়া আছিল। গিৰিয়েক চেনীৰাম মিলিৰ বাবে আপং, ভাত আদি যোগাৰ কৰাৰ চিন্তাতে সন্তানকেইটাই কি খায়, কি নাখায় এই লৈ জোনালীয়ে চিন্তা কৰাৰ সময় নাপাইছিল। স্বাস্থ্যজনিত কাৰণতে জোনালীৰ ছয় নম্বৰ ছোৱালী সন্তানটো পাঁচ বছৰ বয়সত মৃত্যু ঘটিছিল। কেইবছৰমানৰ পিছত ন নম্বৰ ছোৱালী সন্তানটোও মৰিছিল একেটা কাৰণত এবছৰ বয়সতে। ইতিমধ্যে ডাঙৰ জীয়েক পলাই গৈ বিয়া হৈ গৈছিল। দুজনী জীয়েকক হেৰুওৱা বাবেনে আন কিবা কাৰণত এই কথা জোনালীয়ে নাজানে, কিন্তু ন নম্বৰ ছোৱালী সন্তানটো এবছৰতে মৰি ভূত হোৱাৰ কেইবছৰমানৰ পিছতে গিৰিয়েক চেনীৰাম মিলিয়ে গাঁৱৰ দহঘৰমান মানুহৰ লগত শ্ৰীমন্ত শংকৰদেৱ সংঘৰ শৰণ লয়।

'সেৱা লোৱা হৈছে দিয়ক। আইসকলে এতিয়া চাহ এটুপিৰ যোগাৰ কৰিব পাৰে।'

গাঁৱৰে উমাকান্ত প্ৰভুৱে মাত দিয়াতহে আঁঠু লৈ সেৱা লৈ থকা জোনালীয়ে সম্বিত ঘুৰাই পোৱা দৰে কৰি ওচৰতে বহা আইসকলৰ লগত বহিলহি।

'প্ৰভুসকলক চাহ টুপি দিবলৈ গাখীৰহে নাই যেন পাইছোঁ।'

ধেমালি সুৰত আই হেমলতা বেগনে কোৱা শুনি উমাকান্ত প্ৰভুৱে ক'লে—

'কৃষ্ণৰ কৃপাত ৰঙা চাহ হ'লেও হ'ব দিয়া। কি কোৱাহে মক্কো?'

'প্ৰভুৱে ঠিকেই কৈছে দিয়ক, কিবা এটা হ'লেই হ'ল আৰু।'

'আমাৰ এই প্ৰভুকনো মস্কো নামটো কোনে দিলে হয়?'

মদন ৰেগন প্ৰভুৰ কথা শুনি মস্কো লাচন প্ৰভুৱে ক'লে,

'এই আকবৰ মৰাঙক সোধক প্ৰভু। তাৰ নামটোনো কোনে দিছিল বাৰু? মৰাং উপাধিতো নথকা হ'লে আকবৰে কৃষ্ণৰ নাম লয় বুলি অসমীয়া প্ৰভুসকলে আমাক সুধিলেইহেঁতেন যেন পাওঁ।'

'ভকত প্ৰভুসকলে তেনেবোৰ কথা পাতিব নাপায় অই। নামৰনো কি কথা আছে, মোৰ মানুহটোৰ নাম কৃষ্ণ, এইজন মস্কোৰ কাষতে বহি আছে, সি জানো কৃষ্ণপ্ৰভুৰ নিচিনা?'

বাটিত ফিকা চাহ ঢালি হেমলতাই কোৱা কথা শুনি নামঘৰত উপস্থিত থকা প্ৰভুসকলে ডাঙৰকৈ হাঁহি দিলে।

'হে কৃষ্ণ, দয়াময় প্ৰভু, তোমাৰ নাম লৈ ধেমালি কৰিছোঁ বুলি ভাবি এই অধমসকলক বেয়া নোপোৱা যেন। আমাৰ স্বৰ্গগামী হোৱা চেনীৰাম মিলিৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে তোমাৰ নামত শৰাই এগছি আগবঢ়াওঁতে আই প্ৰভুসকলৰ লগত অলপ ধেমেলীয়া কথা পাতিছোঁ কিবা দোষ-ত্ৰুটি হ'লে এই অভাজনসকলক ক্ষমা কৰি দিয়ে যেন। কৃষ্ণ, কৃষ্ণ, হে দয়াময় প্ৰভু।' কথাখিনি কৈ বয়োজ্যেষ্ঠ মদন ৰেগনে থাপনালৈ বুলি সেৱা এটা জনালে।

মানুহৰ নামক লৈ ধেমেলীয়াকৈ নামঘৰটোত গোট খোৱা আইপ্ৰভুসকলে কথা পতা শুনি জোনালীৰ গিৰিয়েক চেনীৰামৰ নামটোক লৈ কৰা গাভৰুকালৰ ধেমেলীয়া কথা-বতৰাবোৰলৈ ঘপহকৈ মনত পৰিল। একেখন গাঁৱৰে দক্ষিণ কোণত থকা জোনালী পাওগামৰ ঘৰখন এসময়ত চেনীৰাম মিলিৰ ঘৰখনৰ দৰেই দুটা ধানৰ ভঁৰালসহ গাওঁখনৰ ভিতৰত উল্লেখযোগ্য চাংঘৰ আছিল। ছজনী বাই-ভনী আৰু দুটা ভাইসহ পৰিয়ালটোত জোনালী আছিল ঘৰখনৰ দুই নম্বৰ সন্তান। তেতিয়াৰ দিনত জোনালীহঁত স্কুললৈ নগৈছিল। সেয়ে তাই নিৰক্ষৰ হৈ ৰ'ল। অৱশ্যে স্কুল গাঁওখনৰ ওচৰত নাছিল। গাঁৱৰ পৰা প্ৰায় চাৰি পাঁচ মাইল দূৰৈত থকা এল, পি, স্কুললৈ বাঘ-ঘোং থকা হাবিৰ মাজেদি জোনালীহঁত যোৱাৰ প্ৰশ্নই উঠা নাছিল। চেনীৰাম মিলি আৰু গাঁৱৰে দুই এজনে তেনে স্কুলত গৈছিল বুলি জোনালীয়ে গম পাইছিল।

স্কুললৈ নোযোৱা বাবে অসমীয়া ভাষা নাজানি নিৰক্ষৰ হৈ ৰোৱা জোনালী কিন্তু গাভৰু হোৱা মানে ঘৰুৱা সকলো কামত পাকৈত হৈ উঠিছিল। ধান ৰোৱা, ধান কটা, খৰি গোটোৱা প্ৰয়োজন হ'লে কুঠাৰেৰে খৰি ফলা, তাঁত বোৱা, জাকৈ মৰা, আপং বনোৱা ইত্যাদি সকলো কামতে জোনালী পাকৈত আছিল। এজনী পাকৈত নাচনী হিচাপেও তাইৰ নাম আছিল। ঘৰুৱা কামত পুৱাৰ পৰা গধূলিলৈকে লাগি থাকিবলগীয়া হোৱা বাবে তাইৰ গা আটিল আছিল। আহিন-কাতি মাহত্ত যৰুকাল বতৰত গধূলি লুকাভাকু খেলিলে তাইৰ হাতৰ মুঠি গাঁৱৰ এলাপেচা ডেকা ল'ৰাই এৰাই যাব নোৱাৰিছিল। ৰূপতকৈ গুণৰ অধিকাৰী হোৱা বাবে হয়তো গাওঁখনৰ ভিতৰতে প্ৰথম এল, পি, স্কুলৰ দেওনা পাৰ হৈ গাঁৱৰ পৰা বহুদূৰৈত এম, ই স্কুলত পঢ়ি থকা চেনীৰাম মিলি তাইৰ প্ৰতি আকৰ্ষিত হৈছিল।

তেতিয়াৰ দিনত ঘৰ জোঁৱাই খটাৰ নিয়ম আছিল। বিয়াৰ আগতে ঘৰ জোঁৱাই খাটোতে চাংঘৰৰ চোতালত ঔটেঙা গছৰ কাঠ ফালিবলৈ জোনালীৰ দেউতাকে চেনীৰামক লগাইছিল। পুৱাকালে বৰ টান হৈ পৰা ঔটেঙা গছৰ টুকুৰা স্কুললৈ গৈ তেনে কাম কৰি নোপোৱা চেনীৰামে ফালোতে কুঠাৰ ধৰা হাত দুখনত আঙুলিৰ তলুৱাত টো ফুটিছিল। কুঠাৰ মৰাৰ শব্দ ক্ষন্তেক নুশুনিলেই চাংঘৰৰ জুশালৰ কাষত আপং খাই বহি থকা জোনালীৰ দেউতাকে মিচিং ভাষাত ভাবী জোঁৱায়েক চেনীৰামক কথা শুনাইছিল।

'ক'তা ফলাৰ শব্দ নুশুনা হৈছোঁ। মোৰ জোঁৱাই হ'বলৈ হ'লে স্কুললৈ গ'লেই নহ'ব, খেতি কৰিব, কাঠ ফালি খৰি যোগাৰ কৰিব পাৰিব লাগিব। ফাল, ফাল, ঔটেঙা গছৰ টুকুৰা আমাৰ জোনালীহঁতেই ফালিব পাৰে, ভাবী জোঁৱাইয়ে নোৱাৰিলে কেনেকুৱা হ'ব!'

ভাবী শহুৰৰ মাত শুনি টো উঠা হাতৰ তলুৱালৈ এবাৰ চাই চাংঘৰটোৰ বাৰাণ্ডাৰ ফালে মাটিত থিয় হৈ থকা জোনালীলৈ অসহায় দৃষ্টিৰে চেনীৰামে চোৱা জোনালীয়ে লক্ষ্য কৰিছিল। চেনীৰামৰ অসহায় অৱস্থা দেখি কাষলৈ গৈ জোনালীয়ে তাৰ হাতৰ পৰা কুঠাৰখন লৈ কৈছিল—

'চাং ঙ তাঁক্‌বিচ'। চাওঁ মই ফালি দিওঁ। পঢ়া-শুনা কৰা ল'ৰাই এইবোৰ কাম ক'ত কৰিব পাৰিবি!'

'ফাল যদি ফাল, পিছে তোৰ দেউতাৰাই দেখিলে মোক সোধাই নেৰিব!'

'দেউতাই জুশালৰ কাষত আপং খাই বহি আছে, নেদেখে দে।'

এইবুলি কৈ জোনালীয়ে কুঠাৰেৰে ঔটেঙা গছৰ শুকান কাঠৰ টুকুৰা অনায়াসে ফলাত লাগিছিল। জোনালীয়ে খৰি ফলাৰ শব্দ শুনি চাংঘৰৰ পৰাই দেউতাকে চিঞৰি কৈছিল,

'চেক্ আঁচাং তাঁক্‌দুজি ঙ, কিনদুং— কোনে খৰি ফালিছে মই কুঠাৰৰ শব্দ শুনিয়েই গম পাইছো। জোনালীয়ে ভাবী গিৰিয়েকক সহায় কৰাত লাগিছ। তহঁত দুটাই বৰ ওচৰ চাপিছ যেন পাইছো দেই। খৰি ফালিব নোৱাৰা ল'ৰালৈ মোৰ ছোৱালী নিদিম কিন্তু। তেতিয়া তহঁতহালে মজাতো পাবি। খৰি ফালিবলৈ তাক দে অই জোনালী। খৰিখিনি ফালি শেষ কৰিব নোৱাৰিলে তাক আপং ভাত একো নিদিবি।'

জোনালীৰ দেউতাকে ভাবী জোঁৱাই চেনীৰামক তেনেকৈ কৈয়েই ভাল পাইছিল। ধান চপাবৰ সময়তো তাক সহজে দাঙিব নোৱাৰা ডাঙৰী বান্ধি বিৰিয়া বেঁকা হৈ যোৱাকৈ, কান্ধৰ ছাল ছিগি যোৱাকৈ পথাৰৰ পৰা ধান কঢ়িয়াবলৈ দিছিল। এনেবোৰ কামেৰে জোনালীৰ দেউতাকে ভাবী জোঁৱায়েক চেনীৰামৰ শক্তি পৰীক্ষা কৰা বা শাস্তি দিয়াৰ বাবে কৰা নাছিল। জোঁৱাই খাটিলে ভাবী জোঁৱাইক লৈ তেনেকৈ ধেমালি কৰাতো নিয়মেই আছিল। হুজনী-ছোৱালীৰ বাপেক হৈ আটাইতকৈ কৰ্মপটু দুই নম্বৰ জীক গাঁওখনৰ ভিতৰতে প্ৰথম এল, পি, স্কুল পাছ কৰা চেনীৰামলৈ দিবলৈ পায় জোনালীৰ দেউতাকে গৌৰববোধহে কৰিছিল। সেয়েহে জোনালীৰ বিয়াখন বৰ ডাঙৰকৈ পাতি দিছিল। গাঁৱৰ ডেকা ল'ৰাই সাধাৰণতে ছোৱালী পলুৱাই আনি বিয়া পতাৰ দিনত জোনালীৰ দেউতাকে তাইৰ বিয়াখন বাইজে খাই শেষ কৰিব নোৱাৰা আপং আৰু গাহৰি মাংসৰ যোগাৰ কৰি পাতি দিছিল। দৰা ঘৰ

একেখন গাঁৱৰ হোৱা সত্ত্বেও নতুন দৰা-কইনা হিচাপে চেনীৰাম আৰু জোনালীক গৰু-গাড়ীত উঠাই ঢোলে-ডগৰে গাঁৱৰ ডেকা-গাভৰু, মুনিহ-তিৰোতাই নাচি-বাগি জোনালীক দৰা ঘৰত থৈ আহিছিল।

চেনীৰাম মিলিৰ লগত বিয়া হোৱাৰ পিছত বছৰবোৰনো কেনেকৈ বাগৰি গ'ল জোনালীয়ে ধৰিবই নোৱাৰিলে। নিজে গম পোৱাৰ আগতে দহোটা সন্তানৰ মাতৃ হৈ গিৰিয়েক চেনীৰামে শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লোৱাৰ আগতে বৰ কষ্টৰেই জোনালীয়ে দিনবোৰ পাৰ কৰিব লগাত পৰিছিল। গিৰিয়েক চেনীৰামে শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লৈ আপং আদি খাবলৈ এৰাৰে পৰা বৰ সুখত দিনবোৰ কটাবলৈ আৰম্ভ কৰোতেই গিৰিয়েক বেমাৰত পৰি ঢুকাল। সেয়া দয়াময় কৃষ্ণ প্ৰভুৰে লীলা বুলি ধৰি লৈ আজিৰ নাম প্ৰসংগ ভাগিৰ ব্যৱস্থা জোনালীয়ে কৰিছিল।

'আলী ঙলুক আনী গাওঁ বৰাবী দুম্‌দুম্ দীচা মদুব এইয়া আমাৰ নতুন গাওঁবুঢ়াই ঢোল বজাবলৈ আৰম্ভ কৰোৱাইছে। গাঁৱৰ বিহু দল ক'ৰবাত যাব বোলে, সেয়ে ৰিহাৰ্চেল কৰোৱাইছে। এতিয়া এই সময়তনো ঢোল বজাব লাগেনে? আমাক অশান্তি দিবৰ বাবেই এইবোৰ কৰিছে।'

মস্কো লাচনে বিৰক্তিৰ সুৰত কোৱা কথাখিনি শুনি জোনালীয়ে ভাবি থকা কথাখিনিৰ আউল লাগিল।

'সিহঁত সংঘৰ শৰণ লোৱা নাই যেতিয়া সিহঁতৰ মতেই চলক, আমি আমাৰ মতে চলিছোঁ। এই কথাকে লৈ মিছাতে তৰ্কাতৰ্কি হৈ থাকিব লাগে কেলেই। আমাৰ নতুন গাওঁবুঢ়াৰ বাবেই গাওঁখন দুভাগ হ'লগৈ আৰু।' আকবৰ মৰাঙে হুমুনিয়াহ কাঢ়ি ক'লে।

নতুন গাওঁবুঢ়া বুলি কওঁতে দেওৰেক অৰ্থাৎ গিৰিয়েক চেনীৰাম মিলিৰ ডাঙৰ ভায়েক দিবাকৰ মিলিৰ কথাকে আকবৰ মৰাঙে কৈছে বুলি জোনালীয়ে ভালকৈয়ে গম পালে বিশেষকৈ গাওঁখন দুভাগ হোৱাৰ কথা শুনি। ডাঙৰ দেওৰেক দিবাকৰে ককায়েক চেনীৰামৰ লগত প্ৰায় প্ৰতিটো গধূলি আপং খাবৰ সময়ত তৰ্কাতৰ্কি কৰা জোনালীয়ে শুনি আহিছে। ককায়েক-ভায়েকে দুটা ৰাজনৈতিক দলত থকা বাবে দীঘলীয়া চাংঘৰৰ বাঁহৰ বেৰৰ ইপাৰে-সিপাৰে থকা নিজৰ জুইশালৰ কাষত বহি আপং খাই দুয়োজনে উত্তেজিতভাৱে তৰ্কাতৰ্কিত লিপ্ত হৈছিল। দেওৰেক দিবাকৰে বৰ উগ্ৰ ভাষাত জেদ ধৰি ডাঙৰ মাতেৰে ককায়েক চেনীৰামৰ লগত তৰ্ক কৰা প্ৰায় প্ৰতি গধূলি শুনিবলৈ পোৱাতো এক স্বাভাৱিক কথাৰ দৰেই হৈ পৰিছিল জোনালীৰ বাবে। গিৰিয়েক চেনীৰাম মিলিয়ে শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লোৱাত তেনে এক সন্ধিয়াত ককায়েকৰ লগত তৰ্কত লিপ্ত হৈ দেওৰেক দিবাকৰে কৈছিল,

'নলু মিপাক ইগেলা, দলুচীমচিন মিপাক বনায়দুন— তহঁত অসমীয়া হৈ গাঁওখনকো অসমীয়া কৰিবলৈ ওলাইছ! আমাৰ মিচিং পূৰ্বপুৰুষৰ ৰীতি-নীতি এৰি অসমীয়া হোৱা তহঁত আমাৰ গাঁৱত থকাটোৱেই উচিত নহয়।'

'আমি শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ শৰণ লোৱা মানেই অসমীয়া হৈ যোৱা নুবুজায়।

আমি মাত্ৰ কিছুমান কুসংস্কাৰ এৰিছোঁ। এইখন আমাৰ গাওঁ, গাঁৱৰ গাওঁবুঢ়া মই। আমাক এইখন গাঁৱত থকাটোৱেই উচিত নহয় বুলি ক'বলৈ তই কোন?'

সাধাৰণতে গহীন মাতেৰে কথা কোৱা জোনালীৰ গিৰিয়েক চেনীৰামৰ কথা শুনি ডাঙৰকৈ হাঁহি মাৰি দেওবেকে দিবাকৰে কৈছিল—

'তইঁত অসমীয়া নহৈ ক'ত মিচিং হৈ থাকিলিনো। আপং খোৱা এৰি মিচিং পূজা-পাতলবোৰ কৰা এৰিছ। ভালেই হৈছে দে, দৈ-চিৰা, মাহ চাউল খাই কৃষ্ণৰ নাম লৈ অসমীয়া হৈ দেশখন উদ্ধাৰ কৰিবি। খবৰদাৰ, তইঁতৰ অসমীয়া ৰীতি-নীতিবোৰ গাঁৱৰ আন কেইঘৰত জোৰকৈ সোমাই নিদিবি।'

'গাৰ জোৰেৰে শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ শৰণ ল'বলৈ আমি গাঁৱৰ কাকোৱেই কোৱা নাই। আমাক অসমীয়া বুলিছ, তইঁত কি সত্ৰৰ শিষ্য হৈ অসমীয়াই চলোৱা সত্ৰলৈ দান-দক্ষিণা দি নাথাক জানো? সত্ৰৰ ভকত আহিলে নামঘৰত থাকিবলৈ দি আপং আদি খুৱাই বোৱাই অসমীয়াৰ সত্ৰলৈ দান-দক্ষিণা নি নপঠাৱ জানো?'

'কালিলৈকে সত্ৰৰ শিষ্য হৈ থকা মানুহটোৱে বৰ বৰ কথা নকৰি দেই। এতিয়াৰে পৰা সংঘৰ শৰণ লোৱা তইঁত কেইঘৰ গাঁৱৰ নামঘৰত যোৱা বন্ধ কৰা হৈছে। তইঁতে নিজৰ নামঘৰ বনাই ল'বি। গাঁৱৰ বিহু দলে তইঁতৰ ঘৰত বিহু নামাৰে। তইঁতক গাঁৱৰ পৰা এঘৰীয়া কৰাৰ নিচিনা হৈছে, তই গাঁৱৰ গাওঁবুঢ়াটো হৈ লাজ পাব লাগিছিল।'

'তই যি ভাল দেখ, যি কৰিব বিচাৰ কৰি থাক। যি ধৰ্ম বিশ্বাসীয়েই নহওক, গাঁৱৰ গাওঁবুঢ়া হিচাপে মই সকলোকে সমদৃষ্টিৰে চালেই হ'ল। তই এঘৰীয়া কৰাৰ কথা কৈছ, চাই থাকিবি গাঁৱৰ প্ৰতিঘৰৰ মানুহে সুবিচাৰ বিচাৰি মোৰ ওচৰলৈ আহেনে নাহে।'

শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ শৰণ লোৱাৰে পৰা নম্ৰ-ভদ্ৰ স্বভাৱৰ হৈ পৰা গিৰিয়েক চেনীৰাম মিলিৰ ঘৰলৈ গাঁৱৰ প্ৰতিঘৰৰ মানুহে অহা-যোৱা কৰা জোনালীয়ে লক্ষ্য কৰিছিল। ডাঙৰ ভায়েকৰ লগত প্ৰতি গধূলি অহেতুক তৰ্কত লিপ্ত হোৱাৰ পৰা বিৰত থাকিবৰ বাবে নিজৰ জুইশালটো চাংঘৰৰ আনটো মূৰত চেনীৰামে বনাই লৈছিল। তেতিয়াৰে পৰা আগতে প্ৰতি গধূলি হোৱা হুলস্থূলীয়া পৰিবেশৰ পৰা জোনালীয়ে পৰিত্ৰাণ পোৱা যেন লাগিছিল। অসমীয়া হওকেই বা নহওক, শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লোৱাৰে পৰা পুৰুষ সমাজৰ লগত নামঘৰত একেলগে বহি পৰিষ্কাৰ সাজ-পোছাকেৰে অসমীয়াত কীৰ্ত্তন-নামঘোষাৰ পদ গাবলৈ পাই জোনালীয়ে একপ্ৰকাৰ এক নতুন জীৱন অনুভৱ কৰা যেন লাগিছিল। অসমীয়া ভাষা ক'ব নজনা মানুহজনীয়ে ভঙাকৈ হ'লেও অসমীয়া ক'ব জনা, শিক্ষিত আই-প্ৰভুসকলৰ উৎসাহত নিজৰ নামটো অসমীয়াত লাহে লাহে হ'লেও লিখিব পৰা হোৱাত নিজকে গাভৰু কালৰ সকলো কামতে পাকৈত জোনালীজনীয়েই যেন পুনৰ জনম লৈছে তেনে ভাব হৈছিল তাইৰ।

দয়াময় কৃষ্ণ প্ৰভুৰ ইচ্ছাত গিৰিয়েক চেনীৰাম মিলি স্বৰ্গগামী হোৱাৰ লগে লগে ডাঙৰ ভায়েক দিবাকৰে নিজে নিজে গাঁৱৰ গাওঁবুঢ়া বুলি পৰিচয় দি গাঁৱৰ মানুহক তাৰ মদগৰ্বি কথামতেই চলিবলগীয়া কৰাটো লক্ষ্য কৰি জোনালীৰ দেওবেকৰ প্ৰতি বিশেষ

ভাল ভাব নাছিল। নতুন গাওঁবুঢ়াই নাম প্ৰসংগত ব্যাঘাত জন্মাবৰ বাবে গাঁৱৰ ডেকা ল'ৰাক ঢোল বজাবলৈ আৰম্ভ কৰাইছে বুলি প্ৰভু মস্কো লাহন আৰু আকবৰ মৰাণ্ড ডাণ্ডৰ দেওৰেক দিবাকৰক লৈ কোৱা কথা জোনালীয়ে বিশেষ গুৰুত্ব দিব নিবিচাৰিলে। নিজৰ অতীতৰ কথা ভবামতেই তাই মগ্ন হৈ থাকিল।

'অসাৰ অসাৰ বিশাল সংসাৰ

ধন-জন' পুত্ৰ-ভাৰ্যা যাবনে লগত মন মৰণ কালত।'

পদফাঁকি ক'ৰ, কি কথা জোনালীয়ে নাজানে। চাহ বা জলপান খাই থাকোতে ধেমালিকৈ গালেও বৰ করুণ সুৰত গোৱা যেন লগা পদফাঁকি চাহ খাই থাকোতে প্ৰভু মদন ৰেগনে গোৱাত জোনালীৰ দুচকুৰেদি তাইৰ অজ্ঞাতেই চকুপানী বাগৰি পৰিল। নিশ্চুপ হৈ বহি থাকি ৰিহাৰ আঁচলেৰে চকুলো মচি লৈ 'দয়াময় কৃষ্ণ মহাপ্ৰভু, ঘৰখনৰ জীয়াই থকাখিনিকে কুশলে ৰাখিবা' বুলি মুখৰ ভিতৰতে কৈ জোনালীয়ে নামঘৰৰ থাপনালৈ বুলি সেৱা এটা জনালে।★★

# হৃদয় বিলাস

**বাদল দাস**

অৰূপ আৰু মই দুয়ো বন্ধু। অন্তৰঙ্গ। সৰুৰে পৰা একেলগে উঠিছো। খাইছো, বৈছো, ফুৰাচকা কৰিছো। কলেজতো পঢ়িছো। একেবাৰে ইউনিভাৰচিটিলৈকে লগ এৰা নাই।

কত সন্ধিয়া পাণবজাৰত আড্ডা দিছো। ভবালী ব্ৰাদাৰ্ছৰ সমুখত গান শুনিছো। আনকি ছোৱালী জোকোৱাতো আমি এৰাএৰি হোৱা নাই। একেলগেই জোকাইছো। গালিও খাইছো লগে ভাগে।

পঢ়াশুনা শেষ কৰি অৰূপে এ. চি. এছ পৰীক্ষা দিলে। একেটা সুযোগতে ই এ চি হৈ গৈ শিৱসাগৰত জইনো কৰিলেগৈ। আৰু মই চাকৰি ল'লো এখন কলেজত। ছোৱালী কলেজ। আমাৰ এতিয়া মাজে সময়েহে দেখা হয়।

বিহু সংখ্যাৰ এখন আলোচনীত মোৰ এটা গল্প ওলাল। ঠিক বিহুৰ আগে আগে। গল্পটো লৈ পৰিচিত মহলত তৰ্কৰ জোৱাৰ উঠিল। কাৰো মতে এনে অবাস্তৱ পৰিণতি প্ৰেমৰ ক্ষেত্ৰত হ'বই নোৱাৰে। কাৰোমতে 'আলবাৎ' পাৰে।

মইনো কি ক'ম? প্ৰবক্তা মানুহ। কল্পনা কৰি ভাল পাওঁ। নায়ক নায়িকাৰ মাজত সাক্ষাৎ কৰাওঁ। মন গ'লে বিচ্ছেদ ঘটাওঁ। মন গ'লে মিলনো ঘটাই দিওঁ।

চিঠি পালো অৰূপৰ পৰা। সি লিখিছেঃ 'তোৰ গল্পটো পঢ়িলো। পকাই পকাই বেছ জমাইছ দেই। নিজে প্ৰেমত নপৰাকৈ প্ৰেমৰ গল্প কেনেকৈ লেখিলি? নে ইতিমধ্যে পৰিছই? তোৰ হাতেৰে গল্প লিখাবৰ বাবে ময়ো প্ৰেমত পৰাৰ যো-জা কৰিছো। বিহুত গৈ আছো। চেন্টাৰত লগ পাবি।'

'চেন্টাৰ' মানে উজানবজাৰ বিহুতলী। ৰবিবিহুৰ সন্ধিয়া অৰূপৰ বাহিৰেও আৰু বহুতো বন্ধুক লগ পালো। একেখন বিহুতলীতে। কোনো কোনো প্ৰবাসী বন্ধুৰ সৈতেও সাক্ষাৎ ঘটিল।

আটায়ে একেটা জুম বান্ধি লৈ মঞ্চৰ পিনে পিঠি দি আলোচনাত মগ্ন হ'লো। বিষয় অৱশ্যে বিহুও নহয়, সংস্কৃতিও নহয়। কোনে ক'ত চাকৰি কৰি আছে, ঠাইখন কেনে লাগিছে, কাম কৰি কেনে পাইছে, এনেবোৰ মামুলি কথা। চাৰিওফালৰ উজ্জ্বল বৰ্ণাঢ্য পৰিবেশৰ মাজত নিতান্ত অপ্ৰাসঙ্গিক আলোচনা।

'এইবাৰ আৰম্ভ কৰিছো বিহুৱতী প্ৰতিযোগিতা' লগে লগে মঞ্চৰ লাইটবোৰ নুমাই গ'ল। জনতাৰ মাজত গুঞ্জন উঠিল। দৰ্শকৰ শাৰীত কৌতূহল আৰু চাঞ্চল্য। অৰূপে এই সুযোগতে মোক একাষৰীয়াকৈ মাতি নি ফুচফুচাই ক'লেঃ

'দায়িত্ব এটা দিওঁ। ছোৱালী এজনী চাব লাগে।'

'ছোৱালীতো সদায় দেখি আছো, ক্লাছত।'

'সেয়া চোৱা নহয়, বিয়াৰ কাৰণে।'

'কিন্তু মোৰ ওপৰতো আৰিয়ে ককাইদেউ আছে।'

'তোৰ কাৰণে নহয় অ' অকৰা। মোৰ কাৰণে।'

'তাকে ক। কিন্তু চাম ক'ত?'

'মঞ্চত'।

'মঞ্চত'? মই আচৰিত।

সঁচা কথা কওঁ। কলেজত পঢ়ি থাকোতে প্ৰতিজনী ছোৱালীক ভাল লাগিছিল। প্ৰতিজনী গাভৰু ছোৱালীয়েই একো একোজন উদাৰ যুবকৰ প্ৰেমৰ কাৰণে যোগ্য বুলি মোৰ ধাৰণা আছিল।

সেইবাবে কোনো বিশেষ ছোৱালীলৈ লক্ষ্য নাৰাখি সকলোকে সমান পুতৌ কৰিছিলো। সকলোৰে লগত হাৰ্দিক অন্তৰঙ্গতাও আছিল।

প্ৰেম কৰিব লাগিলে এজনী নিৰ্দিষ্ট ছোৱালীৰ আৱশ্যক। বন্ধুত্ব কিন্তু বহুতৰ লগতেই কৰিব পাৰি। তদুপৰি একৰ পৰিবৰ্ত্তে বহুজনৰ সাহায্যত থকাটো নিৰাপদ বুলি গণ্য কৰিছিলো মই।

ছোৱালী কলেজত চাকৰি লৈ ভাবিছিলো ভালেই হ'ল। এইবাৰ বহুতকে স্নেহ আৰু কৰুণা বিলাব পাৰিম।

কিন্তু মিছা। দিন যায় মানে ছোৱালীৰ সমাগম, ছোৱালীৰ কোলাহল, সিহঁতৰ খিকিন্দালি শুনি শুনি মূৰ বিষোৱা হ'ল। কাণৰ কাষত দিনে ৰাতিয়ে ৰেলৰ ইঞ্জিন চলি থকা যেন লগা হ'ল।

এনেতে মাইকত ঘোষণা কৰিলেঃ

ঃ আমাৰ প্ৰথম প্ৰতিযোগী কুমাৰী তৃষা।

—তৃষা চলিহা।'

অৰূপে মোৰ পিনে চাই চকু টিপিয়ালে। মানে ছোৱালী এইজনীয়েই।

প্ৰায় লগে লগে লাইটো জ্বলি উঠিল। মঞ্চত নাচনীৰ আবিৰ্ভাৱ।

নাচটো বেয়া হোৱা নাছিল। ছোৱালীজনীৰ বিহুগীত গোৱা গলাটোও সুৰলা। গাৰ গঠনটোও সুগঢ়ী সুতনকা।

গোটেই মঞ্চ পখিলাৰ দৰে ঘূৰি ঘূৰি নচা ছোৱালীজনীক বেছ ছন্দময়ী যেনেই লাগিল। নাচৰ শেষত দৰ্শকে প্ৰচুৰ হাত তালি দিলে।

ঃ 'কেনে দেখিলি'? সি সুধিলে।

ঃ 'নাচনী ভাল। ছোৱালী কেনে বুজা টান। তথাপিও নাচ দেখি অনুমান হ'ল নচাৰ উপৰিও নচুৱা বিদ্যাতো ভাল হ'ব।'

ধেমালীতে পাতলাকৈ ক'লো যদিও সি কিন্তু একো নামাতিলে।

বেয়া পালে বুলি ভাবি আকৌ ক'লোঃ

: 'নাচনী হ'লেইযে কাৰো লাচনি পাচনি হ'ব নোৱাৰিব তেনে কোনো ধৰা বন্ধা কথা নাই। অলপ গম ল'লেই হয়তো জনা যাব।'

: ঠিকেই কৈছ। মোৰ হৈ অলপ গম লৈ দিবিনে'? সি ক'লে।

তাৰ কথাৰ অৰ্থ বুজি নাপালো। তাকে কওঁতে, সিয়ে বুজাবলৈ যত্নপৰ হ'ল।

শিৱসাগৰত অৰূপে লগ পাইছিল তৃষাক। এবছৰ আগৰ কথা। বিহু কুঁৱৰী প্ৰতিযোগিতা এখনৰ বঁটা বিতৰণী উৎসৱত।

সি আছিল মুখ্য অতিথি। পুৰস্কৃত হোৱা তৃষাৰ লগত চিনাকি হ'ল। সিহঁতৰ ঘৰৰ সতেও জনাশুনা হ'ল।

সেইবাৰ তৃষাই 'পি-ইউ' দিছে। আৰু দুয়ো দুয়োকে অন্তৰঙ্গতাৰ সূত্ৰত চিনাকী হ'বলৈ ওচৰ চাপি অহাৰ সময়তে প্ৰাকবিশ্ববিদ্যালয় অতিক্ৰম কৰি তাই বি এ পঢ়িবলৈ গুছি আহিল।

তৃষা নথকাতো ঘৰৰ লগত আহ যাহ চলি থাকিল অৰূপৰ। স্বাভাৱিক ভাবে বিয়াৰ প্ৰশ্নও উঠিল।

অৰূপৰ ঘৰখন তাৰ মতামতৰ ওপৰতেই নিৰ্ভৰশীল। ইপিনে তৃষাৰ মাকৰ পৰাও গম পোৱা গ'ল তেওঁলোকৰ মনৰ কথা। খোলা মেলা ছোৱালী যেতিয়া তাইক জনোৱাটো ভাল হ'ব। অমত হোৱাৰ কথা নাই। কিন্তু নজনালে ওযোন্দ লাগিবও পাৰে।

: 'তেন্তে চলাই যা'। ময়ো সেউজীয়া নিচান দেখুৱালো।

: 'কিন্তু', তাৰ কণ্ঠত দ্বিধা।

: ইয়াৰ মাজত আকৌ কিন্তু কিহৰ? 'মিয়া বিবি ৰাজী তো ক্যা কৰেগা কাজী'?

: 'কথাটো অলপ জনাজনি হ'ল বুজিছ। মই এখন বেনামী চিঠি পালো। লিখিছে তৃষা এজনী নাচনী ছোৱালী। বন্ধু-বান্ধৱ বহুতো ইত্যাদি'। মই ক'লোঃ

: 'বিয়াৰ কথা চলিলে এনে বহু বেনামী চিঠি চলেই, সেইটো স্বাভাৱিক।' লগতে ক'লো,

: আৰু বন্ধু-বান্ধৱ থকাটোনো কি অস্বাভাৱকি বা দোষৰ কথা? তদুপৰি ভালৰকো থাকিব পাৰে। তাতে কিটোনো হ'ল?

'সেইবোৰ কথাত গুৰুত্ব দিব নাপায়। মই হ'লেতো বিয়াখন কৰায়েই পেলালোহেঁতেন?' ইমানতো তাৰ দোধোৰ মোধোৰ ভাব দেখি মই ক'লোঃ

: 'চা অৰূপ। বাহিৰা মানুহৰ কথাত ৰাম চন্দ্ৰই সীতাক বিসৰ্জন দিয়া কামটো বৰ ভাল কৰা নাছিল। তইতো ৰজাও নহৰ যে প্ৰজাৰ সন্তুষ্টিৰ কাৰণে কাম কৰিব লাগিব। তোৰ নিজৰ সন্তুষ্টিটোহে আচল কথা।'

মোৰ যুক্তিত সি অলপ পতিয়ন গ'ল। তথাপি ক'লেঃ

: 'তই অলপ খবৰ কৰি দেছোন ছোৱালীজনীৰ বিষয়ে। বহুত বন্ধু থকাত মোৰো আপত্তি নাই। কিন্তু যদি বিশেষ বন্ধু থাকে আৰু সেই বন্ধুত্বৰ মিলামিছা যদি.....'

সি মাজপথতে থমকি ৰ'ল।

মই গম পালো যে তাৰ ছোৱালীজনীৰ লগত বাৰুকৈয়ে চিনা পৰিচয় হৈছে।

নিঃসন্দেহে আকৃষ্টও হৈছে। তথাপি সি নিশ্চিত হ'ব পৰা নাই।

কিয়? সিতো উপযুক্ত ল'ৰা। তেন্তে কিয় এই শঙ্কা? কিহৰ এই ভীৰুতা? প্ৰেমত পৰিলে এনে হয়েই নেকি?

তাক উৎসাহ দিলো। আৰু বেছ নাটকীয় ভাবেই ঘোষণা কৰিলোঃ

ঃ 'মই জনাত অসমত কোনো বেচৰকাৰী অনুসন্ধান-সংস্থাৰ অস্তিত্ব নাই। তোৰ এই দায়িত্ব গ্ৰহণ কৰিলে ময়েই হ'ম অসমৰ সৰ্বপ্ৰথম প্ৰাইভেট ডিটেকটিভ।

ঃ ঠিক আছে। মই খবৰ কৰি তোক জনাম। ফীজ দিব নালাগে বাৰু। ফ্ৰী চাৰ্ভিচ।'

ইয়াৰ পিচত কাহিনীয়ে নিজৰ গতি ল'লে। আকস্মিক ভাবে তৃষাক এদিন লগ পালো জালুকবাৰীত। বিয়াঘৰ এখনত।

মোৰ ছাত্ৰীজাকৰ মাজৰ পৰা মনালিচাই চিনাকি কৰি দিলে। লগ পালো ওচৰত।

মই ভবাদৰেই ছোৱালীজনী বেছ ফ্ৰী। নিতান্ত সাৱলীল। কথা বতৰাত তিলমানো জড়তা নাই। অথচ অযথা স্মাৰ্টো নহয়।

মোৰ ধাৰণা হ'ল অনুসন্ধান বোধহয় সহজেই হ'ব।

দ্বিতীয় সাক্ষাৎ হ'ল হোষ্টেলত।

পৰীক্ষাৰ বহী চোৱা সংক্ৰান্তত ছাত্ৰীবাসৰ ছুপাৰক লগ ধৰিবলৈ গৈছিলো।

পুৱা ৯ মান বজাত কামটো কৰি উঠি ছুপাৰৰ অনুমতি লৈ তৃষাক মাতি পঠিয়ালো।

তাই ওলাই আহিল। সম্ভৱতঃ এইমাত্ৰ গা ধুই আহিছে। এপিঠি খোলা দীঘল চুলি। মুখত প্ৰসাধনৰ লেশমাত্ৰ নাই। তথাপিও তাইক পুৱাৰ নিয়ৰত তিতি থকা এপাহি শেৱালী ফুলৰ দৰে লাগিছে।

কি বিপদ! মই কিদৰে ভাবিছো বাৰু। তৎক্ষণাত ভাৱনাৰ লেকাম ডাল টানি ধৰিলো। নিজকে মনত পেলাই দিলো যে মই এজন শিক্ষক। বন্ধুৰ খাতিৰত এজনী ছাত্ৰীৰ খবৰ কৰিবলৈ আহিছো। সৌন্দৰ্যৰ বিচাৰ কৰিবলৈ নহয়।

তাইৰ মুখত এটা পৰিচিত হাঁহি। বিজুলীৰ দৰে চিকমিকাই উঠিল। হাঁহি হাঁহিয়ে ক'লেঃ

ঃ 'বাঃ কি সৌভাগ্য মোৰ। শুই উঠি কাৰ মুখ দেখিছিলো জানো। ৰাতিপুৱাই আপোনাক পাম বুলি সপোনতো ভবা নাছিলো, ছাৰ।'

মই মুখলৈ চাই ৰ'লো। আনুষ্ঠানিক পৰিচয়ৰ পিচত এয়া প্ৰথম সাক্ষাৎ অথচ ব্যৱহাৰ যেন বহুদিনীয়া চিনাকিৰ দৰে। যেন মোক ৰাতিপুৱাই দৰ্শন কৰিবলৈ পোৱাটো এটা পুণ্যৰ কাম।

বেচেৰী। মানুহে এই কাৰণেই ভুল বুজিব পাৰে তাইক।

ঃ 'ময়ে আগতে আপোনাক লগ ধৰিম বুলি হাবিয়াস কৰি আছিলো, ছাৰ।' তাই কৈ গ'ল—

ঃ 'আচলতে আপোনাৰ ওচৰত মোৰ এটা গুৰুতৰ অভিযোগ আছে।'

ঃ 'অভিযোগ'?

মইতো অবাক বিস্মিত। লগতে শঙ্কিতও। তাই একে উশাহতে কৈ গ'লঃ

: 'কেৱল মাত্ৰ চঞ্চল মন এটাৰ অজুহাতত আপুনি শেৱালীক এজনী বেয়া ছোৱালীৰ নিচিনাকৈ দেখুৱালে। তাইৰ প্ৰতি আপুনি অহেতুক নিষ্ঠুৰ হ'ল কিয়? আপুনি ছোৱালী এজনীক ওপৰে ওপৰে বিচাৰ কৰি শাস্তি দিলে। অথচ তাইৰ অন্তৰ্দ্বন্দ্বৰ কথা আপুনি ক'বলৈ প্ৰয়াস নকৰিলে কিয়? আপুনি নক'লে অইনে কেনেকৈ গম পাব?'

মই স্তব্ধ হৈ গ'লো।

মোৰ গল্পৰ শেৱালী নামৰ এজনী কল্পিত নায়িকাৰ হৈ অভিযোগ কৰি মনত আহত হোৱা ছোৱালীজনী আৰু অলপ আগতে হাঁহি হাঁহি কথা কোৱা বাংগালী ছোৱালী একেজনীয়েইনে?

প্ৰসঙ্গ সলাবলৈ মই সুধি পেলালোঃ

: 'মই তোমাক কিয় লগ ধৰিবলৈ আহিছো, তুমি জানিব নোখোজা নেকি?'

: 'জানি কি লাভ, ছাৰ। আপুনি মোক লগ ধৰিবলৈ মন কৰিলে। ধৰি ল'লো মোক আপোনাৰ ভাল লাগিছে। বচ্ ইয়াতকৈ বেছি জানিয়েই বা কি লাভ?'

কি সৰ্বনাশ। ছোৱালীজনী সৰল নে অহঙ্কাৰী? নাই— সৰলেই হ'ব যেন পাওঁ।

তাইক ভাল লাগিব পাৰে এইবাৰ কথা কোৱাতনো অহঙ্কাৰ ক'ত? সঠিককৈ ভাবিব জানিলে সেইটো একেবাৰেই স্বাভাৱিক কথা।

মই বুজিলো এইজনী ছোৱালীক খোলা খুলি সোধাই ভাল।

প্ৰথমেই অৰুণৰ কথাবোৰ ভাঙি পাতি ক'লো। লগতে ক'লো সি কিমান ভাল ল'ৰা। তাৰ অন্তৰ কিমান কোমল। আৰু ক'লোঃ

: 'অৱশ্যে তোমাৰ মনত যদি অন্য চিন্তা থাকে— সেয়ে মোক খবৰ ল'বলৈ কৈছে যে—'

: 'যে মোৰ কাৰোবাৰ লগত প্ৰেম আছে নেকি।'

মোৰ মুখৰ কথা কাঢ়ি লৈ তাই ক'লেঃ

: 'নহয় নে ছাৰ?'

তাইৰ মুখলৈ স্বাভাৱিক হাঁহিৰ উচ্ছলতা ঘূৰি আহিল। পুনৰ ক'লেঃ

: 'আপুনিও যে আৰু।'

: 'আচল কথা কি জানা? মই অলপ পোন মানুহ। পোনভাৱে কাম কৰাটো পছন্দ কৰো।'

: 'ঠিক এই কাৰণেই আপোনাক মোৰ ভাল লাগিছে ছাৰ।' তাই ঘপকৈ ক'লেঃ

: 'এই ক্ষেত্ৰত আপোনাৰ লগত মোৰ এক অদ্ভুত মিল। প্ৰায় ভাগ মানুহেই ৰাখি ঢাকি সজাই মেলি কথা কয়। মোৰ মুঠেই ভাল নালাগে।'

তাৰ পিচত তাই আকৌ সলনি হ'ল। এইবাৰ ধীৰে ধীৰে ক'বলৈ ধৰিলেঃ

: 'ঠিক আছে ছাৰ। মই ভাবি চাব লাগিব। ইমান দিনেতো হাঁহি মাতিয়েই কটাই দিলো। ভালকৈ ভবাই নহ'ল।

এই বয়সতে মই বহুতকে লগ পালো ছাৰ। কত গুণী জ্ঞানী মানী পুৰুষকো দেখিলো। কোনো কোনোৱেতো প্ৰেমো নিবেদন কৰিলে।

কিন্তু সেই সকলোবোৰ পুৰুষ মোৰ ভাৱনাত অস্পষ্ট হৈ আছে। আচলতে ছাৰ মই বৰ অকলশৰীয়া। কাৰোবাৰ লগত হাঁহি মাতি দুষাৰ কথা ক'লেই ধৰি লয় মই প্ৰেমত পৰিছো। সেইদৰে ব্যৱহাৰো কৰিব বিচাৰিছে কতজনে।

কিন্তু বিশ্বাস কৰক ছাৰ, এই আসক্তিৰ নো উৎস ক'ত আকৰ্ষণৰ মূল কি মই বিচাৰি পোৱা নাই।

'বোধকৰো মই নিজৰ মনটোক বিচাৰি চোৱা নাই। মোক সময় দিয়ক ছাৰ ভাবিবলৈ।'

ঃ 'ঠিক আছে' বুলি ক'লো হয়, চিন্তা মোৰহে আৰম্ভ হ'ল। লগতে উদ্বেগ।

ঃ 'আপুনি আকৌ আহিব ছাৰ। আপুনি আহিলে মই ভাবিবলৈ সুযোগ পাম, ভৰসা পাম। আহিব ছাৰ?'

তৃষাৰ কণ্ঠত আকুতি।

ইয়াৰ পিচত অৰূপৰ প্ৰশ্নৰ উত্তৰ বিচাৰি মই তৃষাক বহুবাৰ লগ ধৰিছো। কেতিয়াবা হোষ্টেলত। কেতিয়াবা লাইব্ৰেৰীত। কেতিয়াবা মিউজিয়ামত। কেতিয়াবা 'আৰ্ট গেলেৰীত'।

তাই মোৰ ওচৰত আকৌ সহজ হৈছে। ময়ো সহজ হ'ব পাৰিছো।

অৱশেষত সেই দিনটো আহিল। তাইৰ শেষ কথাষাৰ ক'বলৈ সাজু হ'ল। ময়ো শুনিবলৈ প্ৰস্তুত হ'লো।

ঃ 'মই মোৰ মনৰ খবৰ বিচাৰি পাইছো ছাৰ। মই এজনক ভাল পাইছো। নিশ্চয় ভাল পাইছো। কিন্তু.....'

তাইৰ কণ্ঠত এক অবৰুদ্ধ ক্ৰন্দনৰ প্ৰতিধ্বনিঃ

ঃ 'মই ক'ব নোৱাৰো। মই অন্য কাকো ক'ব নোৱাৰো। মোৰ ইমান ভাল লাগিছে বা নিজৰ কৰি বিচাৰিবলৈ মন যোৱা নাই। বেছিকৈ বিচাৰিলে জানোচা পোৱা খিনিও হেৰাই যায়।'

তাই কৈ গ'লঃ

ঃ 'তোমাক মই তোমাৰ বন্ধুৰ চকুত সৰু হৈ যাবলৈ দিব নোৱাৰো। কেতিয়াও নিদিওঁ। কাৰো ওচৰতে তোমাক মই সৰু হৈ যাবলৈ নিদিওঁ।'

এইবাৰ তৃষা কান্দোনত ভাঙি পৰিল। মোৰ হৃদপিণ্ডৰ স্পন্দনো বোধহয় স্তব্ধ হৈ গৈছে।

সময় এঠাইতে থমকি ৰ'ল নেকি? মই কি কৰো?

উচুপনিৰ মাজতেই তৃষাই কৈ গৈছে?

ঃ 'এই কথা কেৱল তোমাৰ আৰু মোৰ মাজত গোপনে থাকক। ৰাখিবা? মোৰে শপত।'

মই কেৱল মূৰ দুপিয়ালো।

বহু পৰৰ মূৰত বহু কষ্ট কৰি যেন বহু দূৰৈৰ পৰা এক দুৰ্বল ক্লান্ত কণ্ঠেৰে মই সুধিলোঃ

ঃ 'অৰূপক কি ক'ম?'

ঃ জনাই দিবা, এই বিয়াত মোৰ আপত্তি নাই।★★

# ব্ৰজেন ডেকাৰ বাবে এটা গল্প

## পৰাগ কুমাৰ ভট্টাচাৰ্য

ব্ৰজেন ডেকাই উপৰ্যুপৰি অনুৰোধ কৰিছে গল্প এটা লাগে। গল্পকাৰ বুলি মোৰ ওপৰত ব্ৰজেনৰ আস্থা বাঢ়িবলৈ লৈছে। মই প্ৰায়ে ভাবো গল্প লিখিবলৈ এবাৰ কথা। নাবালক অৱস্থাৰ পৰাই গল্প লিখিলো, পালো কি?

ব্ৰজেন ডেকা আহি ওলাল। হাতত তেওঁৰ সম্পাদিত আলোচনী। নিজে কষ্ট কৰি লেখকক লগ ধৰে, লেখা আনি প্ৰকাশ কৰি সসন্মানে আলোচনীখন দি থৈ যায়। আচৰিত কৰ্মনিষ্ঠা। মোৰ সাধ্য সাধনা তাৰ তুলনাত হয়তো বহুত তলত। কেইটামান গল্প লিখিছিলো, তাৰ বাবেই পাইছো সামাজিক স্বীকৃতি। সম্বৰ্দ্ধনা, পুৰস্কাৰ মেলে মিটিং-এ একেবাৰে আগশাৰীত স্থান। তাতো অসন্তুষ্টি। একো নোপোৱা বুলি অভিযোগ অনুযোগ আৰু অভিমান। মোৰ পাছত এটা গোষ্ঠী আছে, মোৰ লেখাৰ স্বীকৃতি জনোৱা গোষ্ঠী। ঠিক ৰাজনৈতিক দলৰ দৰেই। লিখি থাকিলেই হ'ল, দলৰ বিচাৰেই বিচাৰ। পুৰস্কাৰ সম্বৰ্দ্ধনা সকলো অহাৰ পথ দলেই নিৰ্দ্ধাৰণ কৰে। ব্ৰজেন ডেকাহঁতৰ দৰে মানুহবোৰক চক খুৱাবলৈ এইটোৱেই যথেষ্ট।

কলিং বেলটো টিপি বাট নেচাই একেবাৰে মোৰ পঢ়া কোঠালৈ সোমাই আহিল ব্ৰজেন ডেকা। হাতত আলোচনী। আগ্ৰহেৰে হাত পাতি ল'লো। মানুহৰ প্ৰয়াসৰ মূল্য আছে। প্ৰয়াস কৰাটোৱে পুৰুষাৰ্থ। সেয়াই কৃতকাৰ্যতা। সেই প্ৰয়াসৰ বাবে স্বীকৃতি বিচাৰি ফুৰাটো এক প্ৰকাৰ আত্মম্ভৰিতা বুলি জানিও তাকে কৰো। কিন্তু ব্ৰজেনৰ সততা দেখি মনৰ পৰা সকলো অহংকাৰ গৰ্ব নাইকিয়া হয়। সাধনাৰ পথত নিষ্ঠাৰে লাগি থাকিবলৈ ইচ্ছা হয়।

বহুদিন গল্প লিখা নাছিলো, কাৰণ মই এতিয়া সুপ্ৰতিষ্ঠিত লেখক। ব্ৰজেনে ইমান গুৰুত্ব দি কথাবাৰ কৈছে যে গল্প পুনৰ লিখিবই লাগিব। ব্ৰজেনে লেখকৰ প্ৰতিভাক স্বীকৃতি দিব পাৰিবনে নোৱাৰে সেইটো বেলেগ কথা কিন্তু তেওঁ লেখকসকলক লেখাৰ বাবে উৎসাহিত কৰে। লেখকসকলৰ আত্মম্ভৰিতাৰ কিবা সাৰ্থকতা থকা বুলি ব্ৰজেনে জানে নে নাই নেজানো। কিন্তু আচলতে আমিনো গৌৰৱ কৰিবলগীয়া কিটো আছে? দেশৰ মাটি পানী বায়ুৰে ডাঙৰ দীঘল হৈ সেই দেশৰ সংস্কৃতিৰ সৰ্যুবাবোৰক গ্ৰহণ কৰি আমি সাহিত্য ৰচো। আমিনো নতুনকৈ কি সৃষ্টি কৰিব পাৰিছো?

মধুসূদন দাসৰ কবিতা দেখুৱালে ব্ৰজেনে। আনন্দত দুলাইন পঢ়িও শুনালে। মধুসূদনৰ কবিতা। মধুসূদনৰ সৃষ্টিৰ গৌৰৱ কবিতাৰ প্ৰতিটো শব্দৰ মাজতে ঝংকিত হৈছে। কিন্তু সেই শব্দবোৰে প্ৰকৃততে দিব পাৰিছেনে কিবা এক সঠিক ভাবৰ সহাৰি? ভাব বা বিষয়টো

পুনৰাবৃত্তি নহয়নে? কি সৃষ্টি কৰিছা তুমি? অথচ তাকে লৈ মধুসুদনৰ অভিনয়ৰ সীমা নাই। কবি কবি ভাব সৰ্বত্ৰতে মেলে মিটিঙে গাড়ীয়ে মটৰে। কবিতাৰ বিষয়ে সুধিলে তেওঁ কয়, মই কবিতাৰ বিষয়ে একো নেজানো। ই মোৰ অন্তঃসলিলা ফল্গু। ভণ্ডামি। কেনেকৈ লিখিবা তুমি কবিতা যদি তুমি কবিতা কি তাকেই নাজানা। তুমি কটো নজনাকৈয়ে বাক্য লেখিবা কেনেকৈ? কবিতা স্বতস্ফূৰ্ত ভাবৰ প্ৰকাশ। যুক্তি বিচাৰ বুদ্ধিক বিসৰ্জন দি লেখাটোৱো এটা কলা কিন্তু পাৰিছানে সেই কলাক আয়ত্ত কৰিবলৈ? কবিতাৰ মৰ্ম নুবুজাকৈ কবিতা লিখিছা, মানে কাৰোবাৰ ভাব ভাষাক নকল কৰিছা। তাকেই নিজৰ বুলি চলাই লাভ কৰিছা পুৰস্কাৰ, সম্বৰ্দ্ধনা আৰু বাহ্ বাহ্।

চন্দন চহৰীয়াই উপন্যাস লিখি পুৰস্কাৰ পালে। এতিয়া কঁপালত ফোট মাৰি মানুহৰ হাত চাই ভাগ্য গণনা কৰে। মানুহৰ ভণ্ডামীৰো এটা সীমা থকা উচিত। যুক্তিবাদী সাহিত্যৰ কাষে কাষে অন্ধবিশ্বাস আৰু দুষ্টবুদ্ধিৰ দৌৰ। বাহ্ বাহ্ দিবলৈ কত বুদ্ধিজীবি, দুৰ্নীতি পৰায়ণ বিষয়াৰ আগমন ঘটে। সেইবোৰে চন্দন চহৰীয়াৰ যোগেদি গ্ৰহ্ নক্ষত্ৰৰ লগত পোনপটীয়া সম্পৰ্ক স্থাপন কৰিব পাৰে। চন্দন চহৰীয়াৰ সৌজন্যত গ্ৰহ্ নক্ষত্ৰই ৰত্নৰ যোগেদি শুভ পোহৰ নিসৃত কৰি বুদ্ধিজীবিৰ ব্যৱসায়ীৰ জীৱন উজ্জ্বল কৰে। সাহিত্য আৰু ৰত্নৰ ব্যৱসায় সমগতিত আগবাঢ়ে।

ব্ৰজেনে জানে নে এইবোৰ কথা? ব্ৰজেনৰ সততাই ঢুকি পায়নে এই ভণ্ডবোৰৰ চতুৰালিবোৰ। ব্ৰজেনে দেখিছেনে সাহিত্যিক অধ্যাপক দত্তক? অৱসৰৰ পাছতো আসীন হৈছে মন্ত্ৰীৰ দয়াৰে গুৰুত্বপূৰ্ণ পদত। মন্ত্ৰীৰ দালালৰ সতে মন্দাকিনী হোটেলৰ পৰা নামি অহা দেখিছেনে তেওঁ সাহিত্যিক দত্তক? ৰণবীৰ দত্তক।

সাহিত্যিকৰো ব্যক্তিগত জীৱন বুলি জীৱন এটা আছে। সেইটো সৎ হোৱা উচিত। সাহিত্যৰ জেউতি সেই জীৱনৰ পৰাহে উৎসাৰিত হয়। ব্যক্তিত্বইহে সাহিত্য নিৰ্মাণ কৰে। অথচ সাহিত্যৰ জগতখনৰ বাহিৰৰ জগতখনৰ কথা বেলেগ আছিল। তাত ভণ্ডৰহে উন্নতি বেছি। কিন্তু এতিয়া সাহিত্যৰ জগতত ভণ্ডৰ সংখ্যা ক্ৰমাগতভাবে বাঢ়িব ধৰিছে। সমাজত আটাইতকৈ শক্তিশালী আৰু সন্মানীয় সাহিত্যিকবোৰক দেখি ভণ্ডবোৰে আগবাঢ়ি আহিছে সেই মুখাবোৰ পিন্ধি ভাও দিবলৈ। গোটেই জীৱন মানুহৰ অনিষ্ট সাধন কৰি পৰৰ ধন লুটি পুতি ইমাৰৎ গঢ়া বিষয়াও ৰাতিৰ ভিতৰতে হৈ পৰিছে বৰণীয় সন্মানীয় সাহিত্যিক।

ব্ৰজেনৰ বাবে গল্প এটা লিখিবই লাগিব। এইবাৰ গল্পত মই নিজৰ মুখাখন দলিয়াই ব্ৰজেনৰ সাধনাৰ লগৰী হ'বৰ ইচ্ছা কৰিছো। অনুতাপ আৰু অনুশোচনাৰ জুই একুৰাই ক্ৰমাগত ভাবে মোক দহিবলৈ লোৱাৰ পৰা অনুভৱ কৰিছিলো মই গল্প এটা লেখা দৰকাৰ। অইনৰ মুখা খোলা সহজ কিন্তু নিজৰ মুখাখন খোলাটো সহজ কথা নহয়। ব্ৰজেনে মোক সেই সাহস দি গ'ল। গল্প নিলিখো বুলি ভবা মানুহজনে গল্প লেখিবলৈ সংকল্প ল'লো।

মানৱতাৰ পৰা বহু দূৰলৈ আঁতৰি অহাৰ পাছত মই জগবন্ধু তালুকদাৰে সাহিত্যৰ পথটো এৰি পেলাইছিলো। এতিয়া সাহিত্য কৰাৰ অৱশ্যে দৰকাৰো নাই। আমাৰ অসমত সাহিত্য বস্তুটো বছৰৰ শস্যৰ দৰে। ছপাই থৈ তাৰ ফল ভোগ কৰি থাকিব পাৰি। আৰু কষ্ট

নকৰিলেও কথা নাই। কিন্তু মই গল্পটো লেখিব লাগিব। ভঁড়াল মোৰ পৰিপূৰ্ণ তথাপিও খেতি কৰিবই লাগিব।

ব্ৰজেনক গল্পটোৰ যোগেদি যিটো কথা ক'ব খুজিছো সেইটো মোৰেই। মই মানুহৰ কাৰণে কি চিন্তা কৰিব পাৰো? এজন মানুহে মোৰ ওচৰলৈ বিচাৰি আহিছিল অকণমান আশ্ৰয় কিন্তু মই ৰাতি মোৰ ঘৰত থকাৰ ভয়ত তেওঁক ৰাতিয়েই মই ৰেলষ্টেচনত থৈ আহিলো ৰাতিতে গৈ গাড়ী নোপোৱাৰ অজুহাত দেখুৱাই। অথচ গাড়ী আছিল ৰাতিপুৱা পাঁচ বজাত। ঘৰ পাই সেই মানুহজনে মোৰ প্ৰতি কোনো ক্ষোভ প্ৰকাশ নকৰি যাচিছিল আশীৰ্বাদ একাজলি। কাৰণ তেওঁ মোৰ জন্মদাতা পিতৃ আছিল। তেওঁ লেখিছিল, ভালে ভালে আহি ঘৰ পালো। বোপাই তই ল'ৰা-ছোৱালী কেইটাৰ সুখেৰে থাক। তোক শেষৰ বাৰৰ কাৰণে চাবলৈ যে পালো, এয়াই মোৰ ভাগ্য বুলি ধৰি লৈছো। কেন্সাৰ বেমাৰী, কোন দিনা যাওঁ তাৰ ঠিকনা নাই। ভগৱানে তোৰ মঙ্গল কৰক।

ইয়াৰ সাতদিনৰ পাছত পিতৃদেৱৰ ফটো হেজাৰ টকাৰ বিনিময়ত খবৰ কাকতত ছপাই ৰাইজে দেখাকৈ শ্ৰাদ্ধ পতাৰ জাননী দিলো।

ব্ৰজেন আহিছা নেকি? গল্পটো কিন্তু ভালদৰে স্কেচহ এটা দি প্ৰকাশ কৰিবা। জানাই নহয়, কেটেগৰি অনুযায়ী আমি সাহিত্যিকবোৰৰ মান মৰ্যাদাবোৰ বেলেগ বেলেগ ধৰণৰ।

ব্ৰজেন উৎফুল্লিত হৈ গল্পটো হাত পাতি ল'লে।★★

# জয় ভাৰত চেলুন

## কুল শইকীয়া

কিহৰ তাগিদাই মোক ইয়ালৈ ওভোতাই আনিছে, ক'ব পাৰা তুমি?

মই সোঁৱে-বাঁৱে ঘূৰি চালোঁ, নিশ্চিত হ'লো মোৰ চাৰিওকাষৰ শূন্যতাৰ বাদে আৰু কোনো অন্য শ্ৰোতাই সদ্যহতে মোৰ এইষাৰ কথা শুনা নাই। ভাব হ'ল আচলতে মোৰ মুখৰ পৰা কথাষাৰ শব্দৰ চৌত বহিৰ্গমন হোৱা নাই যাৰ ফলত নিকটবৰ্তী পথচাৰীয়ে ইয়াক শুনাৰ সম্ভাৱনাও নাই। এই নিশ্চিত প্ৰমাণত মই সন্তুষ্ট হ'লো, আৰু হঠাৎ স্তিমিত হৈ পৰা গতি ত্বৰান্বিত কৰিলো।

ৰাস্তাত নতুনকৈ ঢালি যোৱা আলকাটৰাৰ চামনি গলি উঠিছে। সি চাৰিওফালে এক ভজা ভজা গোন্ধৰ আবেশ ঢালি দিছে, মই জোৰ কৰি এই আচহুৱা গোন্ধৰ পৰা আঁতৰি পৰিবলৈ কাষৰ শিলগুটি আৰু বালিৰ ওপৰেদি খোজ কাঢ়িবলৈ ল'লো, গম পালো মোৰ জোতাৰ তলত সৃষ্টি হোৱা আলকাটৰাৰ এঠাত লাগি ধৰিছে সৰু সৰু শিলগুটিৰ টুকুৰা, ভৰিৰ খোজত নিৰ্গত হৈছে গজাল লগোৱা বুট জোতাৰে গিৰিপ গাৰাপ কৈ খোজকঢ়াৰ আৱাজ।

নাই, মোৰ ফালে কোনেও দৃষ্টি নিক্ষেপ কৰাৰ অৱকাশ পোৱা নাই।

জোতাৰ ওজন কিছু পৰিমাণে বাঢ়ি গৈছে। খোজকঢ়াত পয়মালৰ সৃষ্টি হৈছে, মই হয়তো খোৱাইছো, নতুন জোতাই গেৰোহাত ঘঁহনি তুলি আনি দিয়া অশান্তিৰ দৰে মুখৰ ওপৰত হয়তো এক ব্যাথাৰ ছাপ পৰিস্ফুট হৈ পৰিছে তথাপি মই নিৰ্বিকাৰভাৱে ইয়াত চালচলন কৰিব পাৰো, অচিনাকি টুৰিষ্টৰ দৰে গতি ল'ব পাৰো- কোনোৱে মোক চিনি নেপায়, মই কাষেৰে পাৰ হৈ যোৱাৰ পিচত, কেইচেকেণ্ডমানৰ বাবে চকুৱে চকুৱে পৰাৰ পিচত হঠাৎ তেওঁলোকৰ ভাব হ'ব, আঃ অমুক নাছিলনে; আৰু ইতিমধ্যে মই অন্য মানুহৰ ভিৰত মিলি পৰিছো, নতুন মানুহ আহি পৰিছে মোৰ চকুত, কাষত, ইকাষে সিকাষে, মই আৰু আগবাঢ়ি গ'লো- আঃ অমুক নেকি- অত বছৰ ক'ত বা আছিল।

এইমাত্ৰ কাষেৰে পাৰ হৈ যোৱা মানুহজনৰ কথা তেনেদৰে ভাবি চাইছো আঃ অমুক-

নিশ্চিতভাৱে জোতাৰ সমস্যা মোৰ হৈছে।

খোজৰ গতি মই কমাই দিছো।

এইখিনিতে ডাঙৰ গছ এডাল আছিল, আঁহত নিশ্চয়, কাৰণ তেনে ডাঙৰ গছ এডালৰ মাটিৰ ওপৰেদি আগবাঢ়ি যায় শিপা, তাৰ ওপৰতে মানুহে বহে, চানাচুৰৰ দোকানীয়ে জিৰণি লয়, জোতা ভাল কৰা দোকানৰ স্থায়ী জাগা নিৰ্বাচিত হয়।

অনুমান কৰি ল'লো, এতিয়া ইয়াত ভেলু মুচি নবহে, কাৰণ পুৰণি চেণ্ডেল-জোতাৰ অৱশিষ্ট, অ'ত ত'ত পৰি থকা চামৰাৰ কাটি পেলোৱা টুকুৰা, জোতাৰ ক্ষয় যোৱা গেৰোহাত লগোৱা ৰবাৰ চ'ল, তুঁহ গজাল এই আটাইবোৰৰ কোনো স্থিতি মোৰ চকুত পৰা নাই। বিস্মৃতিয়ে হয়তো মোৰ মগজুৰ পৰা আঁতৰাই পেলাইছে ভেলু বহা আচল গছডালৰ প্ৰকৃত ভৌগোলিক অৱস্থিতি। যিডাল গছৰ প্ৰকাণ্ড শিপাত ঘঁহি মই চেষ্টা কৰিছো মোৰ জোতাৰ তলুৱাৰ পৰা অবাঞ্ছিত শিলৰ টুকুৰাবোৰ একেবাৰে পেলোৱাৰ। এনে হ'ব পাৰে, সেই গছডাল সেইসময়ত মোৰ বাবে আৱশ্যকীয় লেণ্ডমাৰ্ক নাছিল যাৰ ফলত মই কেইবাদশক আগেয়ে ইয়াৰ অৱস্থিতিৰ সম্পৰ্কত জ্ঞাত নাছিলো, হয়তো মোৰ অজ্ঞাতভাৱেই ই স্থিতি লৈছিল মোৰ মনত এক অলাগতিয়াল পথচিহ্ন ৰূপে– মই জানিলোঁ যে মোৰ বাবে এনে ভুল, স্মৃতি বিভ্ৰাট অনেক হ'ব পাৰে। হোটেলৰ পৰা ওলাই ৰাস্তাত ভৰি থওঁতেই মানসিকভাৱে সাজু হ'লো যে মই এইখন চহৰৰ বহু কথাই ইতিমধ্যে পাহৰি পেলাইছো, বিভিন্ন পথচিহ্ন মোৰ স্মৃতিৰ মানচিত্ৰৰ পৰা লুপ্ত পাইছে, চিনাকি ব্যক্তিসমূহো মোৰ বাবে এতিয়া একো একোজন অচিনাকি পথচাৰী। এইবোৰৰ এক বাস্তৱিক কাৰণ আছে, কাৰণ মই আজি অত দশকৰ মূৰত যিখন চহৰত পদাৰ্পণ কৰিছোহি, যিখন ঠাই মোৰ জন্মলগ্ন, শৈশৱ-কৈশোৰৰ স'তে সংপৃক্ত হৈ আছে, সেইখন ঠাইৰ ওপৰেদি ইতিমধ্যে পাৰ হৈ গৈছে বহুকেইটা বছৰ। মানুহবোৰৰ বাবে বদলি গৈছে ধৰণ-কৰণ, জীৱনধাৰণৰ প্ৰণালী আৰু সঁজুলি আৰু মোৰ ব্যস্ত জীৱনত বহুদিনলৈ হয়তো এই ঠাইখন, ইয়াৰ মানুহ ইয়াৰ ঘটনা পৰিঘটনাই কোনোপধ্যে স্থান উলিয়াব পৰা নাছিল।

মোৰ জোতাযোৰ এতিয়া পাতল লাগিছে।

খোজত মোৰ নতুন গতি আহি পৰাৰ সম্ভাৱনা দেখিছো।

"মৃগেন।"

মই ইমান সময় গম নোপোৱাকৈয়ে চাই থকা মানুহজনক অৱশেষত মাতি দিলোঁ, মই নিশ্চিত হ'লো যে তাৰ নাম মৃগেনেই হ'ব।

মৃগেনৰ চাইকেলৰ টিউব পাংচাৰ হৈছে। সি ঠেলি আনিছে তাৰ পুৰণা চাইকেলখন আৰু কেৰ্ কেৰ্ আৱাজ কৰা চাইকেলখন মোৰ ওচৰত সি ৰাখি দিলে।

"বহুত বছৰৰ মূৰত দেখিলো হ'বলা।"

"ওঁ" – মই ক'লো।

জোতাৰ ফিটা বান্ধিবলৈ মই ইতিমধ্যে বহি পৰিছো।

"কেনেকৈ? হঠাৎ –"

মৃগেনৰ প্ৰশ্নটোৰ উত্তৰ মই মিচিকিয়া হাঁহিৰে দিলো যাৰ অৰ্থ একো নাই, অথচ মৃগেনৰ বাবে সি হয়তো কিবা নিশ্চয় বহন কৰিছে, সি সন্তুষ্ট হ'ল।

"কি কৰ আজিকালি? অফিচ-তফিচত চাকৰি?"

মৃগেনে মোক সুধিলে, আৰু মই চমুকৈ কৈ থ'লো যে বহু কিবাকিবিত লাগি আছো আৰু। আৰু সি বিশেষ কোনো উৎসাহ নিদিয়াত মই বিতং ভাৱে মোৰ চাকৰি

জীৱন বা অন্যধৰণৰ কথাবাৰ্তাৰ প্ৰসংগ উলিওৱাৰ পৰা বিৰত থাকিলো।

সি চাইকেলৰ বেলত আঙুলি দিলে আৰু টিলিং কৈ এবাৰ বজাই চালে যিটো মই বুজিলো যে সেইয়া এক ৰিফ্লেক্স এক্সন, সি কোনো বিশেষ ধৰণৰ কথা ভাবি তেনেধৰণে বেল বজোৱা নাই। সি নিশ্চয় জানে যে টিউবৰ পাংচাৰৰ সৈতে চাইকেলৰ ঘন্টিৰ কোনো সম্পৰ্ক নাই।

মোৰ ভাল লাগিল তাৰ বাৎসল্য সুলভ আচৰণত, এক মুহূৰ্তৰ বাবে ভাব হ'ল সি নিশ্চয় আগৰ দৰেই এক স্বাধীন, মুক্ত ধৰণৰ চিন্তাচৰ্চাৰে জীৱনৰ মাধুৰ্য উপভোগ কৰিছে।

"কিবা কামত আহিছিলি?"

ঘন্টিৰ আৱাজত নূন্যতম ৰিংটো শেষ হোৱাৰ পিছতে সি সুধিলে। মই ক'লো, ওঁ। কিবা কিবি কাম কৰিব লগা আছে। তাক নক'লো কি কাম, কিহৰ বাবে মই আজি অতবছৰৰ মূৰত ইয়ালৈ উভতি আহিছো। সঠিক কথাত মই নিজেই যেতিয়া সিদ্ধান্তৰ দোদুল্যমান পৰিস্থিতি এটাত নিজৰ চহৰ প্ৰত্যাৱৰ্তনৰ উদ্দেশ্য সম্পৰ্কত সঠিক নহয়, কিদৰে কওঁ মৃগেনক মোৰ ইয়ালৈ এনেদৰে হঠাৎ আহি পৰাৰ উদ্দেশ্য।

"তোৰ খবৰ ক'। কিবা নতুন কথা, নতুনত্ব, এনিথিং আজি বহুবছৰৰ মূৰত তোক লগ পোৱাত নিশ্চয় তোৰ বহু কথা ক'বলগীয়া আছে, বহু ঘটনা যিবোৰৰ মই অংশীদাৰ নহয়, বহুত কিবাকিবি যাৰ সম্পৰ্কত মোৰ তিলমাত্ৰও জ্ঞান নাই, অথচ মোৰ শুনিলে আমোদ লাগিব পাৰে, ভাবিব পাৰো যে মোৰ এই ভ্ৰমণৰ সফল হ'ল, নষ্টালজিক ট্ৰিপ এটাই আনি দিব পৰা মাদকতাৰ সকলোখিনিয়ে ধৰ পাই গ'লো— ঠিক পুৰণি কথাবোৰ, বা সেইবোৰ নহ'লেও পুৰণা মিত্ৰবোৰৰ নতুন কথা।"

একে উশাহতে মই এইখিনি তাক সুধি দিব পাৰো।

কিন্তু মই ভাবিলো যে ইমান ধৰণৰ জটিল অনুসন্ধানে তাক নিশ্চয় সুখী নকৰিব।

"বচ্ চলি আছে জিন্দেগী যেনেকৈ চলিব লাগে, সংসাৰ, সমাজ, প্ৰফেচন, চাকৰি, চাইক্লিং এইসকলোবোৰ। ধৰ যেনেকৈ আমি গম নোপোৱাকৈয়ে যিন ৰাতি হয়, ঘড়ীৰ সময় বয়, নদীত ঢৌ বদলে, মৃগেনৰ কথাকোৱাৰ ষ্টাইল আগৰ দৰেই আছে, চকুৰ কোণেৰে কেৰাহীকৈ চাই মায়াবী শব্দ কিছুমান হঠাৎ আগ-গুৰি নোহোৱাকৈ দলিয়াই দিয়া, গোঁফৰ একোণ ওঁঠেৰে সুবিধা পালেই চেপি ধৰা এই আটাইবোৰ তাৰ এতিয়াও জীৱনৰ অংগ— মই ভাবিলো,

"থাকিবি নে? কেইদিনমান?"

"ভবা নাই।"

"আছে ক'ত?"

"হোটেলত।"

সি মই থকা হোটেলৰ নাম জনাৰ কোনো আগ্ৰহ নেদেখুৱালে।

মই অস্বস্তি অনুভৱ কৰিলো।

মৃগেনৰ স'তে মোৰ বৰ্তমানৰ থকা-লোৱা খোৱা-মেলাৰ বন্দবস্তিৰ সম্পৰ্কত কথা পতাৰ কোনো বিশেষ আগ্ৰহ নাই, বাস্তৱত হঠাৎ তাৰ স'তে পুনৰ্মিলন হ'ল বুলিহে মই কথা পাতিছো। মেট্ৰিকৰ পিছত দেউতাৰ চাকৰিৰ বদলিসূত্ৰে ইয়াৰ পৰা আঁতৰি গ'লো, তাৰ পিছত ইয়ালৈ অহাৰ কোনো সুযোগ সুবিধা মোৰ বাবে অহা নাছিল, আৰু মই ইমান তীব্ৰ অভিলাষী নাছিলো যে এইখন ঠাই পুনৰবাৰ গচকি নগ'লে মোৰ বাবে জীৱনৰ বহু কথাই আধৰুৱা হৈ ৰ'ব।

কিন্তু মই আহিছো এইখন ঠাইলৈ মোৰ অফিচ সম্পৰ্কীয় বিশেষ কিবা লেঠাৰ তাড়নাত নহয়, সম্পূৰ্ণভাৱে নিজৰ ইচ্ছা পূৰণৰ অৰ্থে— অৰ্থাৎ মই আজি কিছুদিনৰ পৰা ভাবি চাইছো যে মই মোৰ জন্মগত চহৰখন, যাক মোৰ শৈশৱৰ খেমালিৰ স'তে মই মনত ৰাখি থৈছো, যিখন ঠাই মোৰ বাবে স্কুলৰ দিনৰ স্মৃতিকণা বিচৰাৰ ঠাই, সেইখন ঠাইলৈ মই এবাৰ উভতিব লাগিব, বহু কথাৰ মাজতে বিচাৰি চাব লাগিব—

"দুদিনমান থাকিলে আহিব পাৰিলিহেঁতেন এপাক।"

মোৰ ভাবৰ গতিক হঠাৎ বাধা দি কোৱা মৃগেনৰ কথাষিনিৰ পৰা মই বুজি পোৱা উচিত যে সি তাৰ ঘৰলৈ মোৰ আগমনক বৰ সৌহাৰ্দ্য ভাৱেৰে চোৱা নাই? অৱশ্যে মোৰ নিজৰ তেনে কোনো প্লেনেই নাই যে মৃগেনৰ ঘৰৰ পৰা মই এপাক মাৰি আহিম। তথাপি ক'লো, পিচত কেতিয়াবা আহিলে সোমাই যাম। যি আশ্বস্ত হ'ল যে মই অন্ততঃ এইটো ভ্ৰমণত তাৰ ঘৰখন মোৰ সূচীত ৰাখি থোৱা নাই।

মৃগেনে মোক এৰি থৈ চাইকেলখন ঠেলি যাবলৈ ওলাল।

"অনন্ত?"

মই তাক আগভেটা দি সুধিলো।

"জানো। বহুবছৰ লগেই পোৱা নাই। আগৰ ঘৰতে চাব পাৰ, ইমান দিনৰ মূৰত আহিছ যেতিয়া।" মৃগেন সম্প্ৰতি মোৰ চকুৰ পৰা আঁতৰি গ'ল আৰু মই গছডালৰ গুৰিৰ পৰা লাহে ধীৰে আগবাঢ়ি যোৱাৰ চেষ্টা চলালো।

ৰ'দৰ প্ৰকোপৰ প্ৰচণ্ডতা অনুভৱ কৰিছো মোৰ ক্ৰমশঃ চুলি নাইকিয়া হ'ব ধৰা মূৰৰ মাজভাগত। ঘামত তিতি উঠিছে দামী কামিজৰ পিঠিভাগ।

দলংখনৰ এটামূৰ পাইছোহি আৰু মোৰ বাবে ই বৰ চিনাকি পদচিহ্ন। এটা সময়ত বাওঁফালে নদীৰ পাৰেদি আগবাঢ়ি যোৱা ৰাস্তাটোৰে মই আগুৱালো, ইয়াত মোৰ কোনো ভুল হ'ব নোৱাৰে, টাউনখনৰ হৃদপিণ্ডলৈ প্ৰবেশ কৰাৰ এইটো একমাত্ৰ পথ যাৰ কাষৰ প্ৰত্যেকখন কাপোৰ মনিহাৰী, খিলিপাণৰ দোকানৰ স'তে মোৰ এক চাক্ষুস অন্তৰংগতা আছে।

আৰু মই সেই দোকান-পোহাৰ, ৰমেশৰ চাইকেল দোকান, তোলনৰ টী ষ্টল চুৰ্কি পোৱাৰ আগতে সেইবোৰৰ ছবি মনত পেলালো, মোৰ মন সজীৱ লাগিল, নিজৰ সম্প্ৰতিভ স্মৃতিশক্তিত আচৰিত হ'লো।

চহৰখনৰ এইখিনি অংশত সময় থমকি ৰৈছে।

কোনো বঢ়া-টুটাৰ নিদৰ্শন নাই- হয়তো ঘৰ-দুৱাৰ দোকান-পোহাৰৰ চেহেৰাত সৰু সৰু পৰিবৰ্তন আহিছে, সমুখৰ এখন দুৱাৰ এতিয়া লোহাৰ দৰ্জা হৈ পৰিছে, সৰুকৈ এটা কোঠা অনাৱশ্যকভাৱে বঢ়োৱা হৈছে, সামগ্ৰিক সংজ্ঞাৱে সকলো একেই আছে, এক স্থবিৰতাই ঘেৰি থৈছে চৌদিশ— হয়তো দোকানৰ ভিতৰৰ মানুহ বদলিছে, হয়তো একেই মানুহৰ চেহেৰাত আহি পৰিছে বয়সৰ আঁচোৰ।

মই অজ্ঞাতে ঘূৰিলো বাওঁহাতে। ডাকঘৰৰ চাৰিওফালে পকীৰ বেৰ হৈছে ওপৰৰ লোহাৰ যাঠীৰে দুৰ্ভেদ্য গঢ়ি তোলা হৈছে।

মই ৰৈ গ'লো অগণন পেনফ্ৰেণ্ডলৈ চিঠি পোষ্ট কৰা ডাকঘৰটোৰ ৰঙা বাকচটো মোৰ বৰ চিনাকি ৰাস্তাৰ দাঁতিৰ পৰা সতৰ্কতাৰে চাই ৰ'লো চাইনবৰ্ডখনৰ জয় ভাৰত চেলুন ৰং অ'ত ত'ত সৰি পৰিছে, চূণৰ লেপনেৰে লিখি থোৱা হৈছে চেলুনৰ 'ন'।

বাৰাণ্ডাত এতিয়া বেঞ্চ এখন হাতভঙা চকীখনৰ কাষত বিদ্যমান। মই ধৰি ল'লো চকীখন এতিয়াও বহাৰ উপযোগী হৈ আছে। অতএব চিৰি দুটাৰে ওপৰলৈ খোজকাঢ়ি আহি মই বহি পৰিলো চকীখনত। কেৰেক্ কৰি আৱাজ এটা হ'ল?

"চাৰ, চকীখন ভাল নহয়, পৰি যাব পাৰে।"

মই এই সতৰ্কবাণীত হঠাৎ থিয় হৈ পৰিলো, চকীখনৰ খুড়াৰ গঢ় মিল প্ৰত্যক্ষ কৰিলোঁ, আন্দাজ কৰিলো যে পিছৰ ফালৰ খুড়াদুটা দুৰ্বল, সেয়ে পিচফালৰ বেৰৰ জোৰত হে তাত মানুহ বহিবৰ কিটিপত ৰখা হৈছে।

আয়নাৰ দুৱাৰখনৰ কজাসমূহত হয়তো কিছুমান আসোঁৱাহ আহি পৰিছে, যাৰ ফলত বন্ধ হ'লেও ফাঁক থাকি যায়— এইবোৰ আগতে জয়ভাৰত চেলুনত অভাৱনীয় কথা আছিল, সকলো বস্তু টিপ্‌টপ্ চেহেৰাত বিদ্যমান হোৱাৰ হুকুম তাত অলিখিত শব্দেৰে ঘোষিত হৈছিল— এই ঘোষণাপত্ৰৰ মালিক আছিল ৰামু পুৰা নাম আছিল কি মই ভাবিবৰ চেষ্টা কৰিলো হঠাৎ মনলৈ আহিল যে তাৰ আচল নাম আছিল ৰামচৰণ, সহজ পৰিস্থিতিত সি হৈ পৰিছিল ৰামু বয়স হয়তো তাৰ খুব বেছি বাইশ তেইশ। দেউতাকে তাক চেলুন চমজি দিছে, কৈছে— চলাব লাগিব ভালদৰে, ইয়েই তোৰ পেটৰ খাদ্য, পিন্ধনৰ কাপোৰ— আৰু তেনেদৰে এদিন দেউতাক গুচি গৈছে "দেচ"লৈ, কাৰণ তাত আৰু এখন ঘৰ আছে, মাটি আছে, সমাজ আছে, শিপা আছে।

ইতিমধ্যে পাকৈত হৈ উঠিছে ৰামুৰ হাত, ধাৰাল হৈছে কেঁচি আৰু সমুখৰ বাৰাণ্ডাত আৰম্ভ হৈ গৈছে ডেকা ল'ৰা, স্কুলীয়া ছাত্ৰৰ আড্ডা। প্ৰতিযোগিতাত এতিয়া ৰামুৰ চেলুন অপ্ৰতিদ্বন্দ্বী তাৰ ষ্টাইলৰ নমুনা, হট ষ্টাৰৰ বিখ্যাত হেয়াৰ ফেচনৰ চলতি কাট, মুঠ কথাত ৰামুৰ দোকানত মই, দণ্ডেশ্বৰ, কনক ওচৰৰ গাঁৱৰ পৰা মেটিনি চাবলৈ অহা ডেকা ল'ৰাৰ সোঁত।

সমুখৰ ৰাস্তাৰে পাৰ হৈ গৈছে স্কুল কলেজৰ ছাত্ৰ-দিপীকা, বন্যা, টুনটুন। পিছত চলিছে মৃণ্ময়হঁতৰ মিছিল, ৰামুৰ চেলুনত চুলিকটা গ্ৰাহকৰ সংখ্যা বাঢ়িছে, ৰমৰমীয়া ব্যৱসায়।

"ডম্বৰুৰ ডাড়ি?"'

"মানে?"

"বচ্, তাৰ ডাড়িৰ ওপৰত প্ৰথম ক্ষুৰ চলিব ৰামুৰ!"

প্ৰহ্লাদে ঘোষণা দিছে, লাজত মুচকচ যোৱা ডম্বৰুৰ ওপৰত চলিছে স্ফুৰ্ত্তি, ঠাট্টা, তিৎকাৰীৰ আতিশয্য। ডম্বৰুৰ গালত এইমাত্ৰ কোনোবাই ব্ৰাচ চলালে, চাবোনৰ ফেনত ডুব গ'ল তাৰ ডাড়ি ঠুটিওৱা মুখখন।

"ক্ষুৰ আন!"

"নতুন ব্লেড— আজিৰ পৰা ডম্বৰু এডাল্ট ডাণ্ডৰ মানুহ!" হাঁহিত ফাটি পৰিল আটাইবোৰ।

আয়নাৰ দুৱাৰেৰে ভিতৰলৈ বলিব পঠাৰ দৰে আগবঢ়াই দিয়া হ'ল ডম্বৰুক।

নিৰ্মমভাবে চোকা ক্ষুৰে মসৃণ কৰি গ'ল তাৰ দুয়োখন গাল, নাকৰ তলৰ ঠাই। তাৰ পিছতে ফিটকিৰিৰ ভগা টুকুৰা, সস্তীয়া আফটাৰ শ্যেভ লোচন, আৰু ৰামুৰ মৰমৰ থাপ্পৰ- ডম্বৰুৰ গাল ৰঙা হৈ পৰিল।

ডম্বৰু এডাল্ট হ'ল।

"ইচ্ছা কৰিলে তই আজিৰ পৰা 'এ' গ্ৰেডৰ চিনেমাখন চাব পাৰিবি" "মন গ'লে দীপিকাক লৈ যাবি মেটিনি শ্ব'লৈ, ইংলিছ জাতীয় কিবা গা গৰমৰ চিনেমাৰ বাবে।"

এনেবোৰ মন্তব্যৰ তীৰ চলি থাকিল, হঠাৎ কোনোবাই ক'লে স্কুলৰ সময়, বচ্ কেইটামান মিনিট বাকী, আৰু সকলো জঁয় পৰি গ'ল।

খালি হৈ পৰিল ৰামুৰ চেলুনৰ বাৰাণ্ডা।

মই মনটো ঘূৰাই আনিলো, আৰু আজি জয় পৰি থকা বাৰাণ্ডাখনত থিতাপি লগোৱাৰ বুধি পাঙিলো। বহি থকা মানুহৰ মূৰৰ তেলৰ দাগত ক'লা হৈ পৰা বেৰ কিখনত বহুবছৰ কোনো চুণ তেলৰ প্ৰয়োগ ঘটা নাই। বেঞ্চৰ খুঁটাত দুৰ্বলতা আহি পৰিছে, ভৰিৰে লৰাই দিলেই ই বিভিন্ন ছন্দত লৰচৰ কৰি উঠে।

এনে সময়ত নিশ্চয়কৈ ৰামুৰ চেলুনত ভিৰ আছিল আগতে— বাহিৰত তেতিয়া দুখন আৰু চকী আছিল বৈ থকা মানুহৰ জীৱণিৰ বাবে। আয়নাৰ দুৱাৰখনত লিখা থকা ভুল ইংৰাজীৰ ৱেলকাম শব্দটো এতিয়া সম্পূৰ্ণভাবে মচ খাই গৈছে। মই অভ্যাসবশতঃ মোৰ গালত হাত দি চাইছো, ৰাতিপুৱাই খুৰাই অহা মুখত এতিয়া ৰামুৰ বাবে কোনো কাম নাই। হয়তো মই তাক ক'ব পাৰোঃ "চুলিখিনিকে ঠিক কৰি দে..."

"কিবা নতুন কাট্?"

"কিহৰ নতুন ষ্টাইল এইটো বয়সত!"

"কেচনৰ স'তে বয়সৰ সম্পৰ্কই বা কি? ষ্টাইলত জীয়াই থকাটোহে আচল কথা।"

মই আন্দাজ কৰি ল'ব পাৰো যে ঠিক এনেধৰণৰ বহুৰঙিতাৰে সি মোৰ মনত

স্ফূৰ্ত্তি জগাই দিব পাৰে। আয়নাৰ মাজেৰে মোৰ নজৰ সৰকি গ'ল ভিতৰলৈ। তিনিখন চকীৰ দুখনেই এতিয়া খালি আছে, বিভিন্ন আচবাববোৰত জাকজমকতা হ্ৰাস পাইছে, সমুখৰ বস্তু থোৱা তক্তাখনৰ অধিকাংশতে খালি লোচনৰ বটল, পুৰণি ধৰণৰ ক্ষুৰ, ব্ৰাছ, টেটুলৈ চেপি পেলোৱা ডাঢ়ি খুৰোৱা পেষ্টসমূহৰ টিউব, বিশৃংখলভাবে পৰি থকা চুলিৰ জাবৰ—

ৰামুৱে চিনি পাবনে মোক?

আজি অতবছৰৰ মূৰত? মোৰ চুলিৰ কাট বদলিছে, পকাৰঙে বোলাইছে, কঁপালৰ ওপৰৰ চুলিখিনি নাইকিয়া হৈ পৰিছে কোণৰ কাষৰ মুগা বৰণীয়া চুলিবোৰৰ আগৰ ৰং হেৰাইছে। চিন্তাকৰণৰ ইমানবোৰ উপাদান এতিয়া মোৰ গাত সি দেখা নেপায়। তথাপিও হয়তো সি মোক চিনি পাব নিয়মিত আড্ডা দিয়া তিনি চাৰিজনৰ ভিতৰত সি মোক নিশ্চয়কৈ মনত ৰাখি থৈছে, কাৰণ, অকল অৰ্থশূন্য কিছুমান শব্দৰ হৈ-হাল্লাৰ আড্ডা হ'লেও সেইবোৰৰ মাজত কিবা এটা নিশ্চয়কৈ অনুভূতি আছিল। হয়তো অজান কিছু অৰ্থ আছিল। আপাততঃ অৰ্থহীন শব্দবোৰৰ মাজত, শ্লেষ আছিল, খং উষ্মা, সুখ-দুখ আৰু কিবা কিবি-

শেষবাৰৰ বাবে মানুহজনে চাই লৈছে সমুখৰ আয়নাত ইফালে-সিফালে মূৰটো ঘূৰাইছে, ওঁঠটো তললৈ নমাই পৰীক্ষা কৰিছে নাকৰ তলৰ গোফৰ ওপৰত সঠিক কেঁচি চলাৰ কায়দা সকলো ঠিকে আছে, আৰু লাহে লাহে মানুহজনৰ গাৰ পৰা বগা কাপোৰখনৰ মেৰ খুলি দিয়া হ'ল, ধপকৈ জোকাৰি দিয়া হৈছে কাপোৰখন, তাৰ পৰা চুলিৰ লাগি থকা অংশবোৰ সৰি পৰিছে, মই স্পষ্টভাবে গম পাইছো, সেইজন ৰামু, যিয়ে এতিয়া সৰু টাবেল এখনেৰে মানুহজনৰ মুখ, ডিঙি মচি পেলাই টেলকম পাউদাৰৰ টেমাটোৰ পৰা পাউদাৰ ছটিয়াই দিছে।

মই চকীৰ পৰা উঠিলো।

সি যদি মোক চিনিব নোৱাৰে মই এক অচিনাকি গ্ৰাহকৰ দৰে চুলিখিনিৰ অলাগতিয়াল অংশখিনি কটোৱাই থৈ যাব পাৰো। শেৰত হয়তো কৈ দিব পাৰো, "ৰামু ভাই, তুমি মোক ধৰিবই পৰা নাই, যে মই অমুক! কি কৈছা, ঠিক মনত পৰা নাই? মাই গুডনেছ, এনেদৰে মানুহে মানুহক পাহৰে নে (যদিও মই বুজি পাওঁ যে তোমাৰ দোকানলৈ নিতৌ নতুন মানুহৰ সমাগম হয়, নতুন বয়সৰ ল'ৰাই আহি তোমাৰ দোকানত ভিৰ কৰেহি, সেই বুলিও কি তুমি আমাক পাহৰি যাব পাৰা? অসম্ভৱ!)? নাই, তুমি কেনেদৰে পাহৰিবা তোমাৰ দোকানৰ আড্ডা, তোমাৰ নতুন চুলিৰ কাটেৰে ৰাজপথত দপ্‌দপাই ঘূৰি ফুৰা আমাৰ দলটোৰ কথা? বা ময়েই কেনেদৰে সেইবোৰ পাহৰি পাওঁ। এই ধৰা, ঠাট্টা মস্কাৰা, হৈ হাল্লা, তাৰপিছত হঠাৎ তুমি দোকান বন্ধ কৰি দিলা এসপ্তাহ দহদিনৰ বাবে। এক গণ্ডগোলৰ মাজত ধৰি ল'লো তুমি 'দেচলৈ' গ'লা, কিয়নো, চবৰে একোখন 'দেচ' থাকে গাওঁ থাকে, ঘৰ থাকে, মানুহৰ মৰম থাকে আৰু এদিন দেখা গ'ল 'জয় ভাৰত চেলুন'ৰ তলা খোলা গ'ল, ৰামু ফিৰি আহিছে, লগত আহিছে পুতুলী।

তুমি কৈ গ'লা, পুতুলীক মই নানিলে চুইচাইদেই কৰিলেহেঁতেন, কাৰণ তাইতো

আৰু অন্যৰ লগত যাব নোৱাৰে, অত বছৰে মনে প্ৰাণে এক হোৱাৰ পিছত। দোকানৰ লগত লাগি থকা সৰু কোঠাটোত পাৰ্টি হ'ল, পুতুলীৰ মৰম লগা হাঁহি কথাৰ মজা। এইবোৰ কি পাহৰি পেলাব পাৰো।"

ইমানবোৰ কথা কোৱাৰ এতিয়াও সময় হোৱা নাই।

এনেকুৱা চিনাকি পৰ্বৰ উত্থাপন এক প্ৰয়োজনীয় বিষয়ো নহয় যদিহে মই অকল চুলি কটোৱাৰ বাবেই জয়ভাৰতত পদাৰ্পণ কৰিলোহেঁতেন। কিন্তু, মই এইখিনি কামৰ বাবে এইখন চহৰলৈ বা, ৰামুৰ চেলুনলৈ অহা নাই। এক বহুদিনীয়া ভ্ৰমণ পৰিকল্পনাই মোক ইয়ালৈ টানি আনিছে।

"বাহিৰতে কেলেই?"

হঠাৎ দুৱাৰ খুলি ওলাই আহিছে ৰামু। চেহেৰা তাৰ আগতকৈ ভালেখিনি পৰিছে, নিশ্চিতভাৱে বয়সে তাক আঁকুহি পেলাইছে।

"তৎক্ষণাৎ চিনি পেলাইছা, কি আচৰিত? বদলা নাই মই আজি কত বছৰ।"

"মানুহ আৰু বদলেনে? যিটো চেহেৰা আহি গ'ল ওপৰৰ পৰা বছ সেইখিনিয়ে – তাতে ৰং, তেজ পানী হয়তো অলপ ইধাৰ-উধাৰ হ'ব পাৰে।"

পৰিস্ফুট অসমীয়া বাক্যৰ মাজত সোমাই পৰা, তাৰ 'দেচী' শব্দটোৱে মোক আমোদ দিলে।

আমি দুয়োজন ভিতৰলৈ সোমাই গ'লো। সি মোক সমুখৰ চকীখনত বহিব দিলে। মই আশা কৰা নাই সি মোক সোধক মই এতিয়া কি কাম কৰিছো, ক'ত আছো, সংসাৰ পাতি কেনে এইবোৰ অগ্ৰং বগ্ৰং কথা।

চিধাই ক'লোঃ "চুলি।"

ৰামুৱে বগা কাপোৰখন গাত মেৰিয়াই দিয়াৰ আগতে কিবা এটা কব খুজি বৈ গ'ল এনে লাগিল মোৰ।

সমুখৰ আয়নাত এতিয়া মই দেখিছো মোৰ গাত লেটি লগাই এখন বগা কাপোৰ কামিজৰ কলাৰ মোটোকা মাৰি সুমুৱাই দিয়া হৈছে। ৰামুৱে কেঁচিৰ চিক্ চিক্‌ৰে জনালে যে সি যি কোনো মুহূৰ্ততে মোৰ মূৰৰ ওপৰত কাম আৰম্ভ কৰি দিব।

"চুলি প্ৰায় শেষেই হ'ল– কামৰ জোৰ পৰিলে চুলি সৰে।"

মই ওঁঠটো বেঁকা কৰি হাঁহি দিলো, মোৰ হাঁহিয়ে বৈ গ'ল তাৰ ওঁঠলৈ। ৰামুক দেখিলো, সি হাতৰ কেঁচি আৰু ফণী তক্তাখনৰ ওপৰত থ'লে, কাষৰ অন্য এখন চকীত সি বহি ল'লে আৰু ক'লে–

"মই জানো আপুনি চুলিৰ নতুন ফেচন বিচাৰি মোৰ চেলুনলৈ অহা নাই আৰু এতিয়া কোনো গ্ৰাহকেই ইয়ালৈ নতুন ষ্টাইলৰ হেয়াৰ কাটৰ আকৰ্ষণত নাহে, বহু বি আগৰ দুই এজন পুৰণা কাষ্টমাৰ আছিল, তেওঁলোকে অভ্যাসবশতঃ ইয়াত ভৰি দি যায়হি। মই ধৰি লৈছো ঠিক তেনেধৰণৰ উদ্দেশ্যৰে আপুনি ইয়াত সোমাইছে"

'আপুনি' বুলি কৰা সম্বোধনে মোক আচৰিত কৰি তোলা নাই, কাৰণ, আজিৰ

পৰা বহু বছৰৰ আগৰ "তুমি" "তোমা" সম্বোধন সদ্যহতে আমাৰ মাজৰ পৰা নাইকিয়া হোৱাটো এক স্বাভাৱিক কথা।

কিন্তু হঠাৎ ৰামুৰ হাতৰ কেঁচি বৈ যোৱা, কথাই মোকে আচৰিত কৰি তুলিছে সি কি এতিয়া মোক অন্য কথাৰে ব্যতিব্যস্ত কৰি তুলিব পাৰে "এই ধৰক, আপুনি আজি ইমানদিন চহৰখনৰ পৰা বাহিৰত আছে, অতবছৰে বহু কথাই ঘটি গৈছে ইয়াত, যেনে ধৰক, পুতুলীয়ে এদিন মোক কৈ দিছে তাই তোমাক মৰমৰ চিন স্বৰূপে এখন ৰঙাৰঙৰ ফণী উপহাৰ দিছিল। কৈছিল, তোমালোকৰ গ্ৰুপৰ ল'ৰাকিজন আহি ইয়াত আড্ডা মাৰিলে, মোৰ ফালে কেৰাহীকৈ চাওঁ নেচাওঁ কৈ চালে এক অনুপম অনুভূতি জাগে, নিজকে বৰ গৌৰৱী জীৱ যেন ভাব হয়— আৰু এদিন পুতুলীয়ে এইবোৰ কথা স্ফূৰ্তিৰ হিচাবে কৈ দিলে।

ভাবৰ ইমান দীঘল সোঁত মই হঠাৎ নিয়ন্ত্ৰণ কৰি পেলালো। ৰামুৰ ফালে চালো সুধিলোঃ "পুতুলীৰ গা কেনে?"

"ভাল"

"বহুবছৰ হ'ল শেষবাৰ দেখা।"

ৰামু চকীৰ পৰা উঠিল।

মই চকীৰ পৰা মুৰ ঘুৰাই ভিতৰলৈ যোৱা সৰু দুৱাৰখনৰ ফালে চালো— আমাৰ সেলুনৰ পৰাই তাক খিলি মাৰি বন্ধ কৰি থোৱা আছে।

"বৰ ভাল চেলুন এখন হৈছে, কাষতে, ইচ্ছা কৰিলে আপোনাক দেখুৱাব পাৰো। তালৈ কেতিয়াবা আপোনাৰ লগৰ বাকীকেইজন আহে, আড্ডা মাৰে, চুলি কটোৱায় বৰ ষ্টাইলিচ হেয়াৰ কাট দিয়াৰ বাবে বৰ চলিছে। আজি ভালেমান বছৰ, ঠিক আপোনালোক ইয়াৰ পৰা আঁতৰি যোৱাৰ দুই এবছৰ ভিতৰতে মোৰ দোকানতে কাম কৰা বাচুৱে চলাইছে!"

আৰু ইতিমধ্যে মই আৰু ৰামু দুখন দোকান পাৰ হৈ আহি উপস্থিত হৈছোহি বাচুৰ চেলুনৰ দুৱাৰ মুখত।

"পুতুলীকো লগ পাব পাৰে ইয়াতে।"

মই ৰামুৰ কথাবাৰত বৈ গৈছো দ্বিতীয়টো চিৰিৰ ওপৰত।

"আচলতে আপুনি গমেই নেপায় যে বাচুয়ে নতুন চেলুন খোলাত পুতুলী বাচুৰ স'তে ইয়ালৈ গুচি আহিল। তাই ক'লে—

মানুহৰ জীৱনটো, সংগবোৰ সকলো হেয়াৰ কাটৰ দৰে, আজি এটা ষ্টাইল, কালি এটা নতুন ফেছন— এনেধৰণৰ। হাঃ হাঃ ....." মই ৰামুক কিবা এটা কোৱাৰ আগত বাহিৰৰ বেঞ্চখনত বহি পৰিলো কিছুপৰৰ পিছতে বাচু ওলাল, সি ব্যস্ত, বহুত গ্ৰাহক এতিয়াও বহি আছে।

পুতুলী আহি দুৱাৰৰ ফাঁকেৰে মোক চাই আছে, মই গম পালো, তাই আগৰ দৰেই ষ্টাইলত থাকি ভাল পায়।

"তুমি দিয়া ফণীখন, ৰঙা ৰঙৰ, এতিয়া মোৰ স'তে আছে, মই য'তেই যাওঁ তাক এতিয়াও লৈ ফুৰো– ওপৰৰ বাওঁফালে চোলাৰ পকেটত সেইখন এতিয়াও ঠিক যিখন পকেটৰ তলতে মানুহৰ হৃদয়ে ধপ্ ধপ্ কৰি থাকে।"

মই নক'লো একোকে।

বাচুৱে মোক চকীত বহুৱাই দিলেগৈ। দুৱাৰৰ ফাঁকেৰে পুতুলীয়ে চাই থকা মই সমুখৰ আয়নাত প্ৰতিবিম্ব দেখি গম পাইছোঁ।

মই নক'লো। অকল এখন ফণীৰ স্মৃতিয়ে মোক এইখন ঠাইলৈ ওভোতাই আনিছে। মই নক'লো পুতলীক, তুমি দিয়া ফণীখন মোৰ পকেটত এতিয়াও আছে য'ত মানুহৰ হৃদয়ে ধপ্ ধপ্ কৰি থাকে—

বাহিৰত ৰামুৱে মোৰ প্ৰতীক্ষা কৰিছে।★★

# ৰিমিৰ গান

## প্ৰণতি গোস্বামী

ৰিমি ৰিমি।

ৰিমিয়ে কিতাপ পঢ়ি আছে। কিতাপৰ পাতত দৃষ্টি নিমগ্ন ৰিমিৰ মুখত হাঁহিৰ আভাস।

ৰিমি মাজনী। বাণী গৈ ৰিমিৰ একেবাৰে ওচৰত ৰ'ল। ৰিমিয়ে মূৰ তুলি চালে।

কি পঢ়িছা, গল্প কিতাপ?

ৰিমিয়ে একো উত্তৰ নিদিলে, হাঁহিলে মাত্ৰ। বাণী যেতিয়া ৰিমিৰ চকীখনৰ একেবাৰে কাষ চাপি গ'ল তাই মাকৰ ফালে হাউলি মূৰটো মাকৰ গাত লগাই দিলে। বাণীয়ে তাইৰ চুলিবোৰৰ মাজত হাত বুলাই দিলে। তেনেকৈ থাকোতে হঠাতে বাণীয়ে গাটো জিকাৰ মাৰি দিলে।

আজিকালি বাণীয়ে হঠাতে জিকাৰ মাৰি উঠে। অকলে কাম কৰি থাকোতে, বিছনাত জিৰাই থাকোতে হঠাতে অস্থিৰ হৈ পৰে। এই অস্থিৰতা খুব গোপনে ৰাখিব খোজে যদিও তাইৰ কাম-কাজত প্ৰকাশ পায়। যিকোনো কামতে তাই খুব মনোযোগী হ'ব নোৱাৰে। তাই ৰিমিৰ পৰা নিজক লুকুৱাব খোজে। ৰিমি অৱশ্যে অলপো আবেগিক নহয়। তাই মাকক কয় -- মা আজিকালি আবেগক কোনেও মূল্য নিদেযে; আবেগ এসোপা বুকুত বান্ধি থাকিলে পিছ পৰিহে থাকিব লাগিব। এইটো ৰিমিৰ আজিৰ কথা নহয়, কেবাবছৰ আগতে স্কুলত পঢ়ি থাকোতেও তাইৰ কথা আছিল এনেকুৱা। বাস্তৱটোহে আচল।

অজিতৰ কথাই বেলেগ। আবেগ, অনুভূতি নায়েই চাকৰি কৰা, ধন ঘটা। টকা-পইচাৰ ওপৰতে সুখ-শান্তি নিৰ্ভৰ কৰে। এই দৰ্শনতে বিশ্বাসী। এতিয়াও, যদিও দুখ পাইছে, সহজে লৈছে-- একো নাই শিক্ষা আছে, টকা আছে তেওঁলোকৰ, তাইৰ ৰূপ আছে। কি চিন্তা। সুন্দৰভাৱে জীয়াই থাকিব পাৰিব।

ওপৰা-উপৰিকৈ চালে হয়। মানুহে সকলো হেৰুৱালেও জীৱনটো থকালৈকে জীয়াই থাকে। কিন্তু মানুহ জানো জন্তু।

কি যে বিড়ম্বনা-- ইমান অনুভূতিপ্ৰৱণ মানুহজনীৰ বিয়া হ'লগৈ অজিতৰ দৰে নীৰস মানুহ এটাৰ লগত। প্ৰথম প্ৰথম অজিতৰ লগত সংসাৰ কৰিবলৈ আহি আচৰিত হৈছিল, থমকি ৰৈছিল। তাই টকা-পইচাতকৈ ভাল পায় প্ৰকৃতিৰ ৰূপ, কিতাপ আৰু গান। এই মানুহটোৱে এইবোৰ একো বুজি নাপায়। বাণীৰ জীৱনটোও বেসুৰা আৰু ৰসপমহীন হ'লহেঁতেন যদিহে ৰিমিৰ দৰে ছোৱালী এজনী জন্ম নহ'লহেঁতেন। তিনি-চাৰিমাহৰ পৰা ৰিমিৰ

এনে এটা অভ্যাস যে বাণীয়ে গান গালেহে টোপনি যায়। যেতিয়া মাত ফুটা হ'ল তেতিয়াও আবদাৰ কৰিব পৰা হ'ল— মা গান গোৱা। বাণী কোনো গায়িকা নহয়, তথাপি সকলো মাকেই যি দৰে নিজৰ কেঁচুৱাক শুৱাবলৈ গায়, বাণীয়েও সেই সুৰেৰেই গায়। কেতিয়াবা বাণীৰ যদি গান বন্ধ হৈ যায়, টোপনি যোৱা অৱস্থাতেই কয়, বাৰীৰে গৱৰী গোৱা। ছোৱালীজনীয়ে স্কুললৈ যোৱা বয়সলৈকে বগৰীক গৱৰীয়েই কৈ থাকিল।

তাই 'গৱৰী' গানটো শুনি ভাল পোৱাৰ আন এটা কাৰণ হ'ল, বগৰী খাই তাই ভাল পায়। শিশুইতৰ ইমান প্ৰিয় ফলটোৰ প্ৰতি মাক বিলাকৰ ইমান নিষেধাজ্ঞা কিয় তাই নুবুজে। নিশা শুবৰ সময়ত লোভ লগাব অথচ ৰাতিপুৱা আঙুলি জোঁকাৰিব— বগৰী তললৈ কিয় গৈছিলি।

কিমান আশাবাদৰ গান, কোন কাহানিতে অখ্যাত ৰচয়িতাই ৰচনা কৰিলে সুৰ দিলে- 'বাৰীতে বগৰী ৰুব বাৰীতে বগৰী পকি সৰিব তলসৰা পকা বগৰীবোৰ মইনাই যেন তন্দ্ৰাজালতে দেখা পায়।'

কিন্তু ই এটা ছলনা। বগৰী পুলি ৰুব, ডাঙৰ হ'ব, ফুল ফুলিব, কলি পেলাব পকিব তেতিয়ালৈ জানো মইনা মইনা হৈ থাকিব। টেঙা, কেহা বগৰীবোৰ খোৱাৰ ইচ্ছাই বাৰু থাকিবনে।

এনেকুৱাই ছোৱালী ৰিমি। একোটা গানকো অস্ত্ৰোপচাৰ কৰি পেলায়। অকল গানেই নহয়, সকলো কথাই। সকলো বিশ্বাস, সকলো পৰম্পৰা। তাই ডাঙৰ হৈ অহাৰ পাছত যিখিনি পালিব লগা নিয়ম বাণীয়ে শিকিছিল তাইকো শিকাইছিল। পিছে তাই নামানিলে। জেঠাই আহিলে কি বুলিব, আইতা আহিলে বেয়া পাব ইত্যাদি কথায়ো ৰিমিক টলাব নোৱাৰিলে। তাই প্ৰতিটো কথাতে নিজকে ছোৱালী ছোৱালী ভাব লৈ থাকিবলৈ ভাল নাপায়। পিছলৈ বাণীয়েও অৱশ্যে বেয়া নাপালে। ৰিমি তাইৰ ছোৱালী, ল'ৰা সকলো। সহজ সৰল কথা কিছুমান মানুহে এনেয়ে জটিল কৰি পেলায়। আৰু বাণীৰ দৰে মানুহবোৰ ছোৱালী হৈ জন্ম ল'লে, ছোৱালী হৈ ডাঙৰ হ'ল, ছোৱালী হৈয়েই থাকিবলৈ ভালপোৱা বাবেই দুখ দুৰ্দশাই সহজে কষ্ট দিব পৰা হ'ল।

ৰিমি পঢ়া-শুনাত ভাল এই কাৰণেও বাণী সুখী। ওচৰ-পাজৰৰ আন বহুতো ছোৱালীৰ গাত লগাৰ দৰে তাইৰ গাত হাৱা লগা নাই। সৰু কালৰ গান শুনি ভালপোৱা ছোৱালীজনী এতিয়াও গান বুলিলে ক'ব নোৱাৰে। তাইৰ বহু বহু পুৰণি গানৰ সংগ্ৰহ আছে। কিছুমান দুস্প্ৰাপ্য গানো তাই সংগ্ৰহ কৰিছে। প্ৰাচীন গানবোৰৰ ৰচনা, ৰাগবন্ধন আদিৰ বিষয়ে তাই আলোচনা কৰে। কিছুমান নতুন গানো তাই মুগ্ধ হৈ শুনে। বিভিন্ন ভাষাৰ লোকসংগীত তাই শিকিবৰ যত্ন কৰে। কেতিয়াবা ৰেডিঅ'ত বজা কিছুমান গানৰ কথা আৰু সুৰৰ মিল নাথাকিলে অসন্তুষ্ট হয়।

অজিতে কেতিয়াবা বিৰক্ত হৈ ভেকাহি দিয়ে— গানৰ নামত মানুহ এনেকৈ পগলা হয়নে।

দেউতা, কেলেইনো আমনি পাইছা। গোটেই সংসাৰখন দেখোন গানৰ সুৰত বন্ধা আছে। বতাহত গান, বৰষুণত গান, ধুমুহাত গান, নদীৰ সোঁতত গান, চৰাইৰ মাতত গান। কোনেও নেদেখাকৈ কোনোবাই বাঁহী বজাই আছে আৰু সেই সুৰতে বিশ্বখন চলি আছে।

বাণীৰ হাঁহি উঠে অজিতক জীয়েকে পাঠ শিকাব খোজা দখি। বাণীয়েতো আজি তেইছ বছৰে দেখিছে মানুহটোক— এক অহংকাৰী পুৰুষ কাৰো পৰা শিক্ষা নলয়। এই অহংকাৰৰ বাবেই বাণীয়ে বিয়াৰ আগতে কৰি থকা চাকৰিটো এৰুৱাই দিলে। স্ত্ৰীয়ে ঘটা ধনৰ কোনো প্ৰয়োজন নাই। কিন্তু তাই সেই চাকৰিটোৰ কাৰণে নিয়োগ বিনিময় কেন্দ্ৰত নামভৰ্তি কৰাইছিল, সেই চাকৰিটো পোৱাৰ আগতে আন বহুত চাকৰিৰ ইন্টাৰভিউ দিব লগা হৈছিল। কলেজৰ ইউ ডি এচিষ্টেন্ট কৰা বাণীৰ দেউতাকেও বহুত যত্ন কৰিছিল ছোৱালীজনী ক'ৰবাত সুমুৱাই দিবৰ বাবে। চাকৰিটো পোৱাৰ পাছত ঘৰখনলৈ উলাহ আহিছিল, স্বস্তি আহিছিল। সেই কষ্টোপাৰ্জিত চাকৰিতো অজিতৰ কথাত এৰি দিব লগা হ'ল।

থোৱা থোৱা ৰিমি তুমি আৰু দেউতাক এইবোৰ শিকাব নালাগে।

মা সকলো মানুহে যদি গান বুজি পালেহেঁতেন, বিশ্বখনৰ নিয়মৰ ইমান ছন্দ পতন নহ'লহেঁতেন।

বাপৰে কিতাপ পঢ়ি একদম কিতাপৰ কথা কৈছা দেখোন। ছন্দ পতন ক'ত দেখিলানো?

কিয় ধৰ্ম সম্প্ৰদায়ৰ নামত মানুহক হত্যা কৰা, ৰাজনৈতিক আৰু অৰ্থনৈতিক শোষণেৰে মানুহৰ অধিকাৰ কাঢ়ি নিয়া—

সৰু ছোৱালী হোৱা হ'লে বাণীয়ে তাইক সাৱটি ধৰিলেহেঁতেন। কিন্তু তেতিয়া তাই কলেজত ভৰি দিয়া ছোৱালী। নিজৰ মনতে এটা ইগ' গঢ়ি উঠিছে। সৰু ছোৱালীৰ দৰে আদৰ কৰাটো এতিয়া আৰু তাই নিবিচাৰে।

কলেজত ভৰি দিয়েই ৰিমিয়ে শ্ৰেষ্ঠা গায়িকাৰ পুৰস্কাৰ লাভ কৰি দেখুৱাই দিলে। তাই অকল গানৰ শ্ৰোতাই নহয় এগৰাকী ভাল গায়িকাও। কলেজত পঢ়ি থাকোতে তাই ৰেডিঅ'ৰ অ'ডিচন পাই গীত গাবলৈ আৰম্ভ কৰিলে।

ৰিমি বিশ্ববিদ্যালয়ত পঢ়িবলৈ যোৱাৰ পাছত বাণী পুনৰ অকলশৰীয়া হ'ল। অজিতে চাকৰি কৰি ধন উপাৰ্জন কৰা, বজাৰ কৰা আদিতে স্বামীৰ দায়িত্ব পালন কৰে। বাণীক অকণমান লগ-সঙ্গ দিয়া, কথা-বতৰা পাতা আদি কথা নেভাবে। তাই ঘৰত, বাহিৰ, ভিতৰ কৰা অজিতৰ লগত নিয়ম মাফিক পত্নীৰ মৰ্যাদা ৰাখি নিমন্ত্ৰণ ৰক্ষা কৰা আদি পালন কৰে। কেতিয়াবা বাণীয়ে ৰিমিৰ কোঠাত সোমাই তাইৰ পুৰণি কিতাপবোৰ, কাপোৰবোৰ চুই চায়। ফ্ৰেমত বন্ধা ফটোখনত মৰম কৰি দিয়ে। এদিন তাই ৰিমিৰ টেবুলৰ ড্ৰয়াৰ খুলি আচৰিত হৈ গ'ল। প্ৰাইমাৰী স্কুলত পঢ়া দিনৰে ৰিমিৰ কিছুমান সম্পত্তি তেনেদৰে আছে। এখন সৰু ডায়েৰী য'ত বগৰী খোৱাৰ পৰা বৰদেউতাকৰ ছোৱালীৰ বিয়াৰ আঠমঙলালৈকে সৰু-বৰ ঘটনাৰ শিশু সুলভ বৰ্ণনা আছে— পঢ়ি বৰ ৰস পালে। বাণীয়ে পাহৰি গৈছিল তাই ভৰিত মোচোকা খোৱাৰ কথা। মনত আছিল, কিন্তু দিন, বাৰ, তাৰিখ পাহৰিলে। কিন্তু ৰিমিৰ

ডায়েৰীত লিখা আছে। উনৈশ জুন বৃহস্পতিবাৰ। আজি মায়ে ভৰিত দুখ পালে। মোৰ মনটো বহুত বেয়া লাগিছে। ডাক্তৰে বেজী দিলে আৰু বেণ্ডেজ কৰি দিলে। ৰিমিৰ ডায়েৰীখন পঢ়ি বাণীয়ে বৰ আমোদ পালে। সেই সময়ত তাইৰ আখৰেই পোন হোৱা নাছিল। তাই ভাবিলে ৰিমি আহিলে এইখন দেখুৱাই খুব হুইবাব পৰা যাব। ড্ৰয়াৰটো আৰু অলপ খুলি কেইটামান কড়ি, এযোৰ অকণমানি চিচাৰ চুড়ি, আলোচনীৰ পৰা কাটি ৰখা দুখন ৰঙীণ কাগজ পালে। এইবোৰেও বাণীৰ মনটো ভৰাই পেলালে।

মাজতে ৰিমিয়ে দূৰদৰ্শনতো প্ৰগ্ৰেম এটা কৰিলে। সেইদিনা বাণীয়েই নহয় অজিতেও উপভোগ কৰিলে। সেইদিনা প্ৰথম অজিতক জীয়েকৰ কাৰণে উৎফুল্লিত হোৱা দেখা গ'ল।

নিঃসঙ্গ সময়বোৰ বাণীৰ কাৰণে বৰ অসহ্যকৰ। বিভিন্ন চিন্তা মনলৈ আহে। কেতিয়াবা নিজকে সুখী নে দুখী প্ৰশ্ন কৰি উত্তৰ নাপায়। কাৰোবাৰ নিৰ্দেশত যেন যান্ত্ৰিকভাৱে কামবোৰ কৰি গৈছে। ৰিমিয়ে ঠিকেই কয়— কাৰোবাৰ সুৰত যেন সংসাৰখন চলি আছে। ৰিমিয়ে কথাবোৰ কবিতাৰ পৰা কয় নে নিজৰ উপলব্ধিৰ পৰা কয় ধৰিব নোৱাৰে। ৰিমিয়ে কিন্তু তাইৰ কাৰণে কোনো চিন্তা কৰিবলৈ মানা কৰে। মই ঠিকেই আছো মা, মোৰ কাৰণে চিন্তা কৰি নাথাকিবা।

বন্ধত আহিলে ৰিমিয়ে নতুন গান বা ৰাগৰ কেছেট এটা লৈ আহে আৰু বাণীক শেষ নোহোৱালৈকে শুনিবলৈ বাধ্য কৰে। কেঁচুৱালি পাছত শুনিলেওতো হ'ল। ইফালে অজিতে এগিলাচ ঠাণ্ডা পানী নাইবা একাপ চাহৰ বাবে চিঞৰি অধৈৰ্য হৈ পৰে। সিহঁতে গানৰ সাগৰত সোমাই থাকি শুনিলেহে।

ডাঙৰ ধমকণিত বাণীয়ে টেপটো বন্ধ কৰি দিলে। এনেয়েও বাণী সচকিত হৈ থাকে নেমাতিলেও কিজানি অজিতে তাইক মাতিছে, কিবা কৈছে ৰিমিয়েহে নিদিয়ে। তাই কয় মা জীৱনটো তুমি দেউতাৰ ভয়ত কঁপি থাকোতেই গ'ল।

দেউতাৰে ভাবিছে আমি চাগে দেউতাৰৰ বিৰুদ্ধে কিবা ষড়যন্ত্ৰ কৰিছো। আমি গান-চান শুনি হাঁহি-মাতি থাকিলে সন্দেহ কৰে। উঠি যাব খুজি বাণীয়ে ফুচফুচাই ক'লে।

ঠিক কৈছা মা— গানে কিন্তু ষড়যন্ত্ৰ কৰিব পাৰে। ঠিক দেউতাৰ বিৰুদ্ধে নহয়, আত্মাৰ পৃথিৱীখনৰ বিৰুদ্ধে। গানেৰে মুক্তি। কিয় জ্যোতি প্ৰসাদ, পল ৰবচন।

বাণীয়ে ৰিমিৰ চুলিত আঙুলি বুলাই থাকিলে পৃষ্ঠাটোত আঙুলি এটা সোমাই ৰিমিয়ে কিতাপখন বন্ধ কৰি মাকৰ সেই আদৰ উপভোগ কৰিলে। আজি ৰেডিঅ'ত ৰিমিৰ গান আছে পুৰণি গানেই বাজিব। সেই কথাটোকে ক'বলৈ বাণী আহিছিল। ক'ব খুজি আবেগিক হৈ পৰিল। মনটো বিষাই উঠিল।

মা। বাণীৰ হাতখন বৈ যোৱাত ৰিমিয়ে মাতিলে। চাহ খাবা? ৰিমিয়ে মাকৰ মুখলৈ চাই প্ৰশ্ন কৰিলে। বাণী চাহ কৰিবলৈ যাব খুজিলে। ৰিমিয়ে মাকৰ হাতত খাপ মাৰি ধৰিলে — ৰ'বা মই কৰিম।

পঢ়ি থকা কিতাপখন চকীতে মেলি থৈ ৰিমি চঞ্চলভাৱে চাহ কৰিবলৈ গ'ল। বাণীয়ে কিতাপখনত চিন এটা দি জপাই থ'লে। চিত্তপখিলীৰ দৰে হোৱালীজনী ইমান

অনুভৱী অথচ বাহিৰত সহজ। ৰিমি বহা চকীখনত বাণী বহি থাকিল। কোলাত ৰিমিয়ে পঢ়া কিতাপখন। বাণীৰ কেতিয়াবা চকুৰ কোণ দুটা সেমেকি উঠে। আজিও উঠিল। তাই নিজকে ক'লে, একো হোৱা নাই, একো হোৱা নাই। জন্তুৰ দৰে থাকিব তাই পাৰিব লাগিব। তেনেকৈয়েতো থাকিবলৈ বাধ্য হৈ আছিছে। ৰিমিয়েহে মানুহৰ জীৱন জীয়াই থাকিবলৈ শিকাইছে।

তুমি বাকীবোৰৰ কথা নাভাবা কিয়? আন নালাগে ৰিমিৰ বান্ধৱী ৰুবীৰ কথা নাভাবা কিয়। অজিতে মাজে মাজে বাণীক চিঞৰি উঠে। অজিতে আজিকালি বাণীৰ প্ৰতি সদয় হ'বলৈ আৰম্ভ কৰিছে।

ৰুবীৰ কথা, ৰুবীৰ মাকৰ অৱস্থা ভাবিলে তাইৰ দুখ কৰিবলৈ একো নাথাকে।

প্ৰতিদিনৰ খবৰ পঢ়া দিয়েই পঢ়িছিল বাণীয়ে এবছৰ মানৰ আগৰ গুৱাহাটীৰ চিটিবাছত বোমা বিস্ফোৰণৰ খবৰটো। কিন্তু সেইখন বাছতেই ৰিমি গৈছিল বুলি শুনি বাণী জিকাৰ মাৰি উঠিল। এক মিনিটৰ আগেয়ে ৰিমি বাছখনৰ পৰা নামিছিল। ৰুবী নামিব পিছৰ ষ্টপেজটোত। দুয়োজনী নিজৰ নিজৰ লোকেল গাৰ্জেনৰ ঘৰলৈ গৈছিল। থিয় হ'বলৈকো সন্ধি নোহোৱা বাছখনৰ পৰা কোনোমতে নামি ৰিমিয়ে খোজ দিছিলহে তেনেতে সেই ভয়ংকৰ শব্দটো হ'ল।

খবৰ পাই দৌৰি গ'ল বাণী আৰু বিশ্বজিত। একো হোৱা নাই এক মিনিটত বাচি গৈছে ৰিমি। কিন্তু তায়ো হাস্পাতালত ভৰ্তি হ'ব লগা হ'ল। অলপ সময়ৰ আগলৈকে সহযাত্ৰী হৈ অহা মানুহৰ ৰক্ত-মাংস দেখি ৰিমি অচেতন হৈ পৰিল। বাণীহঁত হাস্পাতালত উপস্থিত হওঁতেও ৰিমিৰ চেতনা অহা নাছিল। হাস্পাতালৰ বহুতো আহত মানুহৰ লগতে ৰিমিও এখন বিছনাত পৰি আছিল। বাকীবোৰৰ দৰে তাই আৰ্তনাদ কৰি থকা নাছিল। গভীৰ নিদ্ৰাত পৰাৰ দৰে শুই আছিল। বাণীয়ে তাইৰ মূৰত হাত বুলাই দিলে। চেপা কান্দোনে তাইৰ কণ্ঠৰুদ্ধ কৰি থৈছিল। নহ'লে হয়তো ৰিমিৰ সৰুকালৰ দৰে গালেহেঁতেন, আমাৰে মইনা শুব এ —।

দুদিন পাছতহে বাণীয়ে গম পাইছিল ৰিমিয়ে আৰু গান নুশুনে। সেই বিকট আসুৰিক শব্দই তাইৰ সুন্দৰ সঙ্গীত শুনা কাণৰ শক্তিক বধিৰ কৰি দিলে। আজি যে ৰেডিঅ'ত তাইৰ গান দিব সেই গানো তাই শুনিবলৈ নাপায়।

ভিতৰত ৰিমিয়ে চাহ কৰিছে। তাই গুণগুণাই আছে। তাই যেন বিথোফেন।

সঁচাকৈয়ে বন্দুক-বাৰুদে মানুহৰ গান শেষ কৰিব নোৱাৰে।★★

# এটা প্ৰেমৰ গল্প

## হৰপ্ৰিয়া বাৰুকিয়াল বৰগোহাঞি

শকত খামৰ চিঠিখন টেবুলত দেখিয়েই অনিন্দ্যসুন্দৰ কাকতিয়ে লৰালৰিকৈ তুলি ল'লে। ঠিকনা লিখা আখৰকেইটা অকণো চিনাকি যেন নালাগিল। সুন্দৰ গোট আখৰ। ওপৰত প্ৰথম বন্ধনীৰ মাজত লিখা আছে 'ব্যক্তিগত' শব্দটো। ব্যক্তিগত শব্দটো লিখা নাথাকিলেও যে ঘৰখনৰ এটি প্ৰাণীয়েও অনিন্দ্যসুন্দৰ কাকতিৰ নামত বুকপ'ষ্টত অহা চিঠিখনো নোখোলে সেয়া আৰু চিঠি লিখোতাজনে কেনেকৈ জানিব? অজানিতে কাকতিৰ ওঁঠৰ ওপৰেদি জান নাজান হাঁহি এটিয়ে ঢৌ খেলি গ'ল।

খামটো খুলি পেলালে কাকতিয়ে। ওৱাল পিনেৰে গাঁঠি থোৱা ফুলস্কেপ কাগজৰ ছয়পৃষ্ঠা জোৰা দীঘল চিঠি। কিন্তু আৰম্ভণিতে দেখোন একো সম্বোধন নাই। কালৈ লিখিছে? খামৰ ওপৰত দেখোন তেওঁৰেই নাম। তেওঁ এখিলা এখিলাকৈ চাই গ'ল। মাজে মাজে তেওঁক সম্বোধন কৰি লিখা আছে যদিও লিখোতাগৰাকীৰ নাম নাই। মাত্ৰ এঠাইত আছে অপৰিচিতা বুলি। আচৰিত। তেওঁক কোনোবাই এপ্ৰিল ফুল কৰিলে নেকি? নাই, নাই হ'বই নোৱাৰে। আজি ছেপ্টেম্বৰৰ আঠাইশ তাৰিখ। তেওঁৰ এবছৰীয়া জন্মদিন আজি। কোনোবাই জন্মদিনৰ শুভেচ্ছা পঠাইছে নেকি? হ'বও পাৰে। কিন্তু ইমান দীঘলীয়াকৈ? 'বাৰু পঢ়ি চোৱাই যাওকচোন' মনৰ ভিতৰতে কথা কেইটা কৈ কৈ কাকতিয়ে পঢ়ি গ'ল চিঠিখন।

মানব অধিকাৰ সংঘই আয়োজন কৰা এখন গুৰুত্বপূৰ্ণ সভাত বক্তৃতা দিওঁতে প্ৰথম তোমাৰ মাত শুনিছিলো মই। শিশু আৰু নাৰীৰ অধিকাৰ সম্পৰ্কত তুমি আগবঢ়োৱা পোনপটীয়া আৰু চমু বক্তব্যই মোক ভীষণ আকৰ্ষিত কৰিছিল তোমাৰ প্ৰতি। তুমি মানুহজন কেনেকুৱা— ওখ নে চাপৰ, বগা নে ক'লা দেখাৰ আগতেই বাতৰি কাকতৰ সম্পাদকীয় পৃষ্ঠাত লেখা তোমাৰ মৰ্যাদাসম্পন্ন লিখনিয়ে মোক তোমাৰ ভীষণ ওচৰ চপাই নিছিল। পাহৰি গৈছো চোৱাচোন প্ৰথম তোমাৰ মাত শুনিছিলো মই মোৰ কাৰ্যালয় কোঠাৰ পৰা। একাত্মমনে ফাইলত মনোনিবেশ কৰি থাকোতে অকস্মাতে আমাৰ কাৰ্যালয়ৰ ঠিক কাষতে থকা হলঘৰটোৰ পৰা মানৱাধিকাৰ দিবসৰ দিনা আয়োজিত সভাৰ বক্তাসকলৰ বক্তব্যই কাৰ্যালয়ৰ প্ৰতিটো কোঠাৰ দেৱালত, দুৱাৰত সজোৰে খুন্দা মাৰিছিলহি। সকলোৰে বক্তব্যক চেৰ পেলাই তোমাৰ কণ্ঠই মোক যে কি সম্মোহনী বাণেৰে বান্ধি পেলাইছিল জানো। তুমি মানুহজনক চাবলৈ মই ভীষণ আগ্ৰহী হৈ পৰিছিলো। কিন্তু কৰ্তব্যৰ তাগিদাত মই কোনোপধ্যে কাৰ্যালয়কক্ষ এৰিব পৰা নাছিলো আৰু সেয়েহে তোমাক চোৱাৰ হেঁপাহকণ

মই বুকুৰ ভিতৰত হেঁচামাৰি সুমুৱাই থ'ব লগা হৈছিল। সেই হেঁপাহক বুকুত বান্ধিয়েই মই সেইদিনা কাৰ্যালয় এৰিছিলো বিয়লি সময়ত। তুমি কেনেকুৱা হ'ব পাৰা, তোমাৰ লগত কথা-বাৰ্তা পাতি কেনেকুৱা লাগিব ইত্যাদি— কথাবোৰ চিন্তা কৰি কৰি এটা সময়ত মই মোৰ কোঠালিটো পাইছিলোহি। সেইদিনা বহু নিশালৈকে টোপনি অহা নাছিল। মই এটা কবিতা লিখিছিলো নিশা উজাগৰে থাকি।

মৰমৰ.........

এৰা তোমাক মই জনোৱায়ে নাই নহয় মোৰ কথা। মইনো কোন, ইয়াত মই কাৰ লগত থাকো, কি কথা। তোমাক লগ পালে ক'বলৈহে ভাল লাগিব চাগে। তোমাৰ লগত চিনাকি হৈ, তোমাৰ মানসিকতা অধ্যয়ন কৰাৰ পিছতহে আচলতে মোৰ কথাবোৰ জনাবলৈ ভাল পালোহেঁতেন। কিন্তু চোৱাচোন তুমি ক'ত থাকা, কি কৰা ইত্যাদি মই একোৱে নাজানো। সুধিমনো কাক? মই অনিচ্ছাসত্ত্বেও এনে এটা কাৰ্যালয়ত কাম কৰি আছো, যাৰ কৰ্মীসকলৰ চিন্তা কেৱল উপৰুৱা টকা, ঘৰ, মাটি, গাড়ী.....। মানৱীয় মূল্যবোধৰ কথা নাই তাত, লোকক লুটিপুটি খোৱাৰ এটা মানসিকতা, কাম নকৰাকৈ অথবা কাম কৰাৰ বিনিময়ত উপৰুৱাকৈ টকা ঘটাৰ মানসিকতা দেখি মই একপ্ৰকাৰ হতাশাগ্ৰস্ত। কিন্তু মই উপায়হীন। মই ব্যক্তিগতভাৱে এৰি আহিছো এক বিধ্বস্ত অতীত। সেই অতীতৰ তিলমান সোঁৱৰণেও মোক উত্তেজিত কৰি তোলে, বিদ্ৰোহী কৰি তোলে, কেতিয়াবা অত্যন্ত দুখ দিয়ে। মোৰ অতীতক লৈ মই যিমান দুঃখিত, সিমান দুঃখিত মোৰ সহকৰ্মীসকলৰ মানৱীয় প্ৰমূল্যসমূহৰ অৱলুপ্তিত। আমি কোন পথেৰে আগবাঢ়িছো, ভৱিষ্যৎ প্ৰজন্মলৈ, উত্তৰ পুৰুষলৈ আমি কি থৈ যাব বিচাৰিছো? মোৰ মনৰ জগতত অহৰহ এই প্ৰশ্নবোৰে খেলিমেলি কৰি থাকে। মোৰ একাকী জীৱন— বন্ধু-বান্ধৱীও তেনেই সীমিত। তেনে অৱস্থাত মোৰ প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি কাৰ ওচৰত এখন্তেক শান্তিৰে বহিম? কাৰ সৈতে কৰিম অন্তৰংগ আলাপ? মোৰ বৰ দুখ অনিন্দ্য।

তোমাৰ অপৰিচিতা



মৰমৰ অনিন্দ্য

আজিৰ বাতৰি কাকতত তোমাৰ এটা লিখা পঢ়িলো। সামাজিক অৱক্ষয়ৰ উৎস শীৰ্ষক প্ৰবন্ধটোৱে মোক যথেষ্ট উৎসাহিত কৰিছে। সামাজিক অৱক্ষয়ৰ উৎস কোনবিলাক তুমি যথেষ্ট যুক্তি সহকাৰে লিখিছা। ময়ো তোমাৰ সৈতে একমত। প্ৰতি সপ্তাহত তুমি বাতৰি কাকতৰ চতুৰ্থ পৃষ্ঠাত লিখা প্ৰত্যেকটো প্ৰবন্ধই মোক ভীষণভাৱে আলোড়িত কৰে আচলতে। তোমাৰ লগত মুক্তভাৱে বহু কথা আলোচনা কৰিবলৈ মন যায় তেতিয়া।

কিন্তু নাই– তাৰ পিছত মই হেৰাই যাওঁ প্ৰাত্যহিকতাত – পুনৰ পিছৰ সপ্তাহত আকৌ সেই আগ্ৰহ, অপেক্ষা আৰু বহুত কিবাকিবি। তোমাৰ বিষয়ে দুই এজনৰ পৰা মই কিছু তথ্য সংগ্ৰহ কৰিছো। তোমাৰ ঘৰ এই নগৰৰ পৰা পঞ্চাশ কিলোমিটাৰ নিলগত। শিক্ষকতা তোমাৰ পেচা, লিখা তোমাৰ নিচা। বচ সিমানেই। সিদিনাৰ সভাখনলৈ আচলতে তোমাক সম্মানীয় অতিথি হিচাবে নিমন্ত্ৰণ কৰি আনিছিল। তুমি সততে মানুহৰ অধিকাৰ সম্পৰ্কে বিশেষকৈ শিশু আৰু নাৰীৰ অধিকাৰ সম্পৰ্কে মাত মাতি অহাৰ কাৰণেই চাগে সেই গুৰুত্বপূৰ্ণ সভাখনলৈ তোমাক মতিছিল। তোমাৰ বক্তৃতা দিয়াৰ এটা নিজস্ব ষ্টাইল আছে। মই সেইদিনায়ে গম পাইছিলো। আচলতে বক্তৃতা দিব পৰা– সুন্দৰকৈ বক্তৃতা দিব পৰাটো এটা শিল্প। সেই শিল্পকৰ্ম নিখুটকৈ সম্পাদনা কৰিব পৰা শিল্পীজনক চাবলৈ সেয়ে হয়তো মই আকুল হৈ পৰিছো। তোমাৰ অনুমতি লৈয়েই মই গ'লোহেঁতেন তোমাৰ ওচৰলৈ। কিন্তু তোমাৰ ঠিকনা ক'ত? কোনেও দেখোন দিব নোৱাৰে তোমাৰ সঠিক ঠিকনা। তোমাৰ প্ৰতি বেছি আগ্ৰহ দেখুৱাবলৈও মোৰ কিবা এক নাম নজনা সংকোচ হয় মানুহবিলাকৰ আগত। মানুহবোৰৰ সন্দেহী মনবোৰ মোৰ সমগ্ৰ সত্তাত বগাই ফুৰে সংগোপনে। মোৰ অতীতটো খুচৰি খুচৰি চাবলৈ সিহঁতৰ কি ভীষণ আগ্ৰহ। ডাষ্টবিনৰ পেলনীয়া জাবৰৰ দৰে যাক মই দলিয়াই পেলাই থৈ আহিছো তাক লৈ মানুহবোৰৰ আগ্ৰহ দেখি মই মনে মনে হাঁহো। সঁচাই মানুহৰ বিচিত্ৰ মন। বিচিত্ৰ মানুহৰ জীৱন।

অনিন্দ্য, মই কেতিয়াবা কি ভাবো জানা? তোমাৰ দৰে এজন মানুহৰ সান্নিধ্য যদি মই আৰু দহ বছৰমান আগতেই পালোহেঁতেন। অনিন্দ্য, তোমাৰ লিখনিৰ মাজতে মই যে কেনেকৈ একাত্ম হৈ যাবলৈ ধৰিছো– মই নিজেই আচৰিত হওঁ জানা? সকলো মানুহ যদি তোমাৰ দৰেই হ'লহেঁতেন।



অনিন্দ্য, কালি সন্ধিয়া তোমালৈ চিঠিখন লিখাৰ পিছত মোৰ ৰাতি টোপনি নাহিল। আহিবই কেনেকৈ? তিনিবছৰৰ আগৰ বিশেষ সংখ্যাৰ আলোচনী এখনত তোমাৰ এখন উপন্যাস পঢ়িলো। আচলতে সেইখন কেতিয়াবাই পঢ়িব লাগিছিল। কিন্তু পঢ়া নহ'ল। পূজা, বিহুত অসমীয়া ভাষাত যিমানবোৰ কাকত-আলোচনী প্ৰকাশ হয় সেইবোৰ সকলো লৈ আহোঁ। মোৰ সৰু কোঠাটো কিতাপৰ দোকান যেন হয়। অ' অসমীয়া আলোচনীৰ বাহিৰে বঙালী আলোচনীবোৰো বেছিভাগেই লৈ আহোঁ। ফলত কিছুমান নপঢ়াকৈয়ে থাকি যায় পাহৰণিত। এই আলোচনীখন তেনেকৈ থাকি যোৱা। দুবছৰৰ পুৰণি হ'লেও মোৰ কাৰণে সম্পূৰ্ণ নতুন আলোচনীখন মেলিয়েই তোমাৰ উপন্যাসখন চকুত পৰিল আৰু পঢ়ি পেলালো। কি বলিষ্ঠ ভাষা। বাস্তৱ আৰু কল্পনাৰ কি সুন্দৰ সংমিশ্ৰণ। মই অভিভূত হৈ পৰিলো অনিন্দ্য। তুমি সঁচাই এজন প্ৰকৃত সৃষ্টিশীল লেখক। তোমাৰ এই উপন্যাসখন নপঢ়া হ'লে মই গমেই নাপালোহেঁতেন তোমাৰ সৃষ্টিশীলতাৰ

অনুপম দক্ষতা। আৰু কি জানা? উপন্যাসৰ নায়িকাজনীৰ আঁৰত ময়ো যেন ক'ৰবাত লুকাই আছো এনে লাগিল।

মোৰ সেয়ে টোপনি নাহিল।

সমগ্ৰ উজাগৰী নিশা তোমাৰ সান্নিধ্যৰ কাৰণে মই ব্যাকুল হৈ থাকিলো। তোমাৰ সৃষ্টিৰ কি সম্মোহনী শক্তি।



আজি মোৰ বৰ আনন্দৰ দিন বুজিছা। প্ৰান্তিকত প্ৰকাশিত তোমাৰ প্ৰবন্ধটি পঢ়ি শেষ কৰিবলৈ লওঁতেই স্থানান্তৰত তোমাৰ ঠিকনাটো পালো। মোৰ বুকুখন ভৰি যোৱা যেন লাগিল। দুৰু দুৰুকৈ কঁপি উঠিল মনটো। তোমাৰ ওচৰলৈ উৰি যাওঁ যেন লাগিল। কিন্তু তুমি জানো মোৰ মনৰ কথাবোৰ পঢ়িব পাৰিবা? স্বামী পৰিত্যক্তা ত্ৰিশোৰ্দ্ধৰ এজনী গাভৰুৰ মনটো তুমি নিশ্চয় বুজিব পাৰিবা। এবছৰ নহয় দুবছৰ নহয় একেৰাহে পাঁচবছৰ এক মদগৰ্বী পুৰুষৰ নিৰ্মম অত্যাচাৰ শৰীৰত আৰু মনত লৈ মই সংসাৰ বন্ধনৰ পৰা মুক্ত হৈছো। পুৰুষতান্ত্ৰিকতাত অভ্যস্ত লোকচক্ষুত মইহে দোষী, মদপী, অহংকাৰী স্বামী নিৰ্দোষী। সংসাৰ বন্ধনৰ প্ৰতি মোৰ কোনো আকাংক্ষাই নাই আৰু এতিয়া। মই বিচাৰো এজন সাহিয়াল, সৎ মানুহৰ সাহচৰ্য আৰু ভালপোৱা। বচ্ ইমানেই। সেই পুৰুষজন যেন তুমিয়েই অনিন্দ্য।



অনিন্দ্যসুন্দৰ কাকতিয়ে উৰ্দ্ধশ্বাসে চিঠিখন পঢ়ি পেলালে। কঁপালৰ পৰা টপ টপকৈ ঘামৰ টোপালবোৰ চিঠিখনৰ শেষ পৃষ্ঠাৰ ওপৰতে পৰিল। ডিঙিটো শুকাই কাঠ যেন হ'ল। এগিলাচ পানীৰ অত্যন্ত প্ৰয়োজন অনুভৱ কৰিলে কাকতিয়ে।

কোন এই অপৰিচিতা?

কি নাম তেওঁৰ?

পত্নী, পুত্ৰ, কন্যা, নাতি-নাতিনীৰে ভৰা তেওঁৰ সংসাৰত এনেকৈ কোনে অনাধিকাৰ প্ৰৱেশ কৰাৰ ইচ্ছা কৰিছে? হয়, তেওঁ সংবেদনশীল লেখক, বিশেষকৈ নাৰীৰ প্ৰতি তেওঁ অত্যন্ত সহানুভূতিশীল। সেইকাৰণেই কি পত্নীৰ প্ৰতি একান্ত অনুৰক্ত তেওঁৰ দৰে হৃদয়বান মানুহ এজনৰ অকৃত্ৰিম ভালপোৱাখিনি তেওঁ কাঢ়ি নিবলৈ এৰি দিব কোনোবা এগৰাকী ত্ৰিশৰ উৰ্দ্ধৰ অপৰিচিতা গাভৰুক? ভাকো জীৱনৰ এই বিয়লি পৰত? নাই, নাই সেই অপৰিচিতাক জনাই দিব লাগিব সেই কথা। তেওঁ আজিয়েই চিঠিখন লিখি পঠাব। কিন্তু, কিন্তু কেনেকৈ পঠাব তেওঁ? অপৰিচিতাৰ ঠিকনা ক'ত?

উস ইমান পিয়াহ লাগিছে তেওঁৰ।

এগিলাচ পানী খাব লাগিব।

: পানী খাবা? খোৱা। — পয়ত্ৰিশ বছৰৰ সান্নিধ্যৰ ফলত তেওঁৰ প্ৰতিটো প্ৰয়োজনকে বুজি পোৱা পত্নী অনুৰাধাক পানীগিলাচৰ সৈতে সন্মুখত দেখি কাকতি স্তম্ভিত হ'ল।

: খোৱা। তুমি বহুদিন উপন্যাস লিখা নাই, বছৰ হিচাপত দুবছৰেই হ'ল। ভালেই হৈছে এটা কাহিনী পাইছা। আজিয়েই আৰম্ভ কৰিবা উপন্যাসখন। — হাঁহি থকা অনুৰাধাৰ মুখলৈ চাই কাকতিৰ আৰু বুজিবলৈ বাকী নাথাকিল, অনুৰাধাই তেওঁৰ পিচফালে থকা চিঠিখন হয়তো সম্পূৰ্ণ পঢ়ি পেলাইছে ইতিমধ্যে, অথবা প্ৰেৰণাময়ী অনুৰাধাই তেওঁৰ সৃষ্টিশীল মনটো ঘূৰাই অনাৰ উদ্দেশ্যে নিজেই এই চিঠিখন লিখিছে বা লিখাইছে। তেওঁ পানী গিলাচ খাই পুনৰ চিঠিখনৰ আখৰবোৰ চালে। যথেষ্ট কষ্ট কৰি লিখা অতি গোট গোট ছপাৰ আখৰবোৰ।

অলপ আগৰ বুকুৰ ধপধপনি ক্ৰমাৎ কমি অহা যেন লাগিল অনিন্দ্যসুন্দৰ কাকতিৰ। গভীৰ বিশ্বাস আৰু আন্তৰিকতাৰে তেওঁ পত্নীৰ মুখলৈ চাই ক'লেঃ তুমি ঠিকেই কৈছা, উপন্যাসখনৰ পাতনি আজিয়েই কৰিম।★★

# চিন্নমূল

## অৱনী কুমাৰ ভাগৱতী

ঃ বাথৰুমত কোনহে? এই মাজনিশা ছাৱাৰৰ পানীৰে বাথৰুমত কোনে গা ধুইছে? সাবিত্ৰী উঠাচোন, উঠা, অত পইচা ভাঙি প্ৰণৱৰ বাবে সাজি ৰখা বাথৰুমটোত কোনে গা ধোৱে। কাৰ ইমান সাহস? বৰুৱাৰ চিঞৰত কাষতে শুই থকা তেওঁৰ পৰিবাৰ সাবিত্ৰী সাৰ পাই উঠিল। বিছনাতে বহি চকুহাল মোহাৰি মোহাৰি সাবিত্ৰীয়ে কেউফালে কাণ দিলে। কাৰো মাত নাই। ক'তো একো শব্দ নাই। কেৱল নীৰৱতা। মাজনিশাৰ ভয়লগা নীৰৱতাই সমগ্ৰ ঘৰটোক হেঁচা মাৰি ধৰিছে। একো বুজিব নোৱাৰি সাবিত্ৰীয়ে বোবা মানুহৰ দৰে বিছনাত বহি থাকিল।

ঃ টৰ্চটো লোৱাচোন, বাথৰুমৰ ফালে গৈ চাই আহো কোনে কি কৰিছে। অনিচ্ছা সত্বেও হাতত টৰ্চটো লৈ সাবিত্ৰীয়ে বৰুৱাক বাথৰুমৰ ফালে আগুৱাই নিলে। বাহিৰৰ বেৰত থকা চুইচটো টিপি তেওঁ বাথৰুমৰ দৰ্জাখন খুলিলে। টিউব লাইটৰ পোহৰত বাথৰুমটো জিলিকি উঠিল। মসৃণ মজিয়াখন সম্পূৰ্ণ শুকান। ক'তো এটোপালো পানীৰ চিন নাই। বৰুৱাই তলে-ওপৰে ভালদৰে চালে। এটা কোণত মকৰাৰ জাল এখনহে তেওঁৰ চকুত পৰিল। মকৰাৰ জালৰ ফালে বাওঁহাতখন পোনাই বৰুৱাই ক'লে—

চোৱাচোন, সেয়া মকৰাই জাল তৰিছে। মকৰাৰ জালত সেইবোৰ বন্দী পোক। ধৰফৰাই আছে। সেয়া চোৱা, আমাক দেখি মকৰাটোৱে জালখনৰ এমূৰলৈ গৈ লুকাবলৈ চেষ্টা কৰিছে। গণেশে বাৰু কি কৰেহে, সি এইবোৰ নাচায় নেকি? প্ৰতিমাহে তাক ইমানবোৰ পইচা দি থাকি আমাৰনো কিতো লাভ হৈছে। মোৰ ভয় হৈছে। আমাৰ এই গোটেই ঘৰটো এদিন মকৰাৰে ভৰি পৰিব। মকৰাই জাল পাতি আমাক লৰচৰ কৰিব নোৱাৰা কৰিব। অৱশেষত আমি দুয়ো মকৰাৰ জালতে বন্দী হ'ব লাগিব। আমাক উদ্ধাৰ কৰিবলৈ ইয়াত কোনো নাথাকিব।

ঃ এই ৰাতিখন আপুনি এইবোৰ কি বলকিবলৈ আৰম্ভ কৰিলে। আমাৰ ঘৰৰ ভিতৰলৈ কোনো অহা নাই। কোনেও বাথৰুমত গা ধোৱা নাই। বলক শুই থাকোগৈ। ৰাতিপুৱাবলৈ আৰু বহু বাকী।

ঃ ইহঁত সকলো বেইমান। বিয়া-বাৰু কৰাই ইহঁত ডাঙৰ মানুহ হ'ল। আইনৰ ল'ৰাই বাহিৰত চাকৰি কৰা নাইনে? আমাৰ ল'ৰাইহে কৰিছে। বছৰেকত অন্ততঃ এবাৰতো ঘৰ বুলি আহিব পাৰে। বৰঠাকুৰৰ ল'ৰাই দেখোন তিনি-চাৰিমাহৰ মূৰে মূৰে সপৰিয়ালে ঘৰলৈ

আছে। শিক্ষকৰ ল'ৰাতো, আচাৰ-ব্যৱহাৰেই বেলেগ। জীৱন মানে কি তাক সৰুৰে পৰা শিকিছে। পৰিয়াল আৰু সমাজ মানে কি তাক ভালদৰে বুজিছে। .....বুজিছা সাবিত্ৰী, আমাৰ এই ফোনটোৱেই কাল হ'ল। মাহেকে-পষেকে ফোন এটা কৰি দিলেই হ'ল। দেউতা, আপুনি কেনে আছে? মা ভালে আছেনে? কুকুৰটোক ভালদৰে ৰাখিব পাৰিছেনে? এনেদৰে কেইআষাৰমান সুধি দিলেই সকলো দায়িত্ব শেষ। এনে যান্ত্ৰিক শব্দবোৰ শুনি শুনি মই ভাগৰি পৰিছো। এনে শব্দবোৰ শুনাৰ মোৰ আৰু অকণো ইচ্ছা নাই।

: বলক, বিছনালৈ বলক। ৰাতি পুৱাবলৈ এতিয়াও তিনি ঘণ্টামান বাকী আছে। এইবোৰ ভাবি ভাবি আপুনি মিছাতে অস্থিৰ নহ'ব। .....ল'ৰা-ছোৱালীৰ পৰা আজিকালি বেছি আশা কৰিব নোৱাৰি। পাখি গজিলেই সিহঁত উৰা মাৰে। ধৰি আনি ৰাহুত বন্দী কৰি ৰাখিব জানো পাৰি? আপুনি নিজেই বাৰু দেউতাৰ লগতনো কিমান দিন আছিল। মেট্ৰিক পাছ কৰাৰে পৰা গোটেই জীৱনটো দেখোন বাহিৰতে কটালে। দেউতাই মাতি মাতিহে আপোনাক ঘৰলৈ নিছিল। চাকৰিৰ ব্যস্ততাত ঘৰলৈ যোৱাৰ সময় পাইছিল জানো? সাবিত্ৰীৰ কথাত বৰুৱা লাহে লাহে সুস্থিৰ হ'ল। বিছনাতে বহি কঁপালৰ ঘামবোৰ মচি মচি তেওঁ অকণমান জিৰণি ল'বলৈ চেষ্টা কৰিলে। মুখমণ্ডলত তেওঁৰ স্পষ্টকৈ ফুটি উঠিছে অৱসাদ আৰু ক্লান্তিৰ ভাব।

: চাহ একাপ দিব পাৰিবানে? ডিঙিটো বৰকৈ শুকাইছে। অনুৰোধৰ সুৰত বৰুৱাই সাবিত্ৰীক ক'লে। সাবিত্ৰীয়ে খন্তেকতে চাহ বনাই আনি একাপ বৰুৱাৰ হাতত তুলি দিলে আৰু নিজেও একাপ ল'লে।

: সাবিত্ৰী, তুমিতো জানাই। মোৰ পিতা হিৰণ্য বৰুৱা এগৰাকী ভাল শিক্ষক আছিল। কুৰিৰ দশকতে কটন কলেজৰ পৰা বি.এ. পাছ কৰি আমাৰ গাঁৱৰে হাইস্কুলখনত তেওঁ শিক্ষক হিচাপে সোমাইছিল। অন্য কোনো চাকৰি-বাকৰিৰ কথা চিন্তা নকৰি শিক্ষকতাকে জীৱনৰ ব্ৰত হিচাপে লৈ গোটেই জীৱনটো গাঁৱতে কটালে। গাঁৱৰ সকলোৰে লগত তেওঁ মধুৰ সম্পৰ্ক ৰাখিছিল। এজন ভাল শিক্ষক আৰু সামাজিক লোক বুলি তেওঁ আছিল সকলোৰে আদৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ। তেওঁৰ সেই সুনাম আমাৰ অঞ্চলটোত আজিও অটুট আছে। পুত্ৰ হোৱাৰ উপৰি মই আছিলো তেওঁৰ ছাত্ৰ। ঘৰত মই তেওঁৰ মৰমৰ পুত্ৰ, স্কুলত একান্ত বাধ্য ছাত্ৰ। তেওঁৰ শ্ৰেণীত মোৰ পুত্ৰৰ পৰিচয় নাছিল। শ্ৰেণীত কিবা নোৱাৰিলে আইনৰ দৰে একেই শাস্তি। কিমান দিনযে বেঞ্চৰ ওপৰত উঠিবলগীয়া হৈছিল, এতিয়া ভাবিলে হাঁহি উঠে। এইদৰে এৰি অহা দিনবোৰৰ মধুৰ স্মৃতি ৰোমন্থন কৰাৰ মাজতে বৰুৱাই পৰিবাৰক চিগাৰেট এটাৰ সৈতে লাইটাৰটো আগবঢ়াই দিবলৈ নিৰ্দেশ দিলে।

: ডাক্তৰে কেতিয়াবাই দেখোন আপোনাক চিগাৰেট খাবলৈ মানা কৰিছে। সেইবোৰ হুপি হুপি কিয় আৰু বেমাৰ মাতে? নিজেতো বেমাৰী হৈছেই, মোকো এনেদৰে টোপনি খতি কৰাই বেমাৰী কৰিব। আপুনি চিগাৰেট খোৱাটো মই মুঠেও পছন্দ নকৰো।

: বৰ দেখি কৰিলা, এইবোৰ কথা বহু আগতেই ক'ব লাগিছিল। তুমিতো জানাই

আমাৰ পৰিয়ালৰ অন্য কোনেও চিগাৰেট নাখায়। মইও খোৱা নাছিলো। নবেন ঠিকাদাৰেহে মোক চিগাৰেট খাবলৈ শিকালে। দামী দামী চিগাৰেটৰ পেকেট আনি অফিচতো দিয়ে, ঘৰতো দিয়ে। তুমি দেখোন কৈছিলা চিগাৰেট খাই থকা অবস্থাতহে মোক বেছ পুৰুষ যেন লাগে। তোমাৰ কথাত উৎসাহিত হৈ চিগাৰেট খোৱাটো মই এটা ফেছনত পৰিণত কৰি লৈছিলো। সেই যে এবাৰ অভ্যাস হ'ল, এতিয়া এৰিবকে নোৱাৰা হ'লো। তোমাৰ ডাক্তৰ ককায়েৰাই জানো পাৰিছে? আমাৰ ঘৰলৈ আহিলে তুমিয়েই দেখোন দুই এপেকেট তেখেতলৈও আগবঢ়াইছিলা। যি হয় হ'ব, চিগাৰেট কিন্তু নেৰিম দেই।

কথাবোৰ কৈ থকাৰ মাজতে বৰুৱাই চিগাৰেট এটা জ্বলাবলৈ ল'লে। সাবিত্ৰীয়ে তেওঁৰ মুখলৈ লক্ষ্য কৰিলে। লাইটাৰৰ জুইৰ পোহৰত দীঘল চিগাৰেটটোৱে বৰুৱাৰ মুখখন উজলি উঠিছে। বয়সৰ ছাপ পৰিলেও মানুহজনৰ মুখখন এতিয়াও মোহলগা হৈয়েই আছে। সঁচাই মৰম লগা মুখ। পৰম্পৰা আৰু আধুনিকতাৰ সম্মিলনেৰে উদ্ভাসিত বৰুৱাৰ মুখমণ্ডলৰ এক বিশেষ আকৰ্ষণ আছে। প্ৰণৱ আৰু বিকাশো দেউতাকৰ দৰেই ধুনীয়া। একেদৰেই মৰমলগা। দুয়োজনী বোৱাৰী আৰু সিহঁতৰ ল'ৰা দুটা। সিহঁত আহি একেলগে ঘৰ সোমালেই ঘৰখন ভৰি উঠে। ঘৰটোৰ প্ৰতিটো কোঠাই প্ৰাণ পায়, আচবাবসমূহে পাই প্ৰাণৰ স্পন্দন। আটাইৰে উপস্থিতিত বংশৰ অনুক্ৰমে সকলোৰে মনত কিবা এক সংজ্ঞাহীন আনন্দৰ সোঁত বোৱাই দিয়ে। সেই সোঁতত নিজকে উটুৱাই দি বৰুৱাই লাভ কৰে গভীৰ প্ৰশান্তি।

মুখেৰে অতি লাহে লাহে চিগাৰেটৰ ধোঁৱাবোৰ উলিয়াই দি বৰুৱাই পুনৰ আৰম্ভ কৰিলে— সাবিত্ৰী. এই বৃহৎ ঘৰটোনো বাৰু মই কিয় সাজিলো। কেৱল তুমি আৰু মইয়েই যদি থাকিব লাগে, তেনেহ'লে আমি অলপ নিৰ্জন ঠাইত সৰু ঘৰ এটা সাজিয়েই থাকিব পাৰিলোহেঁতেন। ইমান টকা-পইচা খৰচ কৰি মই ঘৰ সাজিলো নে বদনাম কিনিলো। ওচৰৰ মানুহবোৰে ভদ্ৰতাৰ খাতিৰত মাত-বোল কৰে যদিও আমাকটো আচলতে কোনেও ভাল নাপায়। ওচৰে-পাজৰে যে সভা-সমিতিবোৰ হয়, ক'লৈকো দেখোন আমাক আদৰেৰে নিমন্ত্ৰণ নকৰে। ডেকা ল'ৰাবোৰে দল বান্ধি চান্দা নিবলৈহে আহে। কাকনো দোষ দিম। নিজেনো জীৱনত কি ভাল কাম কৰিলো, যাৰ বাবে ৰাইজে মোক আদৰ কৰিব, শ্ৰদ্ধা কৰিব। ইঞ্জিনিয়াৰিং পাছ কৰি চাকৰিত সোমাই এবাৰ যে ঠিকাদাৰৰ নীতিহীন আৱৰ্তত প্ৰবেশ কৰিলো, তাৰ পৰা ওলোৱাৰ বাট বিচাৰি নাপালো। ৰাইজৰ ফালে সামাজিক চকুৰে চাবলৈ সময় উলিয়াব নোৱাৰিলো। ঠিকাদাৰৰ প্ৰেম-সৰোবৰত আকণ্ঠ বুৰ গৈ ৰাইজৰ মৰমৰ মৰ্ম বুজাৰ চেষ্টা নকৰিলো। তাৰেই পৰিণতিত মহানগৰীৰ এই জনসমুদ্ৰৰ মাজতো মই আজি নিসংগ, নিৰ্জন মোৰ এই বৃহৎ অট্টালিকা।

: সাবিত্ৰী, মোৰ আৰু অকণো এই ঘৰটোত থকাৰ ইচ্ছা নাই। যিটো ঘৰ মই ইমান উৎসাহ আৰু মনোযোগেৰে সাজিছিলো, তাৰ প্ৰতি কিয় এনে অনীহা উপজিল ভাবি নাপাওঁ। তুমিও দেখোন ভাগৰি পৰিলা। মোৰ লগত গৈ বজিয়াৰ এই মাৰ্বলবোৰ তুমিয়েই পছন্দ কৰিছিলা। তেতিয়া তোমাক সন্তুষ্ট কৰি তোমালোকৰ মাৰ ঘৰৰ সকলোৰে

সমুখত গৌৰৱ অনুভৱ কৰিছিলো। ....... আমাৰ পিতাই কিন্তু এইবোৰ সমূলি ভাল পোৱা নাছিল। ঘৰলৈ গ'লেই মোক সৰল জীৱন-যাপন কৰিবলৈ পৰামৰ্শ দিছিল। তেওঁতো এবাৰো এই ঘৰ চাবলৈ নাহিল।

বৰুৱাৰ কথা শুনি থাকোতে কেতিয়া টোপনি আহিল সাবিত্ৰীয়ে ক'বই নোৱাৰিলে। তেওঁ কোনো কথাকে বেছি দকৈ ভবা বিধৰ মহিলা নহয়। মাটিৰ হাকিমৰ একমাত্ৰ ছোৱালী সাবিত্ৰীয়ে দুখ-কষ্ট, অভাৱ-অনাটন কি তাক বুজাৰ কোনো সুবিধাকে নাপালে। পঢ়া-শুনাত ভাল আছিল যদিও কম বয়সতে বিয়া হোৱাত উচ্চ শিক্ষা লাভ কৰাৰ বিশেষ সুযোগ নাপালে। সকলো কথাকে উপৰোৱা দৃষ্টিৰে ল'ব পৰা সাবিত্ৰীয়ে সেয়ে এই বয়সতো নিজৰ সুশ্ৰী চেহেৰাটো অটুট ৰাখিবলৈ সক্ষম হৈছে। বৰুৱাক ঘৰটোৰ ৰখীয়া পাতি তেওঁ মাজে মাজে মাকৰ ঘৰতো দিনচেৰেক থাকি আহেগৈ।

সাবিত্ৰীৰ পৰা কোনো সঁহাৰি নাপাই বৰুৱাই এবাৰ তেওঁৰ ফালে চালে। টোপনিত লাল-কাল সাবিত্ৰী। নিদ্ৰামগ্ন তেওঁৰ মুখমণ্ডলত বৰুৱাই লক্ষ্য কৰিলে এক দুষ্প্ৰাপ্য সৰলতা। বিচিত্ৰ এই মানুহগৰাকী। কোনো কথাই বিচলিত কৰিব নোৱাৰে। মৰম-চেনেহৰ অতি মানৱীয় প্ৰমূল্যৰ কোনো উপাদানে তেওঁক সহজে উটাই নিব নোৱাৰে। সকলো পৰিস্থিতিতে তেওঁ সুখে-সন্তোষে থকাৰ নূন্যতম ব্যৱস্থাকণ কৰি ল'ব পাৰে। দুখৰ সমুদ্ৰৰ মাজতো সুখৰ দ্বীপ এই সাবিত্ৰী। তেওঁৰ মুখত সদায় ভাহি থাকে সুখৰ এখন অস্বাভাবিক ছবি। সেই ছবিয়ে বৰুৱাক সদায় আকৰ্ষণ কৰি আহিছে। নিঃসঙ্গতাৰ মাজতো সাবিত্ৰী তেওঁৰ একমাত্ৰ সঙ্গী।

সাবিত্ৰীক জগাবলৈ বৰুৱাৰ সাহস নহ'ল। তেওঁৰ কাষতে বৰুৱাই দীঘল দিলে। প্ৰয়োজন থকা সত্বেও তেওঁ কম্বলখন টানি আনি গাত ল'ব নোৱাৰিলে। গোটেই শৰীৰটো তেওঁৰ অৱশ হৈ পৰিছে। হাতৰ আঙুলিবোৰ চেঁচা। জিভাখন শুকাই যেন কোঁচ খাইছে। মাতিব খুজিও তেওঁ সাবিত্ৰীক মাতিব পৰা নাই। ওচৰৰ টেবুলতে থকা গিলাচটো কোনোবাই আগবাই দিয়া হ'লে তেওঁ পানী এটুপি খাই উঠি বহিলহেঁতেন। বিছনাৰ কাষৰ বেৰখনত ওলমাই থোৱা পৰিয়ালৰ আটাইকেইজন উপস্থিত থকা ৰঙীন ফটোখনলৈ তেওঁৰ মনত পৰিল। ফটোখনলৈ এবাৰ চোৱাৰ তেওঁৰ তীব্ৰ হেঁপাহ উপজিল। গাটো লৰাবলৈ চেষ্টা কৰি তেওঁ ব্যৰ্থ হ'ল। তেওঁৰ মনৰ পৰ্দাত ফটোখন স্পষ্ট হৈ উঠিল। সেয়া তেওঁৰ পিছফালে থিয় হৈ আছে প্ৰণৱ, কাষতে বিকাশ। দুয়োৰে কাষত দুই বোৱাৰী। বৰুৱাৰ কোলাত প্ৰণৱৰ ল'ৰাটো। সাবিত্ৰীয়ে সাৱটি ধৰি আছে বিকাশৰ ল'ৰাটোক। বৰুৱাৰ মনটো আনন্দত নাচি উঠিল। তেওঁ চকুহাল পাৰ্যমানে মেলি দিলে। ছিলিঙৰ পৰা ওলমি থকা ফেনখনৰ বাহিৰে তেওঁ এতিয়া একোকে দেখা নাই তেওঁ দেখিছে নকৈ ঠিকাদাৰে দিয়া ফেনখনে নিজে নিজে ঘূৰিবলৈ আৰম্ভ কৰিছে। ফেনৰ সুশীতল বতাহে তেওঁৰ ভিতৰি ভিতৰি উত্তপ্ত শৰীৰটো শীতলাই তুলিছে। দুৱাৰত কোনোবাই নক কৰা তেওঁ শুনিবলৈ পাইছে তেওঁক জগাবলৈ গণেশ বোধহয় বাহিৰত বৈ আছে।★★

# ৰম্ভা

## ফুল বৰা

দুপৰীয়া ভাত খাই এইকণ সময় আইকণে একান্ত নিজাকৈ পায়। চুলিকোছা মেলি দি আইকণ পুৰণি বেতৰ চকীখনত বহি ৰ'ল। তিতা চুলি কোছা ভালদৰে নুশুকালে কোচেমা-কেচেম্ গোন্ধায়। পুৱাৰ ভাগত সময়েই নাথাকে এইদৰে এখন্তেক বহিবলৈ। এইদৰে ভাতৰ ভাগৰ মাৰিবলৈ সিদিনালৈকে শাহু আই এইখিনি ঠাইত এইখন চকীত বহিছিলহি। নিজে কৰি মেলি খাইছিল মৰাৰ আগলৈকে। ঘাই চৰুটো কাৰো হাতত এৰি দিয়া নাছিল বুঢ়ীয়ে মাহেকে পষেকে তিতা, খাৰ খুৱাইছিল। পেটবোৰো ভালে আছিল। তিথি চাই কেতিয়া কোনবিধ পাচলি খাবলৈ নেপায় সেইমতে ৰান্ধিছিল। বুঢ়ী অবিহনে ভাতৰ চৰুটো আইকণেই ধৰিছে। যিহকে নেৰান্ধক শাহু আইৰ পাগটো আইকণে উঠাব পৰা নাই। ৰবৰোৱাৰী হৈ আহি আইকণেই বুঢ়ীৰ ছাঁ হৈ আছিল। বাকী দুজনী তেওঁ আনিবলৈ নেপালে। টেকেলি ধৰি দুইজনীকে আইকণেহে ঘৰলৈ চপাই আনিলে। দুইজনীয়ে পঢ়া-শুনা জনা। চাকৰি একোটা কৰে। গতিকে ঘৰুৱা কাম-কাজবোৰত বৰকৈ লাগিব নোৱাৰে। ৰন্তাক হাতত লৈ আইকণে কামবোৰ চলাই দিয়ে। এইদৰেই একো অশান্তি নোহোৱাকৈ ঘৰখন চলি আছে।

শাহুআই থাকোঁতে দুপৰীয়া ভাত মুঠি খাই এইখন বাৰাণ্ডাতে ৰ'দ লৈ কিছুপৰ বহি ৰয়। আইকণকো কাষতে বহুৱাই লৈ মূৰটো চাবলৈ দিয়ে। দুভালমান চুলি কঢ়াৰ পিচতে বুঢ়ীক টোপনিয়ে জোকায়।

: আই, আপুনি বিচনাতে পৰকগৈ যাওক। আইকণৰ কথামতে বুঢ়ীয়ে শোৱা বিচনাখনতে কিছুপৰ জিৰায়গৈ। সেইকণ সময়তে আইকণে ক্ষন্তেক টোপনি গৈ আকৌ চাহৰ চৰুত লাগে।

বুঢ়ীয়ে বিচনাত পৰে যদিও তেওঁ সদা সতৰ্ক। ক'ৰবাৰ কোনোবা আহিছে নেকি, বোৱাৰীয়েকে চাহ-জলপানৰ যোগাৰটো কৰিছেনে নাই— এইবোৰ সকলো কথা পাটীত পৰিয়ে বুঢ়ীয়ে গম লৈ থাকে। গাঁৱৰ ঘাই ঘৰখনলৈ এবেলাৰ বাট, আগবেলা কোনোবা আহি ওলালে, পিচবেলা উভতি যায়। কেতিয়াবা কোনোবা পিছবেলাও আহি ওলায়। পৰিয়ালটো ডাঙৰ। ভাই-ভতিজা সৰহ। আহিয়ে থাকে। খেতিৰ সময়তহে মানুহৰ আহ-যাহ পাতল হয়। সকামে-নিকামে পৰিয়ালৰ মানুহবোৰ লগ হয়। সেই কেইদিন বান্ধনী শালত গাঁৱত থকা জা-জোৱালী কেইজনীও সোমায়। পৰিয়ালটোৰ ভিতৰত ওপৰৰ দুজনী বোৱাৰীক হে বান্ধনী দিছে। দুইজনী সিখন ঘৰতে। আইকণক সিবাৰ শাহুয়েকৰ

সকামৰ পিচতে ৰান্ধনী দিয়াৰ কথা আছিল। এজনীয়ে কেঁচুৱা পালে। অশৌচ নোযোৱাকৈ এইবোৰ কাম কৰে কেনেকৈ? সেই থকাতে থাকিয়ে গ'ল। এইখন ঘৰত ভাতৰ চৰুটো বুঢ়ী মৰাৰ পিচত আইকণে ল'লে যদিও গাঁৱৰ ঘাই ঘৰখনৰ পৰা বুঢ়াভগীয়া কোনোবা আহিলে গোসাঁই ঘৰৰ ফালে টৌ-খুটি মাৰে। যা-যোগাৰখিনি আইকণেই কৰি দিয়ে যেনিবা।

আইকণৰ এইবোৰ কথাকে মনত পৰি থাকে আজিকালি। আগৰ ঘৰটো ইফালে-সিফালে বঢ়াই দিয়াত ৰাজহাউলি যেন হ'ল। মানুহটো স্কুলৰ কামৰ পৰা অৱসৰ লোৱাও হ'ল দিনচেৰেক। এতিয়া মেলেমিটিঙে ফুৰে। গাঁৱৰ খেতি-খোলা চায়। সময়মতে দাৱৰ পৰত নিজেও লাগি ভাগি দিয়েগৈ, ল'ৰা-ছোৱালীবোৰ ডাঙৰ হ'ল। ল'ৰা দুটা কলেজত পঢ়ে। ছোৱালী দুজনীও পঢ়ি শুনি ওলাইছে। আইকণে সিহঁতৰ বিয়াৰ কথা ভাবিয়ে থাকে। দুইজনী স্কুলতে সোমাই আছে। সিহঁতক দিব পাৰিলেহে যদি আইকণহঁত মুকলি হ'ব পাৰে। দেউতাকৰ কাণসাৰেই নাই। ক'লেও "যাৰ যেতিয়া হ'ব লাগে হ'ব। তুমি মই কৰা বুলি কৰিব নোৱাৰো" বুলি কথাষাৰ তলপেলাই থয়। খুড়াকহঁতে লাগি আছে। কি হয় এথোন।

দুপৰীয়া ভাতগাল খাই এইকণ জিৰাবলৈ লওঁতে আইকণৰ এইবোৰ চিন্তা আহে। ৰান্ধনী কোঠাটো লগ লগাই শোৱাঘৰলৈকে এইখন দীঘল বাৰাণ্ডা ঘৰখনত। ত'ত ত'ত পুৰণা বেতৰ চকী কেইখন মান। কোনোবাই কেতিয়াবা বহি চাহকাপ খাবলৈকে এখন সৰু মেজ এচুকত থাকে। পুবাৰ ৰ'দ চেৰেঙা লওঁ বুলি চকী এখন টান মাৰি উলিয়াই নিয়ে। সেইখন সন্ধিয়ালৈ কেতিয়াবা সেইফালেই থাকে। মনেশ্বৰী বায়ে আগতে সামৰি থৈছিল। আজিকালি এইবোৰ কাম বন্তাৰ। মানে মনেশ্বৰীৰ জীয়েকৰ। মনেশ্বৰী বাইৰ জীৱনৰ সৰহকাল এইখন ঘৰতে। জীয়াৰীবী হৈ ইঘৰ-সিঘৰত ফুৰিছিল। এখন কৰিছিল, ভাত মুঠি উলিয়াইছিল। এমাডিমা ল'ৰা-ছোৱালী হালক কোলাই-বোকোচাই লৈ ফুৰিছিল। গিৰিয়েকটোৰ মূৰ খালে বুলি শহুৰেকৰ ঘৰখনে তাইক বাটৰ কুকুৰতকৈও অধমী জ্ঞান কৰা হ'ল। কাণসমনীয়া দেওৰেক এটা আছিল তাইৰ। সিয়ে ককায়েকটো অবিহনে অলপ খা-খবৰ কৰি থকা দেখি চকু চৰহাজাকে 'চোৰা' দেখিলে। ঘৰৰ কথা পাকঘূৰণি খাই খাই পৰল ঘৰত সোমাল। বু-বু বা-বা কিমান শুনিব আৰু? মনেশ্বৰীয়ে চিৰতি কালৰ বাবে সেইখন ঘৰ এৰি থৈ আহিল। আই-বোপাইৰ ঘৰলৈকো নগ'ল। এইখন ঘৰে তাইক আশ্ৰয় দিলে। পামৰ ফালে মাটি কেইলেচামান দি ঘৰ এটাও সাজি দিলে। ল'ৰাটো খুটি খান প[illegible] হৈছেগৈ। সি এতিয়া ঠিকাৰ কামত সোমাইছে। মনেশ্বৰীৰো আগৰ দেহা নাই আৰু। তাই কৰি মেলি ইমান দিনে এইখন ঘৰতে খাই শুই আছিল। এতিয়ালৈ ঘৰতে থাকে। পুতেকৰ ভাত মুঠিকে সিজাই দিছে। বন্তাকহে আইকণহঁতৰ ঘৰত থৈছে। এতিয়া তাই এইখন ঘৰত কাম বনবোৰ বুজি-বাজি গৈছে। মাকক কামটো পাচিলে দুনাই ক'ব নেলাগিছিল। জীয়েকক পিছে খুটি থাকিব লাগে। এটা কাম কেবাবাৰো পাচি থাকিব লাগে। এইবো[illegible] এশ এটা দোষ থাকিলেও মানুহ এজনী নহ'লে এইখন ঘৰত কোনো কামেই নহ[illegible]। সময়ত আইকণৰ মূৰটোহে ঘোলা হয়।

আইকণে বহাৰ পৰাই বন্তাক মাতিলেঃ

ঃ কাঁহী-বাতিবোৰ ধুই চাংখনতে উবুৰিয়াই থৈ আহিবি শুনিছ? চামোচ, হেতা সেইবোৰ বাহিৰত এৰিব নালাগে। কাউৰীয়ে কোনোবাখিনি পোৰাবগৈ।

ভাতৰ চৰুটো, কেৰাহীখন আইকণে ভিতৰতে ধুই থৈ আহে। বাহিৰলৈ উলিয়াই নিদিয়ে। নেপায় হেনো-- শাহুৱেকে কৈছিল। আইকণে আকৌ এবাৰ ৰত্নাক মাতি ক'লে-

ঃ ৰত্না।

ঃ গৈছো।

ঃ তই ৰান্ধনী কোঠাটো মচি কাচি দুৱাৰখন জপাই আহিবি। আহোঁতে কাপোৰ কেইটা লুটিয়াই দিবি নহ'লে নুশুকাব। সৰু মামীয়েৰে এসোপা কাপোৰ ধুই গৈছে। নুশুকালে আহুকাল হ'ব। আৰু শুন একেবাৰে আজৰি হৈ তই ইয়ালৈকে আহিবি। মূৰটো কিট্ কিট্ কৰি কামুৰি আছে। ওকণিয়ে উঠিল নেকি। পকা চুলিয়েও খজুৱাব পায়। কাঢ়ি দিবিহিচোন।

শেষৰ কথাখিনি ৰত্নাই নুশুনিলেও নাই। তাই আহিবই। এইটো কাম তাই সদায় কৰা কাম। ভাত ৰন্ধা, পানী অনাৰ লগৰে যেন। লগে-ভাগে থকা ঘৰখনত ৰত্নাই আটাইবোৰৰ মন যোগাই চলিব জনা হৈছে। সৰু বোৱাৰী দুজনীয়ে লৰালৰিতে এৰি থৈ যোৱা কাম কেইটা আইকণে ৰত্নাৰ হতুৱাই চম্ভালে। বাহিৰত ৰ'দাবলৈ দিয়া কাপোৰকেইটা আবতৰীয়া বৰষুণ জাকে তিয়াব খুজিলে নিয়াই থয়। দুইজনীৰে কেঁচুৱাকেইটা আইকণেই চাই-চিতি থাকে। সময় মতে ৰত্নাই গাখীৰ খুৱাই দি সিহঁতক ওলমাই ৰাখে। কিবা এটা বান্ধোনে পৰিয়ালটোক যেন আদিৰে পৰা বান্ধি থৈছে। মৰিবৰ পৰত বুঢ়ীয়ে কৈ গৈছে-

ঃ বোপাইহঁত ঐ, মিলেৰে থাকিবি। বিপদে-আপদে গাৰ মঙহেহে ৰাখিব। চৰু নেভাঙিবি। মৰম চেনেহে ঘৰখন ৰাখিব। পো-পোৱালীয়ে আই-ভাই চিনিব। নহ'লে পৰিয়ালৰ মানুহ এইখন ঘৰত বাটৰ কচু হোৱাদি হ'ব। তেজ ধুলে-উটে বোপাইহঁত, মঙহ ধুলে নুটে।

আইকণৰ মানুহটোৱে, দেওৰেক কেইটাই মাকজনীৰ কথাকে শিলৰ ৰেখাৰ দৰে ভাবি আহিছে ইমান দিনে। বৰ ককায়েকটোক ঘৰখনে সমীহ কৰি চলে। বাপেকৰ অবিহনে তেৱেঁই সকলো। তিনিওজনী জা-জোৱালী মিলা-মিছাকৈ আছে আৰু। ঘৰখনত কাঁহী-বাতিবোৰৰো খুন্দা-খুটলি খাই মাত উঠে। একেলগে থাকিলে মানুহৰো কথাৰ অমিল, মতৰ অমিল হয়েই। তিনিওজনীৰে কেতিয়াবা মাতে কথাই লাগে। কোনোবাজনীয়ে মুখ ওফোন্দাই থাকে। ভাতৰ পাতত নবহা হয়। আইকণে বোহঘৰত পৰাজনীৰ কাষত থিয় হৈ কয়---

ঃ শাহু আই নথকা ঘৰখনত ময়েই ডাঙৰ। এবাৰ ক'লোৱেই বেনিবা। তাতেই ঠেহ-পেঁচ লাগিব লাগেনে? এইখন ঘৰত লাগি-ভাগি কোনেও পাতৰ ভাত পাততে নেৰে। যোৱা ভাতৰ পাতত বহাগৈ।

সেইজনীয়ে বোহঘৰৰ পৰা ওলাই সুৰ-সুৰকৈ ভাতৰ পাতত বহেগৈ। ঘৰখনত

ঠেহ-পেঁচবোৰ এইদৰেই ভাঙে। আইকণে ৰন্তাক আকৌ এবাৰ মাতিলে।

ঃ তই আজৰি হ'লিনে?

ঃ গৈছো।

অলপ বাদী-বুদাও কৰিবলৈ লৈছে ছোৱালীজনীয়ে। ৰান্ধনী কোঠাৰ পিছফালে সৌটো মহৰীৰ ঘৰ। গোনা ম'হটো যেন পুতেক এটা আছে। কাম-বন নাই। বাপেকৰ লগত জুই পানী সম্বন্ধ। দুদিন আই-ভাইৰ তাত। বৰ ভিনিহীয়েকটোৱে পি-ডব্লিউ-ডিৰ ড্ৰাইভাৰ কামত সুমুৱাই দিছিল। সেইকণ বিদ্যা শিকি থৈছিল বুলিহে। একে ঠাইতে থাকিব নোৱাৰে ল'ৰাটোৱে। সেইটোৱেই দোষ। বায়েকৰ লগৰ পৰা আহি ঘৰতে আছেহি কেইদিনমান, সি ঘৰত থাকিলে ৰন্তাই ৰান্ধনীশালৰ পৰা ওলাবই নোৱাৰা হয়। কাঁহী-বাটিবোৰ ধোৱাকে ধুই থাকে পিছফালে থকা দমকলটোৰ পাৰত। সিফালে সিডোখৰো পিছফালেই যত কাম, লাগন অমিতা জোপাৰ গোটবোৰ আনকালতকৈ কম হৈ আহিছে দেখোন। লাউৰ হেদালিখনৰ খুঁটা এটা পচিছে। মানুহ এটা মতাই কাম কেইটা কৰাব লাগে ইত্যাদি কত লেকচাৰ তাৰ। আইকণে ৰন্তাক এদিন সাৱধান কৰি দিছে, হওঁতে--

ঃ ছোৱালী মানুহ, চাইচিতি খোজ পেলাব লাগে। নহ'লে ঢেৰ বিপদ। সেইটোক তই নেমাতিবি শুনিছ?

ঃ মইনো ক'ত মাতো? সিহে......

ঃ সি তোক মাতিবলৈ সুধিবাকে নিদিবি।

বাঁৰী দুখুনী মানুহজনীয়ে ছোৱালীজনী নিজৰ বুলি থৈছে। কিবা অঘটন ঘটে বুলিয়ে আইকণৰ চিন্তা। ৰন্তাই ফ্ৰকৰ তলছোৱাত হাত দুটা মোহাৰি আইকণৰ কাষতে ৰ'লহি। মুখত তামোলখন। মহ মহকৈ গোন্ধাই আহিছে। তাইক দেখি আইকণেও তামোল এখন মুখত ভৰাই ল'লে। বেহীটোৰ পৰা ধপাত অকণো মুখত ভৰাই ল'লে। ৰন্তাই আইকণৰ চুলিকোছা মেলি দিলে, ৰন্তাৰ হাতৰ আঙুলিকিটা আইকণৰ চুলি কোছাৰ ফাঁকে ফাঁকে সোমাই গ'ল।

ঃ এইখিনিতে চা-চোন। কিটকিটকৈ কামুৰি আছে। দুডাল মান কাঢ়ি দে।

ঃ হেৰি নহয়, ৰন্তা, কালি মোমায়েৰ আহিছিল, কি ক'লেনো?

ঃ সিহঁতৰ ঘৰলৈ যাব লাগে হেনো। মামীয়ে কেঁচুৱা পাবৰ হৈছে হেনো। ভাত পানী ৰন্ধা মানুহ নাই বুলিছে।

ঃ এতিয়া বিচাৰি আহিছে। ইমানদিনে মাৰে যে তহঁতক লৈ দুৱাৰে-দুৱাৰে ঘূৰিছিল তেতিয়া মোমায়েৰ ক'ত আছিল? মোক নক'লি কেলেই? দিলোহেঁতেন এপালি।

ঃ তই কিবা আমনি পাইছ নেকি ইয়াত?

ঃ নাই, নাই পোৱা।

আইকণৰ মহৰীৰ পুতেকৰ কথা মনত পৰিল। মাজে মাজে আইকণে ৰন্তাক পঠিয়াই দিয়াৰ কথা ভাবিছিল যদিও ঘৰখনৰ কামবোৰ চন্তালা দেখিয়ে সেইকথা দুনাই

নভবা হ'ল। এতিয়া যদি মাকজনীয়ে আহি তাইক লৈয়ে যায়। হেজাৰ হ'লেও মাকজনী। ক'ত এৰে?

আইকণৰ চকুদুটা জাপ খাই আছিল। ৰত্নায়ো কাষতে পকী বাৰাণ্ডাখনতে দীঘল দি পৰি থাকিল।

এশ বছৰ আয়ুস লৈ ৰত্নাৰ মাক মনেশ্বৰী আহি ওলাল।

ঃ বৌ শুইছা হ'বলা? বিচনাত নেবাগৰা কেলৈ? এই হ'বলা ইয়াতে? আইকণে খকমককৈ সাৰ পাই মুঢ়াটো আগবঢ়াই দিলে।

ঃ বহ, তোৰ কথাকে ভাবি আছিলো।

ঃ হেৰ ৰত্না, মাৰ আহিছে। যা তামোল এখন খুন্দি আনগৈ। নহ'লে খুন্দনাটো ইয়ালৈকে আন যা।

ৰত্না ঢেৰাই মেৰাই মুখখন ধুই তামোল আনিবলৈ ভিতৰ সোমাল। মনেশ্বৰী অলপ ওচৰ চাপি আহি আইকণক ক'লে—

ঃ হেৰি নহয় বৌ, তাইক মামীয়েকৰ ভায়েক এটাই পচন্দ কৰিছে। মোমায়েকে তাইক নি দুদিনমান ৰাখিব হেনো। বিয়া বাৰুও দিব। মামীয়েকৰ কেঁচুৱা হ'বৰ হৈছে। তাই গৈ থাকিলে মামীয়েকেও ভাল পাব। সিহঁতে তাইৰ দায়িত্ব ল'ব খুজিছে লওঁক। নেকি কোৱা বৌ?

ঃ হয় নেকি? চা ভাবিচিন্তি। এইবোৰত হাক দিওঁ কেনেকৈ? তাইৰ কিবা এটা ভাল হওঁক, আমিও তাকেই বিচাৰো। পিচে হেৰি নহয়, তই মোক ছোৱালী এজনী দিবিহি।

তামোল পকটিয়াই পকটিয়াই ৰত্নাৰ মাকে ক'লে—

ঃ বৌ মোৰ দ্বিতীয় এজনী ছোৱালী নাই নহয়— মই আছিলো। মোৰ সলনি তাইক দিছিলো। এতিয়া একেটা থালতে ক'ত পাবা?

ঃ মোমায়েক আজি গধূলি যাব। তাইক লগতে নিওঁ বুলিছে। মই লৈ গ'লেহে হ'ব। কি কৰা এতিয়া?

আইকণে একো নক'লে। মনৰ মাজতে আইকণে ভাবিলে কিবা অজুহাত দেখুৱাই ৰত্নাই নিজে যদি নোযোৱা হয়। মনেশ্বৰীৰ ঠাইত ৰত্না আছিল। ৰত্নাৰ ঠাইত কোন থাকিবনো?★★

# স্বীকাৰোক্তি

**বন্দিতা ফুকন**

অচিনাকি মানুহজনে গেট খুলি সোমাই অহাৰ দৃশ্যটো বিমানে ঘৰৰ ভিতৰৰ পৰাই দেখিছিল, দেখাত মানুহজনৰ বয়স চল্লিছৰ ওচৰা-ওচৰি, বিমানৰ সমবয়সী যেন লাগে, বিমানে বাহিৰৰ বাৰাণ্ডাখনত ভৰি দিয়াৰ লগে লগে, তেওঁ সুধিলে– "এইটো হৰিহৰ শৰ্মা ছাৰৰ ঘৰ হয়নে?

যোৱা পোন্ধৰটা দিনত বিমানে এই একেটা প্ৰশ্নৰে বহুবাৰ সন্মুখীন হৈছে। গতিকে বিমানৰ মুখৰ পৰা একেটা উত্তৰেই বাহিৰ হ'ল।

"হয়, মই তেখেতৰ ডাঙৰ ল'ৰা বিমান", "মোৰ নাম ৰবীন বৰা, মই শৰ্মা ছাৰৰ স্কুলখনতে প্ৰথম চাকৰিত সোমাইছিলো, এম. এ. পাছ কৰাৰ পিছতহে স্কুলৰ চাকৰি এৰি কলেজৰ প্ৰবক্তাৰ চাকৰিত যোগ দিওঁ।"

কথাখিনি কৈ কৈ ৰবীন বৰাই বিমানৰ পিছে পিছে ড্ৰয়িং ৰুমটোলৈ সোমাই আহিল, কোঠাটোৰ একোণত সৰু টিপয় এখনত পোন্ধৰ দিনৰ আগতে স্বৰ্গগামী হোৱা বিমানৰ দেউতাক অৰ্থাৎ হৰিহৰ শৰ্মাৰ নতুন ডাঙৰ ফটো এখন ফুলৰ মালা এডালেৰে সজাই থোৱা আছিল, ৰবীন বৰাই পোনে পোনে গৈ সেই ফটোখনৰ ওচৰত থিয় হ'লগৈ আৰু সোঁহাতেৰে টিপয়খন স্পৰ্শ কৰি হাতখন শ্ৰদ্ধাৰে নিজৰ মূৰত লগালে, এনে ধৰণৰ পৰিস্থিতিবোৰত বিমানে বৰ বিব্ৰত অনুভৱ কৰে, তাৰ নিজকে বৰ অপৰাধী যেন লাগি যায়।

.....এৰা, বিমানে দেউতাকক বেচ জোৰ কৰিয়েই গাঁৱৰ ঘৰখনৰ পৰা নিজৰ কৰ্মস্থান চহৰখনলৈ লৈ আনিছিল। অৱশ্যে তাৰ বাহিৰে বিমানৰ কোনো বিকল্প উপায়ো নাছিল। দুজনী বিবাহিতা ভনীয়েক আৰু বিদেশত চাকৰি কৰা এটা ভায়েকৰ একমাত্ৰ ককায়েক হোৱা বাবে মাক-দেউতাকৰ চোৱাচিতাৰ ভাৰ বিমানে লৈছিল। মাক জীয়াই থকালৈকে বিমানে মাক-দেউতাকৰ বাবে বেছি চিন্তা কৰা নাছিল। কিন্তু মাক ঢুকোৱাৰ পিছত অকলশৰীয়া হৈ পৰা দেউতাকৰ প্ৰতি বিমানৰ দায়িত্ব বাঢ়িল। উচ্চ ৰক্তচাপত ভোগা দেউতাকৰ খবৰ ল'বলৈ বিমানে মাহটোত দুবাৰ গাঁৱৰ ঘৰলৈ যায়েই। ঘৰত গৈ গম পাই যে উচ্চ-ৰক্তচাপ থকা ৰোগী হৈও দেউতাকে খোৱা-বোৱাত বিশেষ বাচ-বিচাৰ নকৰে। মাক জীয়াই থাকোতে কিন্তু এনেবোৰ ব্যতিক্ৰম হ'বলৈ নেপাইছিল। বিমানৰ আটাইতকৈ ডাঙৰ অসুবিধাটো হৈছিল যেতিয়া এৰাতি চাৰে সাতমান বজাত গাঁৱৰ ওচৰৰে কোনোবাই বাটফুৰি বাই পাব্লিক টেলিফোন বুথটো আহি ফোনেৰে খবৰ দিলে যে দেউতাকে হঠাতে পৰি যোৱাত পকা মজিয়াত তেওঁৰ মূৰটো ফাটিছে, সেয়ে বিমানে তৎক্ষণাৎ ঘৰলৈ আহিব লাগে। পিছে সেই নিশাখন বিমানে ঘৰলৈ

আহিবলৈ বাছ পায় ক'ত? বিমানৰ গাড়ী নাই, সাৰথি আছে মাথো এখন পুৰণি স্কুটাৰ। ওৰে নিশাটো চকুৰ টিপ এটা নমৰাকৈ উজাগৰে কটাই পুবে ঢলফাট দিওঁতেই প্ৰথম বাছখনতে উঠি বিমানে নিজৰ গাওঁখন পালেহি। কোনো চিকিৎসা পাতি নোহোৱাকৈ দেউতাকৰ মূৰত বান্ধি থোৱা গামোচাখনত তেজে তুমৰালি দিছে। দেউতাকৰ এনে অৱস্থা দেখি বিমানে অতি অধৈৰ্য হৈ পৰিল। খবৰ লৈ জানিব পাৰিলে যে গাঁৱৰ হস্পিটেলৰ একমাত্ৰ ডাক্তৰ গৰাকীয়ে দুদিনৰ ছুটীত ঘৰলৈ গৈছে। নামত যিজন কম্পাউণ্ডৰ আছে তেওঁ দেউতাকক বিষৰ পিল কেইটামানৰ বাহিৰে আন একো দৰব নতুবা ইনজেকশ্যন দিব পৰা নাই। কোনোবাই আনি দিয়া চাহ একাপকে খাই বিমানে গাড়ী বিচাৰিবলৈ ঘৰৰ পৰা ওলাই গ'ল। অৱশেষত গাঁৱৰ মহাজনৰ ঘৰত থকা জীপ গাড়ীখনকে কোনোমতে যোগাৰ কৰি আনিলে আৰু দেউতাকক তাতে উঠাই চিকিৎসা-পাতি দিবলৈ নিজে নগৰত সাজিলোৱা আধৰুৱা হৈ থকা আসাম টাইপৰ ঘৰটোলৈ লৈ আনিলে। ওৰে বাটটো বিমানে দেউতাকক বাৰে বাৰে ক'লে—

"দেউতা এইবাৰৰ পৰা আমি আপোনাৰ পৰা কোনো কথা নুশুনো। আপুনি গাটো ভাল পোৱাৰ পাছত এইবাৰ ঘূৰি গৈ ঘৰত এমাহমানহে থাকিব পাৰিব, এই এমাহৰ ভিতৰত আপোনাৰ ঘৰুৱা লেঠা-পিঠাবোৰ মাৰিবলৈ অনেক সময় পাব। এমাহৰ পিছত মই গাঁৱলৈ গৈ আপোনাক মোৰ ঘৰলৈ লৈ আনিমগৈ। গাঁৱৰ ঘৰত বিনা চিকিৎসাই, বিনা আলপৈচানে পৰি থকাতকৈ চহৰলৈ আহি মোৰ লগত মোৰ চকুৰ আগত থাকিবহি, আপুনিও ভালে থাকিব, মোৰো চিন্তাবোৰো কমিব....."

বিমানৰ কথাবোৰ শুনি দেউতাক নীৰৱে থাকিল, এষাৰো নেমাতিলে, মাতিবনো কি, তেওঁ দেখোন বিমানৰ অহা-যোৱা, চিন্তা-ভাৱনা, মানসিক কষ্টবোৰ নিজ চকুৰে দেখিয়েই আছে। দেউতাকৰ মূৰত মুঠতে তিনিটা চিলাই পৰিল, নাৰ্ছিং হোমত তেওঁ তিনিদিন থাকিব লগা হ'ল। দেউতাক নাৰ্ছিংহোমত থাকোতেই বিমানে ডাক্তৰক সুধি দেউতাকে খাব পৰা বস্তুবোৰো তালিকা এখন বনাই ল'লে। গাঁৱৰ ঘৰখনত দৰ্কাৰি কথাবোৰ চম্ভালি ল'বৰ বাবে বিমানে দেউতাকক বিছদিন মানৰ পিছত নি গাঁৱত থৈ আহিল। দেউতাকক চোৱা-চিতা কৰা ৰঘুক ডাক্তৰে দেউতাকে খাব পৰা বস্তুৰ তালিকাখন দি দেউতাকক ক'লে— "দেউতা, মাত্ৰ এমাহহে ইয়াত আছে দেই। পুৰা এমাহৰ পিছত মই আহি যাম।"

গধূৰ মনেৰে বিমানে দেউতাকৰ পৰা বিদায় লৈ নিজৰ ঘৰলৈ উভতি আহিল। বিমানৰ পত্নী নিভাই বিমানৰ চিন্তাক্লিষ্ট মুখখন দেখি ক'লে— "ভালেই হৈছে, দেউতা আমাৰ লগতে থাকক, এতিয়াৰ পৰা 'দেউতা কেনে আছে?' 'সিদিনাৰ দৰে আকৌ মাটিত পৰি যোৱা নাইতো?' 'ভোজত দেউতাই খাহী মাংস বেছিকৈ খোৱা নাইতো?' 'দেউতাৰ আকৌ ষ্ট্ৰক হোৱা নাইতো?' — বুলি তুমি আৰু দিনৰ দিনটো হুমুনিয়াহ কাঢ়ি চিন্তা কৰি থাকিব নালাগে। আনহাতে ৰজা আৰু ৰাণীৰ বাবেও দেউতা এটা ভাল লগ হ'ব। সিহঁতে স্কুলৰ পৰা অহাৰ পাছত সময় পালেই টিভিটোৰ সন্মুখত আঠাৰ দৰে লাগি ধৰে। দেউতা থাকিলে অন্ততঃ দেউতাই সিহঁতক টিভিৰ পৰা আঁতৰাই আনি সাধুকথা, ভাল কথা কিছুমানকে ক'ব পাৰিব......।"

এমাহৰ পিছৰ এটা দিনত বিমানে বন্ধু আৰু ওচৰ-চুবুৰীয়াৰ ওচৰত গাঁৱৰ ঘৰখন চমজাই দি দেউতাকক নিজৰ লগলৈ আনিলে। বিমানৰ এতিয়াও মনত পৰে যে দেউতাক চহৰলৈ অহাৰ দিনা বিদায় দিবলৈ গাঁৱৰ ঘৰখনত ওচৰ-চুবুৰীয়া মানুহখিনি উবুৰি খাই পৰিছিল, চুবুৰীতে থকা দেউতাকৰ পৰম বন্ধু পৱন খুৰাই কৈছিল—

"বিমান, দেউতাৰাক ইয়াৰ পৰা একেবাৰেই লৈ গ'লা নেকি? গা-মূৰ ভালে থাকিলে দেউতাৰাক মাজে মাজে গাঁৱৰ ঘৰখনলৈ পঠাবা; তেওঁ ভাল পাব আৰু আমাৰো ভাল লাগিব।"

বিমানেও বেছি দাৰিদ্ৰসুলভ সুৰতেই উত্তৰ দিলে— "খুৰা, দেউতাক মই গাঁৱৰ ঘৰলৈ কেতিয়াকৈ পঠিয়াব পাৰিম, সেই কথা মই এতিয়াই ক'ব নোৱাৰিম। যোৱাবাৰ পকা মজিয়াত পৰি গৈ দেউতাৰ কি অৱস্থা হৈছিল, তাক আপোনালোকে নিজেই দেখিছিল নহয়। মই হ'লো অকলশৰীয়া তাতে চাকৰিয়াল মানুহ, মইনো চাকৰি-বাকৰি, পৰিয়াল এৰি মাহটোত যেতিয়াই, তেতিয়াই গাঁৱৰ ঘৰলৈ কিমান বাৰনো তাঁত-বাটি কৰি থাকিম?"

বিমানৰ অভিযোগবোৰ শুনি শৰ্মা ববদেউতাই কৈছিল— "তোমাৰ অসুবিধাবোৰতো আমি সদায়েই দেখি আছো। পিছে চহৰলৈ গৈ তোমাৰ দেউতাৰাক চাই একেদিনাই ঘূৰি অহাৰ বয়সো আমাৰ নাই নহয়, বুজিছানে?"

সেই কথা শুনি বিমানৰ মুখৰ পৰা ওলাবই খুজিছিল— "আপোনালোকে দেখোন আমাৰ ঘৰতে গৈ থাকিব পাৰিব!"

পিছে ভবা কথাষাৰ বিমানে মুখ ফুটাই নক'লে। এনেয়ে অসুস্থ দেউতাকক নিজৰ ঘৰলৈ অনাৰ লগে লগে নিভাৰ কামৰ বোজাটো যথেষ্ট বাঢ়ি যাব। তাৰ ওপৰতে যদি দেউতাকক চোৱাৰ নামত গাঁৱৰ মানুহে যোৱাই, যোৱাই আহি বিমানহঁতৰ চহৰৰ ঘৰখনত চাৰি-পাঁচ দিনকৈ আলহী খপেগৈ, নিভাই নিশ্চয় অসন্তোষ কৰিবই কৰিব। সেয়ে বিমানে মনতে ধৰি ল'লে যে গাঁৱৰে কোনোবাই যদি উপযাচি চহৰলৈ গৈ দেউতাকৰ খবৰ বাতৰি লয়গৈ তাত বিমানৰ ক'বলগা একো নাই; কিন্তু বিমানে কাকো চহৰৰ ঘৰলৈ উপযাচি নিমন্ত্ৰণ কৰাত নাই।

আনহাতে চহৰৰ মানুহৰ ঘৰত যে বেছিকৈ আলহী থাবলৈ গ'লে গৃহস্থ ঘৰে আমনি পায়, সেই কথা বিমানহঁতৰ গাঁৱৰ ঘৰৰ ওচৰ-চুবুৰীয়াসকলেও বোধহয় ভালকৈয়ে বুজি পাইছিল। সেয়ে প্ৰথম অৱস্থাত গাঁৱৰ দুই-এজনে মন তাপৰিব নোৱাৰি বিমানৰ দেউতাকৰ খবৰ ল'বলৈ বুলি বিমানহঁতৰ চহৰৰ ঘৰত এবাতি বা দুৰাতিৰ বাবে আলহী হ'বলগা হৈছিল। কিন্তু পিছলৈ সেই দুই-এজন মানুহেও গাঁৱৰ পৰা চহৰলৈ গৈ বিমানৰ দেউতাকৰ খবৰ বাতৰি ল'বলৈ এৰি দিলে।

ছমাহৰ পিছত এবাতি নিভায়েই বিমানক ক'লে— "জানানে দেউতা আজিকালি দিনক দিনে খিংখিঙিয়া হৈ পৰিছে, আগৰ দৰে দেউতাই নাতি-নাতিনীহঁতৰ বজা-বাণীৰ সৈতে হাঁহি-ফূৰ্ত্তি, খেল-ধেমালি নকৰা হ'ল। টিভিৰ বাতৰিটো চায়েই সেই যে মূৰে-গায়ে এৰী কাপোৰখনেৰে ঢাকি বিছনাত পৰিলে- বিছনাৰ পৰা কেন নুঠিবই। ৰাতি দেউতাক খুৱাবৰ বাবে

যে কিমান ধৰণে কাকুতি-মিনতি কৰিব লাগে। খোৱা-বোৱাতো সৰু ল'ৰা-ছোৱালীৰ দৰেই ওজৰ-আপত্তি কৰে, নেখাবলগীয়া বস্তুতহে চকু দিয়ে.....।"

বিমানে স্পষ্টকৈ বুজি পাইছিল যে চহৰৰ এই তিনি কোঠালীয়া সৰু ঘৰটোত দেউতাকৰ খোৱা-বোৱা, চিকিৎসা-পাতি সুন্দৰকৈ নিয়মত চলি থাকিলেও দেউতাকে এইখন ঘৰত নিজকে অতি অকলশৰীয়া অনুভৱ কৰিছে। দেউতাকৰ অৱস্থাটো বৰ্ত্তমান যেন সঁজাত বন্দী হোৱা বনৰ চৰাইটোৰ দৰে। কথাবোৰ ভাবিলে বিমানৰ বুকুখনৰ কোনোবা এটা চুক বিষাই উঠে। কিন্তু বিমান যে এই ক্ষেত্ৰত নিৰুপায়, দেউতাকক পুনৰ গাঁৱৰ ঘৰলৈ পঠিয়াই দি বিমানে দুশ্চিন্তাত দিন কটাব আৰু নোখোজে। দুশ্চিন্তাত থাকিব লাগে বুলি সি তাৰ চাকৰিয়াল ভনীয়েকজনীৰ ঘৰতো দেউতাকক দুসপ্তাহৰ বেছি থাকিব নিদিয়ে। এইখন ঘৰততো দেউতাক নিভাৰ চকুৰ আগত থাকে। ভনীয়েকৰ ঘৰত ভনীয়েকৰ ল'ৰা দুটা, ভনীজোঁৱাই আৰু ভনীয়েকে স্কুল আৰু চাকৰিলৈ ওলাই যোৱাৰ পাছত সেইখন ঘৰ প্ৰায় উদং হৈ পৰে। পাৰ্ট-টাইম মানুহ লৈয়েই ভনীয়েকৰ সংসাৰ চলে।

দিনবোৰ যেনে তেনে পাৰ হৈ গৈছিল। পিছে বিমানহঁতৰ ঘৰলৈ অহাৰ প্ৰায় এবছৰমানৰ পিছত দেউতাকৰ এটা ষ্ট্ৰ'ক হ'ল আৰু শৰীৰটোৰ এফাল অসাৰ হৈ পৰিল, দিনৰ পিছত দিন দেউতাকে ভগা-কাঠ এডালৰ দৰে বিছনাতে পৰি থাকিল। আগতে যিবা দুই এষাৰ কথা বিমানৰ লগত পাতিছিল, এতিয়া সিও বন্ধ হৈ গ'ল। একাংগী বেমাৰত নিসাৰ হৈ পৰি থকা দেউতাকৰ কাষত বহি বিমানে ভাবিছিল— বাৰ্ধক্য ইমান নিষ্ঠুৰনে? দেউতাকক এই বিপৰ্যয়ৰ পৰা ভগৱানে বাৰু কেতিয়াকৈ মুক্তি দিব?

"মুক্তি" শব্দটো মনলৈ অহাৰ লগে লগে বিমানে নিজেই চক খাই উঠিল। আচল অৰ্থত "মুক্তি" মানে বাৰু সি কি বিচাৰিছে— দেউতাকৰ মৃত্যু? তাক ইমান যত্নেৰে ডাঙৰ-দীঘল কৰি শিক্ষা-দীক্ষা দি বিয়া-বাৰু পাতি উপযুক্তভাৱে গঢ় দিয়া সেইজন দেউতাকৰে সি আজি মৃত্যু বিচাৰিছে। বিমান বাৰু নিষ্ঠুৰ ব্যক্তিলৈ ৰূপান্তৰ হ'বলৈ ধৰিছে নেকি? কিন্তু অদূৰ ভৱিষ্যতত বিমানৰো যদি দেউতাকৰ দৰেই এনে এটা অৱস্থা হয় তেন্তে তাৰ সন্তান ৰজা-ৰাণী আনকি তাৰ পত্নী নিভাইও নিশ্চয়তাৰ মৃত্যুকে কামনা কৰিব।

"...... শুনিছো ছাৰৰ শেষ বয়সত আপুনি হেনো তেখেতৰ যিমান পাৰে সেৱা-শুশ্ৰূষা কৰি, আলপৈচান ধৰি ছাৰক আৰু কেইটামান দিন পৃথিৱীখনত বেছিকৈ জীয়াই ৰাখিলে। সঁচাকৈয়ে আপোনাৰ দৰে এজন সুযোগ্য, দৰদী পুত্ৰৰ পিতৃ হোৱাটো কিন্তু ছাৰৰ বাবে কম সৌভাগ্যৰ কথা নহয়।"

অচিনাকি ৰবীন বৰাই বিমানৰ দেউতাকৰ প্ৰতি শ্ৰদ্ধাত অভিভূত হৈ ক'লে, ৰবীন বৰাৰ আবেগিক হৈ পৰা মুখখনলৈ চাই বিমানে এক বুজাব নোৱাৰা যন্ত্ৰণাত ভুগিবলৈ ধৰিলে। বিমানে বাৰু ৰবীন বৰাৰ সন্মুখতে স্পষ্ট ভাৱে কৈ দিব পাৰিবনে যে আলপৈচান ধৰা, চিকিৎসা কৰাৰ নামত সি দেউতাকক গাঁৱৰ পৰা চহৰলৈ এডাল ৰবগছ উভালি অনাৰ দৰে লৈ আনি চহৰৰ তিনি কোঠালীয়া সৰু ঘৰটোৰ কোঠা এটাত বন্দী কৰি থৈছিল।

দেউতাক একাংগী ৰোগত পৰাৰ দিন ধৰি বিমানে অহোৰাত্ৰে ভগৱানৰ ওচৰত এটাই প্ৰাৰ্থনা জনাইছিল। সেই প্ৰাৰ্থনা আছিল দেউতাকৰ শাৰীৰিক জ্বালা-যন্ত্ৰণাৰ পৰা মুক্তি কামনাৰ আঁৰত দেউতাকৰ মৃত্যুৰ বাবেহে কৰা এক অতি যেন নিষ্ঠুৰ প্ৰাৰ্থনা।★★

# পাটগাভৰু ছোৱালী

## পূৰবী বৰমুদৈ

বাৰীৰ ঢাপৰ আমগছ জোপাই চ'ত মাহ সোমোৱাৰ পৰাই মাতিবলৈ লাগিল। কুলি চৰাইৰ মাতৰ দৰে কোমল, ককশা আৰু ভৰপূৰ আমগছৰ মাত। কোনে মাতে? আমগছৰ ডাল পাতে মাতেনে, পাত নোহোৱা ডালকেইটাৰ ৰঙচুৱা ঠাৰিত লাগি থকা আমৰ ফুল কেইটাই মাতে? কোনে মাতে? ডাৱৰ এচপৰাৰ বুকুত আকাশখনে উমলি থাকিবলৈ ধৰিলেই। মাজে মাজে ৰবষুণ এজাক আহিব বুলি ভাব এটা হয়, মাজে মাজে আকাশ ধাৰণ কৰা ডাৱৰজাক ক'ৰবালৈ গুছি যায়গৈ, পানী পিয়া চৰাই এটাই-বিনাই আকাশখন তাল-ফাল কৰে, চ'তৰ পৃথিৱীখন খৰাং। সামান্য বতাহ এজাকতেই ধূলি উৰে। উৰে গছৰ সৰাপাত, কিন্তু তাৰ মাজতো দেখা গ'ল— আমগছ জোপাই কুলি চৰাই এজনী হৈ মাতি থাকিল, আকাশখন এচপৰা ডাৱৰ হ'ল, মাটি হ'ল এজনী পানী পিয়া চৰাই। আৰু পানী পিয়া চৰাইটোৱে এটা কান্দোন হৈ আকাশ তল-ওপৰ কৰিবলৈ ধৰিলে। খৰাং চ'ত মাহটোত এই ৰূপৰ মাজতে গোহালি ঘৰৰ ওচৰৰ গোবৰ-জাবৰ পেলোৱা ঠাই ডোখৰৰ অলপ দাঁতিলৈ এজনী পাটগাভৰু ছোৱালীক সাজি-কাচি বহি থকা দেখা গ'ল। অকণ অকণ মিহি হাত, ভৰি আৰু আঙুলি মিহি আৰু চিকুণ। তাই যেন ডাৱৰ জাকে বৰষিবলৈহে বৈ আছে। বৰষুণ আহিলেই তাই সেই পানীত গা ধুই গাভৰু হ'ব। অপূৰ্ব সুবাস এটাৰ দৰে ছোৱালীজনী আকাশত অনাই-বনাই ফুৰিবলৈ লাগিল। ধূলিয়ৰী আকাশখনৰ বাতিৰ ধূসৰ তৰাবোৰে তাইৰ চিকুণ গাটোত খোপনি বিচাৰিবলৈ ধৰিলে। সন্ধিয়াৰ পাতল বতাহে তাইক যেন আবৰি সামৰি বুকুত সুমুৱাইহে ল'লে।

গৰুজনী চাবলৈ আহি ঘৰখনৰ গিৰিহঁতনী গৰাকী যেন কিছু পৰিমাণে উত্ৰাৱল হৈ পৰিল। কি এটা গোন্ধে সন্ধিয়াটো আকুল কৰি পেলাইছে। কি গোন্ধ? তেওঁ ইফালে-সিফালে চালে। নতুনকৈ জগা গৰু পোৱালিটোৱে গোহালি ঘৰটোত চেকুৰি ফুৰিছে। সি গোহালিটোৰ পৰা ওলাই এপাকত চোতাললৈ গৈছে, এপাকত চোতালৰ পৰা পদূলি মুৰ পাইছেগৈ। গোন্ধটো নতুনকৈ জগা গৰু পোৱালিটোৰ গাৰ গোন্ধ বুলি ভাবি গিৰিহঁতনী গৰাকী কিছু আচৰিত হ'ল। তাৰ পাছত তেওঁ গম পালে, গোন্ধটো আচলতে এজনী পাটগাভৰু ছোৱালীৰ গাৰ পৰাহে আহিছে। পাটগাভৰু ছোৱালী এজনীৰ শৰীৰৰ পৰা অহা ফুলকলিৰ দৰে গোন্ধ। ঠিকেই, ফুলকলিৰ গোন্ধ। সন্ধিয়া লাগিছিল। জোনটো বুকুত লৈ আকাশখন জিলিকিবলৈ লাগিল।

সন্ধিয়া সময়ত ধূলিয়ৰী আকাশখনত জিলিকি থকা জোনটোৰ উত্তাপতে পাটগাভৰু ছোৱালীজনীৰ গাৰ আঁহ-পাহবোৰ মুকলি হ'বলৈ ধৰিলে। গিৰিহঁতনী গৰাকী গোহালিটোৰ

পাছফাললৈ আহিল। তেওঁৰ ওঁঠ দুটাত সন্ধিয়াৰ কাঁচিজোনটো আহি বৈ গ'লহি। ইতিমধ্যে ঘৰখনৰ গৃহস্থজনো অফিচৰ পৰা আহি ভৰি হাত ধুইছেহি। ডাঙৰ ছোৱালীজনীয়ে সন্ধিয়াৰ চাহকাপৰ যোগাৰ কৰিছে। এইবাৰ হাইস্কুললৈ যোৱা ল'ৰাটোৰ ক'ৰবাত ক্ৰিকেট মেচ আছিল। দেউতাক ঘৰ সোমোৱাৰ আগে আগে সি ঘৰ সোমাই ভৰি-হাত ধুই ভাল ল'ৰা এটাৰ দৰে পঢ়া মেজত বহিছিল। উত্ৰাৱল গিৰিহঁতনী গৰাকী উৰি অহাৰ দৰে পাছ চোতাললৈ আহিল। বেছি ধূলি হৈছিল বাবে আগচোতাল আৰু পাছচোতালখনৰ পৰা চিকুণ নিকা গোন্ধ এটা ওলাইছিল। চোতালৰ এমূৰত ছোৱালীজনীয়ে ক'ৰবাৰ পৰা আনি ৰোৱা গধূলি গোপাল জোপা ফুলিছিল। চ'ত মাহৰ দিন। জাৰ নাই। শীতল বতাহ এচাটিয়ে বাৰীখনৰ গছৰ পাতবোৰ কঁপাইছিল। এনেয়ে দিনৰ দিনটো বতাহেই মাৰি থাকে। বতাহে গছৰ পাতবোৰ সৰুৱাই থাকে। নেমু টেঙা গছৰ পাতবোৰ পুহ মাহ সোমোৱাৰ পৰাই পকি হালধীয়া হৈ সৰিবলৈ লৈছিল। দুটা এটাকৈ, এতিয়া নেমু টেঙা গছত অকণ অকণ পাত ওলাই ফুল ফুলিবলৈ লৈছে। কেনেকুৱা যে লাগিছে। গোবৰ মাটিৰে মচি থোৱা নিকা চোতাল। গধূলি গোপাল ফুল জিলিকি থকা সন্ধিয়া, ধূলি ধূসৰিত প্ৰাচীন আকাশখনৰ বুকুত জিলিকি থকা জোন, নেমু টেঙা গছৰ ফুল আৰু তাৰ মাজত গোহালি ঘৰৰ ওচৰত এজনী সুবাসিতা পাটগাভৰু বহি আছে। তাইৰ উন্মুক্ত চুলিত তৰা ফুল ফুলিছে। শৰীৰত চ'ত মাহৰ সোণালী মাদকতা। তাইৰ দুহাতৰ মুঠিত আকাশ। চকুত জিলিকি আছে দুটা জোনাকী পৰুৱা। তাই বহি আছে নে থিয় হৈ আছে? তাই গুণগুণাইছেনে কথা পাতিছে? তাই উশাহ লৈছেনে নে চল চল কৈ নৈ এখন তাইৰ বুকুৰ মাজলৈ বৈ আহিছে? তাই কি কৰিছে? তাই নো কোন?

ভৰি হাত ধুই গামোচাখনেৰে মুখ মচি মচি গৃহস্থজন আহি চোতাল পালেহি। 'কি হ'ল তোমাৰ?' চোতালৰ মূৰতে অথনিৰে পৰা যে বৈয়েই আছা?' মানুহজনে ইফালে-সিফালে চালে। কাচিজোনে চোতালখন বৰকৈ পোহৰাব পৰা নাই। ছোৱালীজনী পাকঘৰত। ল'ৰাটো পঢ়া মেজত। গৃহস্থজনে মানুহজনীৰ বাহুত হাত থ'লে। ওচৰ চাপি আহি তেওঁ সুধিলে – 'কি হ'ল তোমাৰ? গা বেয়া নেকি?'

বুকুৰ মানুহজনে 'বাহুত হাত থৈছে। অসুখ বিসুখ হ'লেওতো ইয়াতকৈ ডাঙৰ ঔষধ আৰু একো নাই। আৰু এতিয়াটো মানুহজনীৰ একো অসুখেই নাই। এই মুহূৰ্তটো – কেৱল এইটো মুহূৰ্ত– মানুহজনীৰ বাবে আটাইতকৈ সুখৰ মুহূৰ্ত। ক'ব পাৰি এইটো মুহূৰ্তত তেওঁ আটাইতকৈ সুখী মানুহ। জীৱনৰ এনেকুৱা এটা মুহূৰ্তই বহু বছৰলৈকে মাটি জীপাল কৰি ৰাখিব পাৰে। এনেকুৱা এটা মুহূৰ্তই অনন্ত সময়লৈকে এজনী মানুহক সাৰুৱা কৰি ৰাখিব পাৰে। গিৰিহঁতনী গৰাকীৰ চকু দুটা চলচলীয়া হ'ল। এই মানুহজন। কিমাননো দিন হৈছে মানুহজনক লগ পোৱা? যোল্ল বছৰৰ আগলৈকে এইজন মানুহৰ কোনো অস্তিত্বই মোৰ জীৱনত নাছিল। নহয়-নহয় – আছিল। মই গম নোপোৱাকৈয়েই আছিল। যেনেকৈ মই গম নোপোৱাকৈয়েই বুকুখন উশাহেৰে পৰিপূৰ্ণ কৰো। বুজি নোপোৱাকৈয়েই বিভিন্ন ঋতু আহে আৰু গুছি যায়। ঋতুৰ ৰঙেৰে ৰঙীন হৈ পৰে আকাশ, মাটি আৰু মানুহ। ঠিক তেনেকৈয়েই এইজন মানুহে মোক, মই মাতৃগৰ্ভত স্থিতি লোৱাৰ দিন ধৰি ক্ষণে ক্ষণে পৰিপূৰ্ণ কৰি আনিছিল। তেওঁ হাত এটা মেলি মানুহজনৰ হাতটো চুলে। ঘৰত কোৰ কটাৰী মৰা, অফিচত কলম চলোৱা খহটা

হাত। দিনে নিশাই তামোল চোবাই থকা খহটা হাতৰে মানুহজনৰ গাৰ পৰা তামোল ধঁপাতৰ মিশ্ৰিত গোন্ধ এটা ওলাইছিল। অনবৰতে তামোল চোবাই থকাৰ বাবে মানুহজনে প্ৰায়েই পত্নীৰ পৰা গালি শপনিও শুনিব লগা হয়। অফিচলৈ যাবৰ সময়ত এটোপোলা তামোল কাটি টেমাত ভৰাই দিব লাগিব। আবেলি সেই তামোল শেষ। সন্ধিয়া আকৌ বেলেগে এবটা তামোলৰ যোগান। ঘৰত পাণ-তামোলৰ বাৰী এখন আছে বাবেহে। নতুন চোলাত তামোলৰ চেকা লগাবলৈ বেছিদিন ন'ব নেলাগে। তামোল-পাণৰ চেকা লগা কাপোৰ, বাতিপুৱা আবেলি সময় পালেই বাৰীত কোৰ কটাৰী মাৰি, গোবৰ-জাবৰ চুই খহটা কৰা হাত, তামোলৰ পিক পেলাই ৰঙা কৰা চোতালৰ মূৰ। ৰাতি সাৰ পালেও মুখত তামোল এখন ভৰাই লৈ চোবাই থাকিব। এই স্বভাৱটোৰ কাৰণে অৱশ্যে গিৰিহঁতনীৰ পৰা দৈনিক দুআউৰি গালি তেওঁ শুনিবলগীয়া হয়। কিন্তু মানুহজন চিৰদিনেই নিৰ্বিকাৰ। জানে দিনে-ৰাতিয়ে কাম কৰিব আৰু তামোল চোবাব।

মানুহজনীয়ে স্বামীৰ খহটা হাতটো নিজৰ গালত লগাই চালে। খহটা— বৰ খহটা। গাখীৰৰ সৰ সানি পিচল কৰা মানুহজনীৰ গালখনৰ ওপৰেদি খহটা হাতটো পিচলি গ'ল। কাঁচিজোনটো ধূলিয়ৰী আকাশখনৰ একেবাৰে দাঁতিলৈ নামিল। মানুহজনীয়ে ক'লে— 'বলক, চাহ কাপ খাওকগৈ। আপোনাৰ চাগৈ বৰ ভাগৰ লাগিছে।'

ভাগৰ লাগিলেও চাহ-জলপান খাই মানুহজন ফুট গধূলিতে শোৱাপাটীত পৰা মানুহেই নহয়। ল'বাটোৰ ওচৰতে বহি লৈ তেওঁ সেইদিনাৰ বাতৰি কাগজখন মেলি ল'লে। অফিচৰ পৰা আহোঁতেই তেওঁ বজাৰ কৰি লৈ আহে। নিতান্তই প্ৰয়োজন নহ'লে কেনিও ওলাই নেযায়।

ৰাতি— শেহনিশা হ'ব বোধহয়, মানুহজনীয়ে সাৰ পালে, ওচৰৰ বিছনাখনত ল'ৰাটো লগত লৈ মানুহজন শোৱে। ডাঙৰ বিছনাখনত মাক-জীয়েক। খহটা হাতৰ জখলা মানুহজনৰ নাকৰ পৰা শব্দ এটা হৈছে। গোটেই ঘৰটো গমগমাই যোৱা শব্দ। আজিকালি অভ্যাস হ'ল বুলিহে। আগতে নাকৰ শব্দত মানুহজনীৰ টোপনিয়েই নাহিছিল। আজিকালি আকৌ শব্দটো নহ'লে ঘৰটো নিজান নিজান লাগে।

ঘূণ পোক এটাই ৰাতিৰ ৰাভিটো অবিৰামভাৱে কেৰকেৰাই থাকি অলপ আগতেহে শুইছে, ঘূণ পোকটোৰ কেৰকেৰণিত— মানুহজনৰ নাকৰ শব্দত নহয়, মানুহজনী সাৰ পাই উঠিছিল। সিখন বিছনাত ল'ৰাটো লৈ শুই থকা মানুহজনক সন্ধিয়াতেই এবাৰ কথা কোৱাৰ কথা আছিল। সন্ধিয়া লাগিলে — ভাগিল। ৰাতি হ'ল। মাজনিশাও। এতিয়া ৰাতি পুৱাবলৈ বেছি সময় নাই। এতিয়া সেইবাৰ কথা কোৱাৰ সময় নহয়। সন্ধিয়া সময়হে সেইবাৰ কথা কোৱাৰ উপযুক্ত সময়। আকাশৰ দাঁতিলৈ কাঁচিজোন হালিবলৈ ল'ব, শান্তি বতাহ এজাকে গোবৰ মাটিৰে মচি থোৱা চোতালখন গচকি যাবহি, পদূলি মূৰত ফুলিবলৈ লোৱা চেনিচম্পা ফুলৰ গন্ধজোপাই কথা ক'বলৈ আৰম্ভ কৰিব, ইফালে সিফালে চাই চুচুক-চামাককৈ মানুহজনে ঘৰখনৰ গিৰিহঁতনীৰ বাহুত নিজৰ খহটা হাতটো থ'ব— ঠিক তেতিয়াই — সেইটো মুহূৰ্ততে তেওঁ জখলা মানুহজনক ক'ব— 'গোহালি ঘৰৰ ওচৰত সন্ধিয়া সময়ত এজনী ছোৱালী বহি থাকে। ছোৱালীজনী আমাৰ আইমণিতকৈ সৰু। কাপুঁহতৰ সমানহে হ'ব। তাইৰ গাত বৰ

ধুনীয়া গোন্ধ এটা লাগি থাকে। বলকচোন, গৈ ছোৱালীজনী চাই আহোঁগে।'

বাৰীৰ আমগছজোপাৰ পৰা কুলি চৰাইজনীয়ে মাতিবলৈ আৰম্ভ কৰিছিলেই। মানুহজনীৰ চকুৰ পটা দুটা কুলি চৰাইৰ মাতে গধুৰ কৰিব খুজিছিলহে— সিখন বিছনাত শুই থকা জধলা মানুহজনে সাৰ পালে। নাকৰ শব্দ বন্ধ হ'ল। তেওঁ শুই থকা মানুহজনীক উদ্দেশ্য কৰি ক'লে – 'সাৰ পালানে?' কুলি চৰাইৰ মাতে গধুৰ কৰিব খোজা চকুৰ পতা দুটা নেমেলাকৈয়েই মানুহজনীয়ে ক'লে— 'উঠিছো, ৰ'ব।'

ৰ'দ আহি চোতাল গৰকিলেহি। গৰুজনী খীৰাই গিৰিহঁতনী পাকঘৰলৈ আহিল। ৰাতিপুৱা উশাহ সলাবলৈ সময় নেথাকে। ছোৱালীজনীয়েও চেগ বুজি বুজি থাপ মাৰি দুই এটা কাম কৰে বুলিহে। ইফালে দুপৰীয়া জিৰণি ল'বলৈয়ো শালত গামোচা। গাঁৱলীয়া তিৰোতাই ইমান বিলাস কৰিলেও নচলে।

আকৌ সন্ধিয়া লাগিল, গৰুজনী বান্ধিবলৈ আহি মানুহজনী আকৌ তভক মাৰি ৰ'ল। চাৰি দিনৰ পুৰণি হোৱা জোনটো আকাশত জ্বলি আছে। আৰু জোনটোৰ ঠিক তলতে গোহালি ঘৰৰ কাষত বহি আছে পাট গাভৰু ছোৱালীজনী। মানুহজনীয়ে চকু দুটা মোহাৰি ল'লে। হয়, ছোৱালীজনী বহি আছে আৰু তাইৰ শৰীৰৰ সুবাসত চৌপাশ আমোল-মোলাইছে। নৈ এখন তাইৰ বুকুৰ মাজলৈ বৈ আহিছে হ'বলা। তাইৰ বুকুৰ মাজত নৈ এখন বৈ থকাৰ চলচল শব্দ। আৰু বোধহয়, তাইৰ চকু দুটাত আকাশৰ তৰা দুটা আহি বহি আছেহি। বাট পোহৰোৱা তৰা। বুকুৰ মাজলৈ কোনপিনে যায়? বুকুৰ মাজলৈ যাব পৰা বাট আছেনে বাৰু? চকুৰ তৰা দুটাই কিজানি বুকুৰ মাজলৈ যাব পৰা বাট এটা দেখুৱাব। দেখুৱাবনে?

মানুহজনী গোহালি ঘৰৰ ওচৰতে তভক মাৰি কিছুপৰ বৈ থাকিল। গোহালি ঘৰৰ পৰা নতুনকৈ জগা গৰু পোৱালিটোৰ গাৰ গোন্ধটো আহিছে। কেঁচুৱাৰ গাত থকা গোন্ধৰ দৰে গোন্ধ। মানুহজনীয়ে আকৌ ইফালে-সিফালে চালে। কোনো নাই। বুকুত জোন জিলিকাই আকাশখনে এটা মনোমোহা সন্ধিয়াৰ ৰূপ লৈছে। আইমণিয়ে গোসাঁইঘৰ থাপনাৰ আগত চাকিগছ জ্বলাই প্ৰাৰ্থনা এটা গাইছে। কাপুৰে খেলি আহি ভৰি-হাত ধুই পঢ়া মেজত বহিছেগৈ। বাটেদি চাইকেলৰ টিলিঙা বজাই কোনোবা গৈছে। আজি গৃহস্থজন অফিচৰ পৰা অহাত পলম হ'ব। অফিচত অভাৰ টাইমৰ কাম। যাওঁতেই কৈ গৈছে। সন্ধিয়াটো চোতালখনেদি ন-ছোৱালীজনীৰ দৰে অকণ অকণ কৈ খোজ পেলাই গৈ আছে। পাটগাভৰু ছোৱালীজনী গোহালি ঘৰৰ পাছফালে বহিয়েই আছে। মাথোঁ বহি আছে। কোনো কথা নাই, – বক্তব্য নাই, শব্দ নাই, কাপোৰৰ খচমচনি নাই – একো নাই। তাই উশাহ-নিশাহ লৈছেনে নাই বাৰু? তাই কিবা ভাবিছেনে? তাই গুণগুণাই নেথাকে কিয়? সুবাসিত ছোৱালীজনীৰ ওচৰ চাপি যাবলৈ তেওঁৰ এবাৰ মন গ'ল। কিন্তু পাছ পাকতে ভাবিলে – তেনেকৈয়েই বহি থাওকচোন তাই— আমনি নকৰো।

গোহালি ঘৰৰ ওচৰৰ পৰা এইবাৰ গিৰিহঁতনীগৰাকী পাছফালৰ চোতালখনলৈ আহিল। পাটগাভৰু ছোৱালীজনীৰ গাৰ গোন্ধটোৱে বতাহ উথল-মাথল লগাইছেই। তাইৰ চকুৰ তৰা দুটাই বাট পোহৰাই থাকিল। এটা নতুন বাট। এই নতুন বাটটোৰেদি কিজানি মানুহৰ বুকুৰ মাজৰ ৰাজ্যখনলৈও যাব পৰা যাব। মানুহৰ বুকুৰ মাজৰ ৰাজ্যখনৰ কথা আজিকোপতি তেওঁক

কোনেও জনোৱা নাছিল কিয়? নে কোনেও সেই কথা গমেই পোৱা নাছিল অত দিনে?

গোবৰ-মাটিৰে মচি থোৱা চোতালখনৰ পৰা মানুহজনী বাৰাণ্ডালৈ আহিল। তেওঁ খুব সন্তৰ্পনে খোজ দিলে। যেন খোজৰ শব্দতেই ভয় খাই ছোৱালীজনীৰ গাত থকা সুবাসবোৰ কেনিবাদি গুছি যাব। যেন বুকুৰ মাজৰ বাটটো পোহৰোৱা তৰা ফুটা নুমাই থাকিব। যেন, তাইৰ বুকুখনৰ মাজত বৈ থকা নৈখনৰ চলচল শব্দটো নোহোৱা হ'ব।

বাৰাণ্ডাৰ খুঁটাৰ ওচৰৰ মূঢ়াটোত মানুহজনী বহিল। আইমণিয়ে চাহ একাপ দিলেহি আৰু নিজে পঢ়া মেজলৈ গ'লগৈ। কাঁচিজোনৰ ক্ষীণ পোহৰে পোহৰ কৰা বাৰাণ্ডাখনত কোচ মোচ খাই তেওঁ নিঃশব্দে বহি থাকিল। আকাশখন বুকুত লৈ জোনটো বগুৱা বাই বাই গৈ থাকিল— নে জোনটো বুকুত লৈ আকাশখন? তেওঁৰ খেলিমেলি লাগিল। মাথোঁ তেওঁ পাটগাভৰু ছোৱালীজনীৰ শৰীৰৰ সুবাস পাবলৈ ধৰিলে। এই সময়ত তেওঁৰ পিঠিত পৰিব লাগিছিল খহটা হাত এখনৰ পৰশ। তামোল আৰু ধঁপাতৰ তীব্ৰ গোন্ধ। অথলা মানুহজন আহি পোৱাহি হ'লে। বুকুৰ বাটলৈ বাট দেখুওৱা তৰা দুটাৰ পোহৰত তেওঁ কিজানি প্ৰথমেই সেইজন মানুহৰেই বুকুৰ বাটটো বিচাৰি চালেহেঁতেন।

পদূলি মুখত চাইকেলৰ টিলিঙা বাজিলে। 'দেউতা আহিল' বুলি ল'ৰা-ছোৱালী দুটা গৈ পদূলি মুৰ পালেগৈ। হয়, দেউতাকেই আহিছে। ভাগৱত হেলাই হেপাই আহিছে। অভাৱ টাইমৰ কাম। তাৰ পাছত আকৌ ইমান দূৰ চাইকেল মৰা। মানুহজনী বহাৰ পৰা উঠিল। 'মা ভাত হ'লনে?' ছোৱালীজনীয়ে ক'লে, 'আঠ বাজিল। কাণুৰে টোপনিয়াবলৈ ধৰিছেই।'

এৰা, হয়তো, বহুত সময় বাৰাণ্ডাত বহি থকা হ'ল। কাণু শুলে শুয়েই থাকিব। তাক জগাই ভাত খুৱাব নোৱাৰি। স্কুলৰ পৰা আহি আকৌ খেলা-ধূলা কৰাৰ ভাগৰ। মানুহজনী পাকঘৰ পালেগৈ। পাকঘৰৰ পৰা চিঞৰি ক'লে – 'আইমণি, দেউতাৰে ভৰি-হাত ধুলে যদি চাহ একাপ কৰি দে। মই ভাত লৈ আহিছো।'

খৰধৰকৈ ভাত। মাছৰ টেঙা জোল। দিনৰে ডাইল আছিল। ল'ৰাটোক খুৱাই ল'ব পাৰিলে চিন্তা নেথাকে। মানুহজনেও সোনকালে ভাত খাই শুবলৈ পালেই ভাল পাব।

বিছনাত পৰাৰ পিছত আৰু একো নাই। দৈনন্দিন ঘটনাৰ পুনৰাবৃত্তি। চিৰদিনেই বাটিন বন্ধা জীৱন। খোৱা, শোৱা, নিত্য নৈমিত্তিক কাম কৰা, বছৰে ছমাহে মাকৰ ঘৰলৈ যোৱা, খা-খবৰ ল'বলৈ ওচৰ-চুবুৰীয়াৰ ঘৰলৈ পাক এটা মৰা, ইয়াৰ মাজত বিচিত্ৰতা আছেনে কিবা? আছে যদি ক'ত আছে? সেই যে, গোহালি ঘৰৰ ওচৰত বুকুৰ মাজলৈ বাট দেখুৱাবলৈ সুবাসিতা ছোৱালী এজনী বহি থাকে, চোতালৰ মুখত চুচুক-চামাককৈ খহটা হাত এখনে তেওঁৰ বাহু, পিঠি স্পৰ্শ কৰে, গোবৰ মাটিৰে মচি থোৱা নিকা চোতালখনত তেওঁ তামোল ধঁপাতৰ নাক জনজনাই যোৱা গোন্ধ এটা পায়, ক্ৰিকেট খেলি ভাগৰি অহা ল'ৰাটো শুই পৰে বুলি নাকে-কাণে জুই দি সোনকালে ভাতকেইটা ৰান্ধিবলৈ লয়, আইমণিক বিয়া দি উলিয়াই দিব লাগিব বুলি ভাবিলেই বুকুখন ভাগি যোৱাৰ উমান পায়— এইবোৰেই জীৱনৰ বিচিত্ৰতা। সাধাৰণ গাঁৱলীয়া মনুহ এজনীৰ বাবে ইয়াতকৈ বিচিত্ৰিতা কি লাগিছে?

কাষৰ বিছনাখনত হোৱা নাকৰ শব্দই ঘৰটো গমগমাবলৈ ধৰিলে। নাকৰ শব্দতে

বোধহয় ভয় খাই ঘূণ পোকটোও মনে মনে থাকিল। টোপনিতে ল'ৰাটোৱে লগৰ ল'ৰা এটাৰ নাম ধৰি চিঞৰি উঠিল। ছোৱালীজনীয়ে বাগৰ সলালে। গোহালিত গৰুৰ নেজ মৰাৰ শব্দ হ'ল। মানুহজনীয়ে গম পাই থাকিল।

ৰাতি পুৱাল। ঘৰখনৰ গিৰিহঁতনী বিছনাৰ পৰা নামিল। কাষৰ বিছনাত তেতিয়াও নাকৰ শব্দ চলিয়েই আছে। শুইছে, শোৱক। দিনটোৰ ভাগৰ। নজগাওঁ। মানুহজনীয়ে ভাবিলে আৰু বাহিৰলৈ ওলাই আহিল। আকাশ ৰ'দেৰে ভৰি পৰিবলৈ বহুত সময় আছে। বতাহ ছাটি চেঁচা। তেওঁ খেলি মেলি হৈ থকা চুলিখিনিৰে খোপা এটা বান্ধি ওৰণিখনেৰে মূৰটো ঢাকিলে।

আচলতে মোক কি লাগে? মই কি বিচাৰিছোঁ? পদূলিটো আৰু আগফালৰ চোতালখন সাৰি তেওঁ পাছফাল পালেহি। গৰুকেইটাই একেথৰে তেওঁলৈকেই চাই আছে। মনটো ভাল লাগিল। গৰুকেইটাই বাৰু বুকুৰ বাটটোৰ উমান পাইছেনে? অমাত জীৱ। কিজানি পাবও পাৰে।

কোনে পায় বুকুৰ বাটৰ উমান? কোনে শুনে নৈ বৈ যোৱাৰ শব্দ? কাৰ কাণত পৰে গছৰ পাতৰ গুণ-গুণনি? কোনে বুজি পায় চৰাইৰ কথোপকথন? কোনে উলিয়াব পাৰে গোহালিৰ গৰুজনীৰ চকুৰ নিষ্পলক ভাবাৰ অৰ্থ? সদায়েই দৈনন্দিন ঘটনাৰ পুনৰাবৃত্তি হোৱা জীৱনবোৰত বিচিত্ৰতাৰ আস্বাদ এইবোৰেই দিব নোৱাৰেনে? বোধহয় পাৰে আৰু পাৰে বাবেই কিজানি এতিয়াও স্থবিৰ হোৱা নাই আমাৰ ৰক্ত চলাচল। স্থবিৰ হোৱা নাই বুকুৰ ধপধপনি। জীৱন চলি থাকে চলমান নদীৰ দৰে। ইঘাটৰ পৰা সিঘাটলৈ, ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ– ইখন চহৰ অথবা অৰণ্যৰ পৰা সিখন চহৰ অথবা অৰণ্যলৈ। সৰু সৰু বিচিত্ৰতাই জীৱনক নতুন সঁুতি দিয়ে, দিয়ে নতুন শক্তি আৰু আনন্দ। মানুহ মৰি যায়, জীৱন নমৰে। নৈ মৰি যায় — তাৰ গতি নমৰে।

গোবৰ মাটিৰে মচি থোৱা নিকা চোতাল। বাঢ়নিৰে সাৰিলে ধাঁ লাগিব। মানুহজনীয়ে সোটাটো হাতলৈ ল'লে। চৰাইবোৰে গছৰ ডালত এইমাত্ৰ জপিয়াবলৈ লৈছেহে। পূব আকাশে পকা বিলাহীৰ ৰং লোৱাই নাই। তেওঁ আকাশলৈ চালে। প্ৰতি ক্ষণে ক্ষণে বিভিন্ন ৰূপ ধাৰণ কৰা সেই একেখন প্ৰাচীন অথচ চিনাকি আকাশ। তেওঁ একেবাৰে আকাশলৈ চাই থাকিল।

পিঠিত খহটা হাত। অধলা মানুহজনে তেন্তে সাৰ পালে? এই খহটা হাতটো পিঠিত পৰিলেই চকু দুটা চপচপীয়া হয় কিয়? চকুৰে মুখে পানী ছটিয়াই নৈ ৰাতিপুৱাই মানুহজনে তামোল এখন মুখত ভৰাই আহিছে। আনকাল হোৱা হ'লে গালি এজাউৰি সোধালেহেঁতেন। আজি একো নক'লে। মাথোঁ মানুহজনৰ বুকুৰ ওচৰলৈ গৈ ক'লে – 'গোহালি ঘৰৰ ওচৰৰ ৰবাব টেঙা জোপা এইবাৰ প্ৰথম ফুলিছে। আপুনি দেখেছেনে? সন্ধিয়া সময়ত পাটগাভৰু ছোৱালী এজনী বহি থকা যেন লাগে।'★★

# ভৰদক

## নবীন চন্দ্ৰ শৰ্মা

: কাপৈই ক'লৈ গ'ল অ' ছলিৰ মাক?

: পুখুৰীলৈ।

: অ এটা কথা নহয়, কাপৈই ডাঙৰ হৈ আহিল।

: অ'তো, গাত কাপোৰ দিবলগীয়া হ'লেই।

: আমাৰ একেটি জীয়া, আগলৈও নাই পিছলৈও নাই। ধৰম কৰি বিয়া দিলে কেনে হয় অ' ছলিৰ মাক?

: ভালেই হয়।

: পিছে দৰা লাগিল নহয়। কলীয়া কেনে হ'ব?

: এবাতো বেয়া নহয়। তেওঁ বুলি আগতে গণক দেহিক মাতি আমি ভাইগাখন চোৰাবৰ লাগিল। আইৰ ঘৰত থাকোঁতে মোৰ ভাইগ সবদ দেউৰে চাই দিছিল। আমাৰ ঘৰৰ এক বিঙৰ বাটত্তে দৰা থকা বুলি কৈছিল। সেই কথা জানো আখৰে আখৰে ফলা নাই?

কাপৈই বাপেক বৈহগুই, ঘৈণীয়েক দৰকিনাৰ ইংগিতটো নুবুজাকে নাথাকিল। অতীতৰ মধুৰ সোঁৱৰণে পলকতে তাক অধীৰ কৰি তুলিছিল।

বৈহগু আৰু দৰকিনাই জুহালৰ ওচৰত বহি কথা পাতি থাকোঁতেই কাপৈই মূৰত এটা আৰু কাষত এটা ভৰা পানীৰ ভোটুবালে আহি বাজনী ঘৰৰ কাঁঠিত কাষৰ ভোটুবাটো নমাই থ'লে আৰু লাহে লাহে মূৰৰ ভোটুবাটো নমাই আনি কাষতলৈ ভিতৰৰ হাইহালৰ মুখতে ধানখেৰৰ কোধাবীটোৰ ওপৰত সাৱধানে বহৱাই থ'লে। কলহটোৰ মুখত কোৰকা এটা দি জুহালৰফালে যাবলৈ ধৰোঁতেই কলীয়াৰ নামটো মাক-বাপেকৰ মুখত শুনি তাইৰ আৰু বুজিবলৈ বাকী নাথাকিল।

আনন্দত তাইৰ বুকুখন ফুলি উঠিল। মূৰৰ পৰা ভৰিলৈ এটি অজান শিহৰণ জাগিল। কলীয়াক যেন কলীয়া গোহাঁয়ে তাইৰ কঁপালত মিলাব।

দীঘল চুলি কোছৰে, পাহোৱাল ডেকা কলীয়া। কলীয়াৰ এবাৰ মাত শুনিবলৈ গাঁৱৰ উঠন গাভৰুহঁতবো বৰ হেঁপাহ। তাৰ মঙহাল কলাফুল দুটা মিটিকিয়া হাঁহিটি, বেঁকা চাৱনি, মিঠা মিঠা গীত বাৰু শালৰ চাপনিৰ কোন গাভৰুৱে পাহৰিব পাৰে?

কলীয়া বৰ গৰখীয়া। মাছ মাৰিবলৈ যোৱা, ভুঁই বলৈ যোৱা। মাছ ভুলিবলৈ যোৱা গাভৰুহঁতক লক্ষ্য কৰি সি লগাই দিয়ে নাঙেলী গীত—

"বৃন্দাবনতে কৃষ্ণ গোহাই গৰু চাৰে
লগত শিশুকে লই।
নন্দৰ গোৱালী দেখি বনমালী
মোহন বংশীকে বাই।।
সকলো শিশুকে একত্রিত কৰি
নাঙেলী গীতকে শিকায়।
সিদিনাৰে পৰা গৰখীয়া সবে
নাঙেলী গীতকে গায়।।"

লগৰীয়া গৰখীয়াসকলেও জাত লগাই লগাই ধৰে।

গাঁৱলীয়া গাভৰুহঁতো কিন্তু পৰি মৰা বিধৰ নহয়। গৰখীয়াহঁতৰ হাতত জানো সিহঁতে সহজে হাৰ মানিব? কেতিয়াও নামানে। পাহেই, সোণেই, ৰথেই, পাখেৰী, পখিলী, পয়মালী আদি গাভৰুহঁতেও গৰখীয়াহঁতক মনত থকাকৈ এপালি দিবলৈ ইচ্ছা কৰিলে। গাভৰুহঁতৰ মাজৰ পৰা পাহেই আৰম্ভ কৰিলে—

"বৃন্দাবনতে কৃষ্ণ গোহাই গৰু চাৰে
লগতে শিশুকে লই।
নন্দৰ গোৱালী পানী আনিব যায়
কাষতে কলচী লই।।
গৰখীয়া সঙ্গে কলীয়া বনমালী
গোপীসকক জোকায়।
গোপীসবে মিলি কলীয়াক নিন্দি
যশোদা ৰাণীক লগায়।।

পাট-গাভৰু ৰূপেইও পিছ পৰি থকা বিধৰ ছোৱালী নহয়। তায়ো পাহেইৰ লগতে গৰখীয়াসকলক উদ্দেশ্য কৰি বিশেষকৈ কলীয়াক লক্ষ্য কৰি লগাই দিলে—

হয়নে অ বৰ গৰখীয়া কাই
তই বোলে বৰ ডকৰা।
ডকৰা হলি ঐ পিছে নাপাবি ঐ
মনে খোৱা চিকুণ ভৰা।।

কলীয়াই ৰূপেইৰ ইংগিত নুবুজাকৈ নাথাকিল, ৰূপেইক ভালকৈ জব্দ কৰিবলৈ বুলি সিও লগাই দিলে—

"থাপাত থুপুত কৰি খুন্দেই পিঠাগুৰি

কাবাৰ ফুটা বিয়া হ'ল

আমাৰ আইটীৰ          লাজো নাই, কাজো নাই

ফুটা বিয়া খাবালে গেল।"

ৰূপেই ধৰা পৰি গ'ল। দুদিনমান আগতে তাই মজেইৰ তোলনী বিয়া খাবলৈ গৈছিল। বৰ গৰখীয়া কলীয়াৰ চকুত তাই ধূলি মাৰিব পৰা নাই।

এইদৰেই সিহঁতৰ দিনবোৰ পাৰ হৈ যায়। জীৱনৰ দুখ-বেদনা, অভাৱ-অভিযোগ, আকাল আৰু হাঁহাকাৰ গাঁৱলীয়া ডেকা-গাভৰু, আবাল বৃদ্ধ বণিতাৰ নিত্য সহচৰ, প্ৰাণৰ লগৰী। সিহঁতে পৰিশ্ৰম কৰে—বয়স আৰু শক্তিৰ কথা পাহৰি— উদ্দেশ্য শাকে-পাতে দুসাজ ভাত আৰু দুখন কাপোৰ। তাতকৈ বেছি সিহঁতে নিবিচাৰে। ধনী আৰু সুবিধাবাদীৰ লগত হিহা নকৰে কোনো দিনে। ধনী মানুহে লাভ কৰা সুখ-সমৃদ্ধি পাবলৈ গঞা ৰাইজে হেঁপাহ নকৰে। সিহঁতক লাগে জীয়াই থকাৰ নিম্নতম সুবিধাকণ। শিক্ষা-দীক্ষাৰ পৰাও গাঁৱলীয়া ৰাইজ বঞ্চিত। সভাই-সমিতিয়ে ৰাজনৈতিক নেতাই, মন্ত্ৰী, এম.এল.এ আদিয়ে গঞা ৰাইজৰ জয় গান গায়। ৰেডিঅ'ত গীত প্ৰচাৰ কৰে— গাওঁবাসীক উদ্বুদ্ধ কৰি

'গাবৰ ল'ৰা গাঁৱে গাঁৱে

বন্তি জ্বলাই যাওঁ আমি।'

এইয়া যেন অন্তঃসাৰশূন্য গীত। বক্তৃতা, গীতত, লেখাত নেতা, গীতিকাৰ, সাহিত্যিক গঞা ৰাইজৰ প্ৰশংসাত শতমুখ। সাহিত্যই যদি জনতাৰ, ৰাইজৰ, গঞাৰ দাৰিদ্ৰৰ বিৰুদ্ধে সংগ্ৰাম ঘোষণা কৰিবই নোৱাৰে সি কিহৰ সাহিত্য? ৰাজনীতিয়েও গাওঁবাসীক শোষণমুক্ত কৰিব পাৰিব লাগিছিল। শ্ৰেণী সংগ্ৰামৰ বিৰুদ্ধে সৰবসকলেও গঞা ৰাইজৰ বিকাশ আৰু উন্নতি কোনোদিনে কাৰ্যতঃ নিবিচাৰে। যেতিয়ালৈকে দেশত গাঁওবাসীৰ ওপৰত শোষণ চলি থাকিব তেতিয়ালৈকে প্ৰকৃত গণতন্ত্ৰ, প্ৰকৃত স্বাধীনতা প্ৰতিষ্ঠিত হ'ব নোৱাৰে।

গাওঁবাসীৰ দুখ-দুৰ্গতি, অভাৱ-অভিযোগ, শিক্ষা-দীক্ষা স্বাস্থ্য-পাতি আদিৰ বিষয়ে মূৰ ঘমাবলৈ কাৰো সময় নাই। নিৰ্বাচনৰ সময়ত কেৱল গঞা ৰাইজলৈ মনত পৰে। তেতিয়া ৰাজনৈতিক নেতাসকলৰ চকুত ওলায় ঘঁৰিয়ালৰ চকু পানী। এয়ে আমাৰ আজাদী, এয়ে আমাৰ সমাজ ব্যৱস্থা। গঞা ৰাইজে খেতি কৰে- বানপানী, অনাবৃষ্টি, অভাৱ-অনাটন, শোষণ আদিয়ে সিহঁতক পঙ্গু কৰি পেলায়। দিনে দিনে সিহঁত দুখীয়া হৈ যায়; বছৰে বছৰে সিহঁত দাৰিদ্ৰ্যৰ সীমাৰেখাৰ তললৈ গৈ থাকে।

পেটৰ পোৱণি, দুদুখৰী কাপোৰৰ অভাৱ, এশ এটা ৰোগ-ব্যাধিৰে পীড়িত হৈও গঞা ৰাইজে প্ৰকৃতিৰ আৱাহন, ৰূপৰ হাতবাও, বতৰৰ গীত আদিৰ প্ৰতি পিঠি দিব পৰা নাই। জীৱন ৰথৰ চকৰি পেটৰ জুই আৰু বুকুৰ জুইৰ পোৱণি তেওঁলোকৰ বাবে সমানেই গুৰুত্বপূৰ্ণ।

জীৱন-মাজুলীত কপৌ ফুলে। বুঢ়া আজাৰৰ দেহত যৌৱনৰ ঢল নামে। কুলিয়ে পীৰিতিৰ পকাফলৰ সোৱাদ জনায়। কপৌৱে বিনায়। বৰষামুখৰ আকাশে আই বসুমতীৰ গৰ্ভত বৃষ্টি বীৰ্য সিঁচে। প্ৰকৃতিয়ে জীৱন বাঁহীত প্ৰেম আৰু প্ৰণয়ৰ অপূৰ্ব সংগীতৰ মূৰ্ছনা তোলে।

ৰূপেই কিনো মন মাৰি আছ অ? বহাগ দুমেহী আহিবলৈ বেছি দিন আৰু নাই- মুঠেই এসপ্তাহ আৰু চাৰিদিন। এই দেখোন বিহুৰ যোগাৰ কৰাই নাই।

— ৰূপেই লগৰী সাজেই সখীয়ে মিচিকিয়া হাঁহিটিৰে সুধিলে।

ঃ কিনো ক'বি সখী। পিতাই কালিৰে পৰা টকা আঠোটা বিচাৰি ফুৰিছে। সূতা কিনিবলৈ ঘৰত ফুটা কড়ি এটিও নাই। আইৰ চুঙাত হাঁহ আৰু পাৰ বেছি পোৱা চাৰিখন এটকীয়া নোট আছিল। তাৰে দুমুঠা সূতা আনি কোনোমতে দীঘটো তুলিম বুলি ভাবিছিলোঁ। পিছে কণা বিধিয়ে দুখীয়া দুখলৈ চাব জানো? দুখীয়া দুখ-নিগনিয়ে নোটকেইখন কুটি থৈছে। দুখতে আয়ে কালিৰে পৰা এটাপা পানীও ভিতৰ কৰা নাই।

ঃ পিতাৰে কিবা কৈছে নেকি?

ঃ পিতাই কি ক'ব আৰু? আইক বকিছে। পিতায়ো একো খোৱা নাই। কেৱল পইচা বিচাৰি ফুৰিছে।

ঃ মোৰ হাতত এটকা আৰু দুকুৰি দহ পইচা আছে। তাকে তোক আনি দেও ৰহ।

ৰূপেই দুখত দুখী হৈ সাজেই তিলকতে চৰাইটোৰ নিচিনাকৈ উৰা মাৰিলে।

তেনেতে ৰূপেইৰ পিতাক ক'ৰবাৰ পৰা ওলালহি। জীয়েকে আথে-বেথে পিতাকৰ মুখলৈ চাই ক'লে।

ঃ পিতাই কিবা দিহা হ'ল নে?

ঃ অ' হৈছে ৰহ।

ঃ ক'তনো পালি?

ঃ ছলিক তিনিমাহৰ কাৰণে গৰখীয়া থ'বলৈ ঠিক কৰি আগধন ৰূপে হলিৰাম মহাজনৰ পেৰে ৰূপ পাঁচোটি আনিছোঁ।

এফালে বিহুৰ আনফালে তাইৰেই একমাত্ৰ ভায়েকক তিনিমাহৰ বাবে লোকৰ ঘৰত চাকৰ.....।

দুখীয়াৰ বাবে বিহু নহয় নেকি?

তাই আৰু ভাবিব নোৱাৰিলে।

..... পাছদিনা বৈহুগুই হাটৰ পৰা চাৰিমুঠি সূতা আনি দিলে। সূতা পাই ৰূপেই সকলো দুখ পাহৰিলে। মনৰ উছাহতে অকলশৰে তাই সূতাত মাৰ দি শুকাই একেদিনৰ ভিতৰতে উৰাত সূতা লৈ বাটি কাঢ়ি কণা বাছি পিছদিনা ব-তুলি শালত তুলিলে।

তাই বিহান বুই উলিয়ালে।

মানুহ বিহুৰ দিনা তাই গৈছিল কলীয়াইতৰ ঘৰলৈ বিহান এখান লৈ। কলীয়াক সেৱা এটি কৰি তাই বিহানখান দিলে।

কলীয়াই মূৰত ধৰি ৰূপেইক তুলি ধৰিলে। সি বুকুৰ ছাল খেদাই পাৰি আনি থোৱা বহুবৰ্ণী কপৌফুল এপাহ তাইৰ খোপাত পিন্ধাই দিলে।

: শুন অ ৰূপেই। তোক নাপালে মই কিন্তু আনক বিয়া নকৰাওঁ দেই। আই-পিতাই কেইবাদিনো তোক মোলৈ বিয়া কৰোৱাৰ বিষয়লৈ কথা-বতৰা পাতিছে দেই। বিহু ভাঙা দেউলৰ পিছতে ভাৱ-ভেটীলৈ বিয়া সুধিবলৈ যাব।

নিলাজী লতাৰ দৰে লেউসেউ হৈ ভৰিৰ বুঢ়া আঙুলীৰে মাটিত আঁক দি ৰূপেই থিয় হৈ থাকিল। মুখেৰে হা-না নকৰিলে। ভিতৰে ভিতৰে তাই বৰ খুচি হৈ গ'ল।

: বেয়া পালি নেকি অ।

: কিনো কৈছা অ' কাকা। আমাৰ নিচিনা দুখীয়া মানুহৰ জানো কোনোবা দিনা বিয়া হ'ব?

: কিনো ক অ'।

: বিহানৰ বাবেই ছলিক....

তাই আৰু ক'ব নোৱাৰিলে। তাইৰ চকুৰ পৰা অবাৰিত গতিত দুখীয়াৰ একমাত্ৰ সম্বল চকুৰ পানী বৰলৈ ধৰিলে। ধৰা পৰাৰ ভয়ত তাই লৰ মাৰিলে।

ৰূপেই পাটগাভৰু হ'ল। মাকৰ চিন্তা লাগিল বুকুত পিন্ধা মেখেলা আৰু মূৰত লোৱাৰ বাবে।

আকৌ পইচা।

সঁচৰ পাঠী ছাগলীটোকে বেচি সূতা আনি দৰকিনাই মেখেলা আৰু মূৰত লোৱা এখন দুদিনৰ ভিতৰতে বুই উলিয়ালে।

থেকেৰা বেন্নী বুঢ়ীক মাতি অনালে দৰকিনাই। ৰঙা চাহ এবাটি খুৱাই দৰকিনাই, বুঢ়ীক কাণে কাণে কিবা কিবি ক'লে।

বৰ ঘৰৰ ভিতৰলৈ ৰূপেইক মাতি নিলে বুঢ়ীয়ে। লাহেকৈ দুৱাৰখন জপাই দি দুৱাৰ হেঙাৰ দিয়া বাৰিডাল লগাই দিলে। ৰূপেই থতমত খাই থিয় হৈ থাকিল। বুঢ়ীয়ে ৰূপেইৰ চুলিখিনি চুচি-মাজি দি কলদিলীয়া খোপা এটি বান্ধি দিলে। কঁপালত সেন্দুৰৰ ৰঙা, ফোঁট এটি দিলে।

বুঢ়ীজনীৰ মুঠেই লাজ নাই। কিনো কৰে তাইক? বুকু ঢকা গামোছাখন বুঢ়ীয়ে গুচাই দিলে। বেলটোৰ নিচিনা দুটি মঙহাল কিবা ওলাই পৰিল। বুঢ়ীয়ে সোলা মুখ মেলি হাঁহিবলৈ ধৰিলে। হাঁহিবলৈ এৰি বুঢ়ীয়ে গাবলৈ ধৰিলেঃ

"কদমৰ তলতে ধুলাইদি উমলো এ

অ হৰি ধুলাইদি উমলো না লই,

অ আয়ে কাটাৰ কোটোৰ কৰে এ

কি চৰেই বিচনাৰে লগৰী না লই।
কন্দেই গাছুতে অ মৌৰে বাহা ললা এ
পিতাই পাৰি দিয়া খাওঁ হে ৰাম,
ফুলাম মেখেলা উলাই দিয়া মোক
আই মই শহুৰীক যাও হে ৰাম।"

ঃ গজমুৰী থিয়া হৌৱেই। কিনো লাজৰ কথা। আমাকো এনেদৰে গাত কাপোৰ দিছিল।

ৰূপেই থিয় হ'ল। বুঢ়ীয়ে নতুন মেখেলাখন ৰূপেই মূৰেৰে সুমাই দিলে। কঁকালত পিন্ধি থকা কাপোৰখন বুঢ়ীয়ে সোলোকাই দিলে। ৰূপেইৰ সন্মুখলৈ আহি বুঢ়ীয়ে নতুন মেখেলাখন বুকুত পিন্ধাই দিলে – লোট এটা বাওঁহাতে গুজি দি। মূৰত লোৱাখন গাত মেৰাই দিলে।

ৰূপেই আগৰ দৰে হালি-জালি নুফুৰা হ'ল। তাইৰ মন সাগৰত কলীয়া চিন্তাই কিন্তু দুৰু দুৰুকৈ কঁপনি তুলি থাকিব।

তোলনী বিয়া খাবলৈ তাই এৰিলে। মাকে তাইক আকাৰে ইংগিতে বুজাই দিলে যে, আনৰ তোলনী বিয়া খালে তাইৰো সোনকালে তোলনী বিয়া হ'ব।

ঃ দহু ভাণ্ডাৰ নহওঁতেই ৰূপেইক বিয়া দিম। বৈহগুই দৰকিনাক ক'লে।

ঃ টকা পইচা?

ঃ ছলিক দুবছৰৰ কাৰণে মহাজনৰ ঘৰত গুৰখীয়া থওঁ। আগধন হিচাপে কেইকুৰিমান টকা আনো।

ঃ যেনে ভাল হয় তেনে কৰাই উচিত।

ঃ আগতে গণক দেহিক মাতি আনি চোৱা চিতা কৰোঁ।

পিছদিনা গণক দেহিক মাতি আনিলে। গণক বাপু আহিল। আগপাতত 'নৈবেদ্য' এখন দি চাকি বত্তি আৰু ধূপ-ধূনা জ্বলাই দিলে। গণক বাপু পাটীত বহিল। তেওঁ পাঁজি-পুথি উলিয়াই গণিবলৈ ধৰিলে।

ঃ বৈহগু কাই, ৰূপেইক ইয়ালে মাতা।

গণক বাপুৰ কথামতে ৰূপেইক মাকে লৈ আহিল। ৰূপেইক বহিবলৈ দি গণক বাপুৱে ফুল, চাউল ছটিয়ালে।

একমাত্ৰ কন্যাৰ অনাগত ভৱিষ্যত জানিবলৈ অপেক্ষা কৰি ওচৰতে বহি থাকিল মাক-পিতাক দুয়ো। দুয়োৰে মন উগুল-থুগুল।

গণক বাপুৱে ৰূপেইৰ বাওঁহাতখন মেলি পিটিকি পিটিকি হাতৰ ৰেখাবোৰ চাবলৈ ধৰিলে। ৰূপেই অন্তৰ সাগৰত থৌকি-বাথৌ টৌ উঠিল। কলীয়া গোঁসাইহঁতে তাই আগবঢ়াইছে সাত সেৱা- তাই মনৰ কামনা পূৰ কৰিবলৈ।

গণক বাপুৱে ৰূপেইৰ সোঁহাতখনো চালে। তাইৰ কৌতূহল আৰু বাঢ়ি গ'ল। গণক বাপুৱে ৰূপেইৰ সোঁহাতখন থৈ আকৌ বাওঁহাতখন চাবলৈ ধৰিলে। বাপুৰ মুখখন গহীন হৈ উঠিল। কঁপালৰ ৰেখাবোৰ কোঁচ খালে। দৃষ্টি অলৰ-অচৰ হ'ল।

গণক বাপুৰ চেহেৰা দেখি বৈহুও আৰু দৰকিনাৰ বৰ ভয় লাগিল। ভাইগে বা কি কয়?

গণক বাপুৰ মুখেৰে অতৰ্কিতে ওলাই আহিল। ৰূপেই বিয়া হ'ব নোৱাৰে। ৰূপেই দুয়োখন হাতত‌ে ত্ৰিশূল আৰু ডম্বৰুৰ চিন আছে। শিৱ গোসাঁইৰ নামত ৰূপেইক দিব লাগিব। শিৱ-পদ্মাৰ চৰণত ৰূপেই আত্মসমৰ্পণ কৰিব লাগিব। ইয়াৰ অন্যথা হ'ব নোৱাৰে।

ৰূপেই মূৰত যেন বিনা মেঘে বজ্ৰপাত হ'ল। তাইৰ সপোনৰ সংসাৰ আশাৰ বহুবৰ্ণী স্বৰ্ণ সৌধ নিৰ্মিবতে ছাৰখাৰ হৈ গ'ল। তাই ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে। দৰকিনা থিতাতে মূছকছ্‌ গ'ল। নিৰুপায় হৈ বাপেকেও কান্দিবলৈ ধৰিলে।

এইয়া ভাইগৰ বিচাৰ, দৈৱৰ বিধান।

সেই ৰাতিয়েই ৰূপেই এটা সপোন দেখিলে; পদ্মাৱতীয়ে হনু ৰূপেইক কৈছেঃ "তুমি দেওধেনী হ'ব লাগিব। তুমি মোৰ লীলা-বৈভৱ ৰূপায়ন কৰিব লাগিব।"

দেবী পদ্মাৱতীৰ আদেশ ৰূপেই শ্ৰদ্ধা আৰু ভক্তিৰে মূৰ পাতি ল'লে।

পিছদিনাৰ গধূলি কলীয়া আহিছিল ৰূপেইহঁতৰ ঘৰলৈ। আৰ মুখে তাৰ মুখে কলীয়াই কথাটো শুনিছিল যদিও নিজে কথাটো বুজ ল'বলৈ গ'ল।

ঃ ৰূপেই ঘৰত আছেনে?

কলীয়া মাত শুনি তাই আমন-জিমনকৈ বৰ ঘৰৰ কাঠিলৈ ওলাই আহিল। তাইৰ চকু দুটা ঔৰ ফুলৰ দৰে ৰঙা। চুলিবিলাক আউল-বাউল। মুখখন নিস্তেজ।

ৰূপেইক দেখি কলীয়াই মাত লগালে–

ঃ এইবোৰ কি হ'ল?

তাই নীৰৱ।

ঃ কিনো হ'ল নকব কিয়? মোৰে শপত।

ঃ শুনা নাই জানো?

ঃ শুনিছোঁ।

ঃ পিছে?

ঃ হাতৰ ৰেখাৰ বিচাৰমতেই চলিবি জানো? মানুহে নিজৰ মনৰ বলেৰে নিজৰ ভাগ্য সলনি কৰিব পাৰে। আমি আমাৰ মতে আগবাঢ়ো। শিৱ বুঢ়া গোসাঁই আৰু ভগৱতী পদুমাই আমাক দয়াহে কৰিব, খং নকৰে।

ঃ নাই, নাই। মোৰ কঁপালত বিধাতাই বিয়াৰ সুখ নিদিলে। কঁপালৰ লেখন খণ্ডন নাযায়। তোক মই নাপালো।

চকুলোৰে দুয়োগাল তিয়াই থোকাথুকি মাতেৰে তাই কথাষাৰ কৈ উঠি দুয়োখন

হাতেৰে মুখখন ঢাকি ধৰিলে।

ৰূপেইৰ দুখ দেখি কলীয়াৰ মুখৰ মাত হেৰাল। বহুত ভাবি-গুণি সি ক'লে— ব'ল আমি আমাৰ মতে কাম কৰোঁ।

: নোৱাৰোঁ, নোৱাৰোঁ, মই নোৱাৰোঁ। মই আই পদুমাইক কথা দিছোঁ। কথা কেনেকৈ এৰোঁ?

: মই কি কৰোঁ।

: বিয়া বাৰু কৰেই সুখে-সন্তোষে থাকিবি অ কাকা।

: নাই, নাই। মই আৰু কোনো দিনে বিয়া নকৰাওঁ। তোক কথা দিয়া নাছিলোঁ জানো? সেই কথা কেনেকৈ পাহৰিম? তোক পাহৰি মই আন এজনীক কেনেকৈ বুকুৰ আপোন কৰি পাম?

সৰু ল'ৰাটোৰ দৰে সি উচুপিবলৈ ধৰিলে। তাৰ কান্দোন দেখি তাইৰ যেন হিয়াখন ভাঙি গ'ল। তায়ো উচুপি উচুপি ক'লে— মোৰে শপত তই তেনে নকৰিবি অ' মোৰ দেহ লাউটো।

— এয়া যেন ৰূপেইৰ প্ৰেম আৰু প্ৰণয়ৰ কাতৰ অনুৰোধ।

: নাই, নাই। ময়ো পালী হ'ম। মই জয়ঢোল বজাম, মোৰ জয়ঢোলৰ ছেৱে ছেৱে তই নাচিবি। ময়ো নাচিম। ভৰদকৰ দিনা আমি দুয়ো নিজকে পাহৰি নাচিম— কেৱল নাচিম। নাচি নাচি আই ভগৱতী পদুমাই চৰণ তলত আমি নিজকে শেষ কৰি দিম। আইৰ চৰণ যুগলত আমাৰ বিয়া হ'ব জয়ঢোলৰ... দেওবাদীৰ চেৱত।

"তেই তেই কেন্ কেন্ কেন্

কেন্ তেই কেন্ তেই কেন্ কেন্।।"★★

# পদুমীৰ মন

পৰমানন্দ ৰাজবংশী

খিৰিকীখন খুলিলেই পদুমীয়ে প্ৰায়ে সেই মানুহজনক দেখা পায়। যিজন মানুহে ওচৰৰ গুম্‌টিটোৰ পৰা হঠাৎ এদিন চেফ্‌টি পিন কেইটামান আনিবলৈ যাওঁতে তাই লগ পাইছিল। মানুহজনে গুমটিটোতেই পাণ খাই তাইৰ লগে লগেই আহিছিল। তেওঁ নিজেই ওচৰৰ ভাড়াঘৰটোত থাকে নেকি সুধিছিল। সুধিছিল বিয়া হোৱাৰ কিমান দিন হ'ল। পদুমীয়ে লাজ লাজকৈ উত্তৰ দিছিল। এই প্ৰথম গুমটিটোলৈ আহিয়েই তাই অচিনাকি মানুহজনৰ সন্মুখীন হ'বলগীয়া হ'ল। এতিয়া এই মানুহজনে 'তেওঁক' লগ পোৱাৰ কথা নক'লেই হ'ল। ক'লে যে তাইৰ কি অৱস্থা হ'ব। তেওঁ দঢ়াই দঢ়াই কৈছে বাহিৰ নোলাবলৈ। দৰ্জা-খিৰিকী নুখুলিবলৈ। মানুহবোৰৰ বিশ্বাস নাই। অকলে থকা বুলি ক'লে কিবা সুবিধা লয়। পদুমী এই তিনি মাহ হ'ল এইদৰে থকা, এদিনো অকলে বাহিৰ ওলোৱা নাছিল। পিছে সিদিনা চেফ্‌টি পিনকেইটা নহ'লেই নহয়। তাইৰ আগৰ ব্লাউজকেইটা আজিকালি বুকুত টান মাৰি ধৰে। বোধহয় বুকুখন আগতকৈ ওখ হৈছে। ওখ নহ'বনো কিয়। অনবৰতে তেওঁৰ স্পৰ্শ পায় থাকে যে। সেয়ে পিনেৰে ব্লাউজকেইটা ঠিক কৰি পিন্ধি লয়। প্ৰায় দৌৰি গুমটিটোলৈ যাব। পিনকেইটা কিনিয়েই ঘৰলৈ দৌৰ দিব। তেওঁ ঘূণাক্ষৰেও গম নাপাব। পিছে ভৱা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। ক'ৰপৰা আহিল বা আকৌ এই আদহীয়া ব্যক্তিজন। মানুহজনক কেতিয়াবা তেওঁলোকৰ ঘৰৰ সমুখৰ পথেৰে গ'লে দেখা পায়। এই মানুহজনে তেওঁক গুমটিলৈ বস্তু কিনিবলৈ যোৱা বুলি গম পালে মোৰ প্ৰতি বিশ্বাস নাইকিয়া হ'ব। বিশ্বাস নাইকিয়া হ'লে কি ঠিক পুনৰ গাঁৱলৈ খেদি পঠিয়াব। পদুমীক গাঁৱৰ পৰা তেওঁ পলুৱাই আনি কামাখ্যা মন্দিৰলৈ লৈ গৈ বিয়া পাতি এই ভাড়াঘৰত ৰাখিছে। পিছে এনে দুচিন্তাৰ মাজতো কিয় জানো সেই আদহীয়া মানুহজনৰ মন্তব্য কিছু পদুমীয়ে সংগোপনে নিজৰ হৃদয়তেই সাঁচি থৈছে। আলফুলে নিজৰ ভৰি দুখনত নুপুৰ পিন্ধি লৈ বিছনাৰ ওপৰত ভৰি দুখন মেলি লৈ উবাই-ঘূৰাই চাইছে। সঁচাকৈ মানুহজনে কোৱাৰ দৰে তাইৰ ভৰি দুখন সুন্দৰনে? ধুনীয়ানে? ভৰি দুখনৰ বাবে এযোৰ ভাল চেণ্ডেল কিনিবলৈ, পিন্ধিবলৈ কাৰ মন নাযায় বাৰু?

মানুহজনো যে কি অদ্ভুত। প্ৰথম লগ পাওঁতেই ইমানখিনি কথা ক'ব পায়নে?

তোমাৰ ধুনীয়া শৰীৰটোৰ মোৰ আটাইতকৈ ভাল লাগিছে ভৰি দুখন। পিছে এযোৰ ভাল চেণ্ডেল নথকাৰ বাবেই বোধহয় ভৰি দুখনৰ সৌন্দৰ্য নষ্ট হ'ব এতিয়া।

অ' ৰাম- মাউৰত মৰাটোৱে মোৰ চকু-মুখ, বুকু, কঁকালৰ পৰা ভৰিলৈকে একো চাবলৈ বাকী এৰা নাই তেন্তে? ইমান কম সময়তে সি তাইক তন্ন তন্নকৈ চাই পেলালে।

থুই, থুই। পদুমীয়ে নিজৰ বুকুতেই থুৱালে। তাৰ নজৰত পৰিল যেতিয়া কিবা এটা নহ'লেই ৰক্ষা।

তাইৰ ভৰি দুখনৰ কথা গাঁৱৰ বান্ধৱী তৰা, কদমীহঁতেও প্ৰায়ে কৈছিল। কৈছিল সেই জহনীত যোৱাকেইটাই। যিকেইটাই সদায় তাইক ফুচুলাই আছিল। পদুমী তোৰ চকুযুৰি বৰ ধুনীয়া অ'। পদুমী তোৰ বুকুখন বৰ মৰমলগা। পদুমী তোৰ ভৰি দুখন পদুমৰ ঠাৰিৰ দৰে অ'। আইতাক, মাকেও তাইৰ ভৰি দুখন যতন ল'বলৈ তাইক বৰকৈ সকীয়াই আছিল। গাঁৱলীয়া আলি-পদূলি, পথাৰ আদিত কেতিয়াবা ভৰি দুখনে কষ্ট পাইছিল। তাই সেই বাঁহৰ বিছনাখনত ভৰি দুখন তুলি লৈ কিমান যে তদাৰক কৰিছিল। কিন্তু ক'তা, কোনো এজন জহনীত যোৱাই দেখো তাইক বিয়া কৰাবলৈ আগবাঢ়ি নাহিল। অ' তহঁতে জিৰণীয়া মৌৰ দৰে মোৰ দেহত মৌবাহ সাজি পিছত গুচি যাবলৈ খুজিছ? মোৰ দৰে দুখীয়া, টোকোনাৰ ছোৱালী এজনীক সাহসেৰে বিয়া কৰাবলৈ হ'লে মনটো নাই? কিন্তু মৰম দিবলৈ, পাবলৈ হ'লে মনটো। যদি তেওঁ নগ'লহেঁতেন.....।

পিছে সেই আদহীয়া মাউৰত মৰাটো আৰু এদিন ছেগ চাই তাইৰ ওচৰলৈ আহিল। দুপৰীয়া। তাই সমুখৰ বাঁহৰ বেৰত কাপোৰ মেলিবলৈ গৈছিল। তাইক দেখিয়েই ওচৰৰ ঘৰটোৰ পৰা সি সোমাই আহিল। তাইৰ বুকুখন চিৰিংকৈ গ'ল। এই মাউৰত মৰাটো বা কি মতলবত এই দুপৰীয়া আহিছে। তাই চিধাই ভিতৰ সোমাই দুৱাৰগৰীয়াত থিয় হৈ বেৰত আউজি ৰ'ল।

ভয় খাব নেলাগে। আছে যদি চাহপাত কেইটিমান দিয়কচোন। নাই এইমাত্ৰ আহি পাইছো। চাহ খাবলৈ বৰ মন গৈছে। ঘৰত অকণো চাহপাত নাই। এই দুপৰীয়া দোকানো বন্ধ।

পদুমীয়ে মানুহজনক বিশ্বাস কৰিলে। তাই ভিতৰলৈ গৈ কাগজত মেৰিয়াই চাহপাত কেইটিমান লৈ আহি তাক দি দিলে।

ধন্যবাদ। আপোনাৰ স্বামী বৰ ভাগ্যবান। আপোনাৰ দৰে এগৰাকী ৰূপৱতী, গুণৱতী পত্নী পাইছে। পিছে তেওঁ দুৰ্ভগীয়াও। এনেদৰে আপোনাক দিনটো এৰি থৈ যাবলগীয়া হোৱাৰ বাবে। তেওঁ বাৰু ক'ত কাম কৰে?

পদুমীয়ে মানুহজনৰ কথা শুনি মূৰ জোকাৰিলে। অৰ্থাৎ নেজানো। মানুহজনে আত্মবিশ্বাসৰ হাঁহি এটা মাৰি ক'লে— স্বামীৰ সকলো কথা পত্নীয়ে জানিব লাগে বুলি ঠিক তেনেধৰণৰ কোনো কথা নাই।

মানুহজন যাবলৈ খুজি পুনৰ বৈ গ'ল।

মই অকণমান আপোনাক উপকাৰ কৰিব খোজো। আপুনি আজিয়েই সন্মতি দিব নালাগে। ভাবি-চিন্তি দিলেই হ'ব। মই অকলশৰীয়া মানুহ। বিয়া কৰাইছো। মানুহজনী ঢুকাই থাকিল। বিয়া আৰু কৰাবলৈ মন নগ'ল? সন্ধিয়া কামলৈ ওলাই যাওঁ। এই চহৰৰে এখন সাপ্তাহিক কাকতত কাম কৰো। মাজৰাতি আহোঁ। মোৰ বৰ মন গৈছে আপোনাৰ এই ধুনীয়া ভৰি দুখনৰ বাবে এযোৰ ধুনীয়া চেণ্ডেল কিনি দিবলৈ।

পদুমীৰ বুকু পুনৰ ধপধপাবলৈ ধৰিছিল। এনেবোৰ কথাও নিঃসংকোচে মানুহজনে ক'ব পাৰেনে— আনৰ স্ত্ৰী এগৰাকীক? নাই, মানুহজন তাইৰ মুখলৈ চাই যে আছে, গুছি যোৱা নাই। আৰু বোধহয় কিবা ক'ব।

এদিন দুপৰীয়া আধাঘণ্টামান ভিতৰতে চহৰলৈ আপোনাক লৈ গৈ চেণ্ডেলযোৰ কিনি দিব খোজো। আপোনাৰ স্বামীয়ে গমেই নাপাব। চেণ্ডেলযোৰ দেখিলে আপুনি কৈ দিব— ঘৰলৈ চেণ্ডেল বিক্ৰী কৰিবলৈ আহিছিল। সাঁচতীয়া পইচা অলপ আছিল। ল'লো। ধুনীয়া চেণ্ডেল এযোৰ, ধুনীয়া ভৰি এখনত পিন্ধিলে তেওঁ আপোনাক আৰু বেছি মৰম কৰিব। ময়ো উপকৃত হ'ম।

কি সাংঘাতিক মানুহ! কোনো দ্বিধা-সংকোচ নকৰাকৈয়ে কথাখিনি কৈ মাউৰত মৰাটো গুছি গ'ল। সেইখিনি সময়ত পদুমীৰ মনটো দুৰদুৰকৈ কঁপিছিল যদিও বিছনাত পৰি চিন্তা কৰোতে পদুমীৰ মনৰ পৰা ভয়বোৰ দেখো নাইকিয়া হ'ল। ধুনীয়া ভৰিৰ বাবে এযোৰ ধুনীয়া চেণ্ডেল। মানুহজনৰ লগত যাব আৰু আহিব। তেওঁ আহিলে ক'ব আপোনাক নোসোধাকৈ মই এই চেণ্ডেলযোৰ ল'লো। বেয়া পাইছে? তেওঁ উজ্জ্বল চকুযুৰিৰে এবাৰ তাইলৈ, এবাৰ ভৰি দুখনলৈ চাব। তাৰপিছত ক'ব— চেণ্ডেলযোৰ আনাচোন চাওঁ? চেণ্ডেলযোৰ দেখি তেওঁ উচপ খাই উঠিব, ইস্মান ধুনীয়া এইযোৰ। চাওঁ পিন্ধাচোন। পদুমীয়ে চেণ্ডেলযোৰে পিন্ধিব। তেওঁ তাইক সাৱটি ধৰি আনন্দতে কৈ উঠিব... এই চেণ্ডেলযোৰে তোমাক আৰু ধুনীয়া কৰি তুলিছে।

সঁচাই পদুমীয়ে আজিলৈকে তেওঁক সোধাই নাই, চহৰত কি কাম কৰে। আচলতে গাঁৱৰ কোনোৱেও নেজানে। তাইৰ ঘৰৰ নিচেই কাষতে পেহীয়েকৰ ঘৰ। এদিন বিহুত ফুৰিবলৈ আহিছিল। তেতিয়াই তেওঁ তাইক দেখি কি জানো ভাল লাগি গ'ল পেহীয়েকৰ ঘৰলৈ যাওঁতে সুবিধা বুজি অকলশৰে লগ পাই তেওঁ তাইক কৈছিল— তোমাক মোৰ বৰ ভাল লাগিছে। পেহীয়ে তোমাৰ কথা, তোমালোকৰ ঘৰখনৰ কথা সকলো মোক কৈছে।। মই চহৰত অকলে থাকো। কি কাম কৰো নুসুধিবা। কিন্তু তোমাক নি পুহিবলৈ মোৰ সামৰ্থ আছে। বিয়া আমাৰ নহ'ব। কাৰণ মোৰ দৰে নিম্নবৰ্ণৰ হীৰাক তোমালোক দৰিদ্ৰ টোকোণা হ'লেও উচ্চবৰ্ণ কলিতা বাবে মোলৈ বিয়া নিদিয়ে। সেয়ে, মোৰ লগত পলাই যাব লাগিব। ভাবি-চিন্তি আজি আবেলি মোক জনাবা। মাজৰাতি পলাই যাব লাগিব। কামাখ্যাত বিয়া হ'ম।

হঠাৎ অপ্ৰত্যাশিতভাৱে এজন অন্তৰংগ হ'বলৈ সুবিধা নোপোৱা ব্যক্তিয়ে একেবাৰে বিয়া হ'বলৈ তাকো পলাই যাবলৈ প্ৰস্তাব দিব তাই ভাবিবই পৰা নাছিল। চেণ্ডেলীয়াৰ পৰা আদহীয়ালৈকে কিমান যে মানুহ লগ পালে তাই। সকলোবোৰে চেণ্ডেলীয়া মাছে টোপ খুটিওৱা দি তাইক খুটিয়াইহে চায়। কিন্তু আদিলৈকে কোনো এজনেই 'বিয়া কৰাম' এই শব্দটো হ'লে নক'লে। কেতিয়াবা যদি কোনোবাক 'বিয়া কৰাবানে' বুলি প্ৰশ্নটো সোধেও তেতিয়াই লাগিব জগৰটো। মই তোমাক ভালহে পাওঁ। ভাল পালেই বিয়া কৰাব লাগিব বুলি কিবা কথা আছে নেকি? তুমি আচলতে স্বাৰ্থপৰ। স্বাৰ্থপৰ মানুহক ভাল পাব নোৱাৰি। বচ। তাৰপাছত আৰু তাইৰ বদনাম গোৱাত লাগিব সেই

স্বাৰ্থহীনসোপাই। মই বাৰু স্বাৰ্থপৰ। তহঁত স্বাৰ্থহীনমথাই ভাল পালা বুলিয়েই ব্লাউজৰ বুটাম খুলিবলৈ, মেখেলাৰ ভিতৰত সোমাবলৈ ইমান উথপথপ কিয়? আকাশৰ জোনটো, ধুনীয়া ফুলবোৰোতো তহঁতে ভাল পাব। সেইবোৰৰ দৰে মোকো নাভাবা কিয়? মোৰ ভৰি দুখন ধুনীয়া, বুকুখন ধুনীয়া বুলি কৈ চীনা জোকৰ দৰে মোৰ গাত লাগিবলৈ চেষ্টা কৰা কিয়?

বাহুনীঘৰৰ চাহৰ চৌকাত চাহ বহাই থকা ঘটবৰী খুড়ীৰ ওচৰলৈ গৈ তাই যেতিয়া দুৰুদুৰুকৈ মৰনৈৰ পাৰৰ কঁহুৱা বন কঁপাৰ দৰে মনটো লৈ বহিছিল তেতিয়া তেৰোঁ ছেগ চাই আহি সিহঁতৰ ওচৰ চাপিছিল।

পেহী, এই ছোৱালীজনীক দেখি মোৰ বৰকৈ বিয়া হ'বলৈ মন গৈছে অ'।

ঘটবৰী খুড়ীয়ে দুষ্টালিৰ হাঁহি মাৰি তেওঁক কৈছিল— কোনোবা জহনীত যোৱাই সেইফেৰা কাম কৰি পেলালে বেচেৰী এই ছোৱালীজনী বাচি গ'লহেঁতেন। দুখীয়া, টোকোনাৰ ছোৱালী বাবে কোনো বিয়া কৰাবলৈ আগবাঢ়ি নাহে। আমাৰ দৰে সৰু জাতৰ মানুহক আকৌ ছোৱালী নিদিব নহয়।

তোৰো মনে গ'লে মোৰো মনে গ'লে কি কৰিব কলিতা কুলে? যদি মন আছে মই চহৰলৈ পলুৱাই লৈ যাব পাৰো।

পদুমী ভিৰাই দৌৰ দিছিল। আৰু বা কি সাংঘাতিক কথা কৈ দিয়ে এই মানুহটোৱে। সেই গোটেইদিনটো পদুমী কিবা উৰুলীপুঙাৰ দৰে হৈ পৰিছিল। কাম-বনত ভালদৰে মন দিব নোৱাৰে। বিছনাত বাগৰ দিলেও শান্তি নাপায়। শেষত তাই সেই সিদ্ধান্তটো লৈ পেলালে তাই মানুহজনৰ লগত পলাই যাব। সন্ধিয়া পাকে-প্ৰকাৰে তেওঁক ইংগিত দি থৈ আহিল আৰু মাজনিশা....।

প্ৰথম দিনা চহৰলৈ আহি এই ঘৰটোতেই নিশা একেলগে থাকোতে পদুমীৰ ভীষণ লাজ লাগিছিল। কিন্তু মানুহজনে সিদিনা তাইৰ ৰূপৰ প্ৰশংসা কৰাৰ বাহিৰে, মৰমতে চুমা খোৱাৰ বাহিৰে আৰু বেছি আগনাবাঢ়িল। কালি কামাখ্যালৈ গৈ বিয়া হৈহে তোমাক ভালদৰে মৰম কৰিম। কি যে সাংঘাতিক মানুহ। কথামতেই কাম। পিছদিনা মানুহটোৱে তাইক মৰমেৰে উপচাই পেলালে। তাইৰ ভৰি দুখন বুকু, গাল, চকু-মুখ সকলোবোৰ প্ৰশংসাৰে, স্পৰ্শৰে উপচাই পেলালে। আস। মানুহজনে সঁচাকৈয়ে মৰম কৰিব জানে। পিছদিনা নিজ কামলৈ ওলাই যাওঁতে মানুহজনে দঢ়াই দঢ়াই ক'লে যে অনাহকত যেন তাই বাহিৰ ওলাই নাথাকে। কাকো মাত নিদিয়ে।

অথচ এই আদহীয়া মাউৰত মৰাটোৱে তাইক এইকেইদিন ভালদৰে শুবলৈ দিয়া নাই। সিদিনা ধুনীয়া ভৰিখনৰ বাবে ধুনীয়া এযোৰ চেণ্ডেলৰ লোভ দেখুওৱাৰ পৰা চিন্তাত তাইৰ চকুত টোপনি নাইকিয়া হৈছে। এখন বিস্নাত উঠি যাব। আৰু চেণ্ডেলযোৰ কিনিয়েই আহিব। নিজৰ মানুহটোৱে গমেই নাপাব। মাজে মাজে আকৌ পদুমীয়ে এনে চিন্তা পৰিহাৰ কৰিবলৈ চেষ্টা কৰে। কি লাভ চেণ্ডেলযোৰ লৈ? মানুহজনক যে তাই পাইছে সেয়াই যথেষ্ট। কিন্তু কিয় পদুমীৰ অন্তৰত লুকাই থকা আন এজনী পদুমীয়েহে

তাইক উচতাই থাকে। এজন মানুহে মৰম কৰি তোক চেণ্ডেলযোৰ দিব খুজিছে। নলব কিয়? মানুহজনে গমেই নাপাব। তই সদায় মানুহজনৰ আগত ধুনীয়াজনী হৈ থাকিব লাগে। তেহে যদি তোলৈ মৰম থাকে। দুপৰীয়া। পদুমীয়ে অকলে থাকে। কিমাননো তাই এইদৰে বিছনাত বাগৰ দিব। আমনি লাগে। ভৰদুপৰীয়া আলি-পদূলিত মানুহৰ ভীৰো কমে। বিয়া এখনত উঠি যাব। আৰু বস্তুটো কিনি আহিব। মাত্র আধাঘণ্টাৰ কাম।

আবেলি কাপোৰ চপাবলৈ আহি পদুমীয়ে মানুহজন থকা ঘৰটোলৈ চালে। হয়, হয়! মানুহজনে চিগাৰেট এডাল জ্বলাই তাইলৈকে চাই আছে। মানুহজন লাহে লাহে, অৱশেষত খৰখৰকৈ খোজ দি তাইৰ ওচৰ পালেহিয়েই।

কাইলৈ যাব?

মানুহজনে বাৰু কেনেদৰে গম পালে যে তাই কাইলৈ যাব পাৰে বুলি। বৰ সাংঘাতিক মানুহ এইজন। পদুমীয়ে মূৰ দুপিয়ালে। মই তেন্তে দুপৰীয়া বিয়া এখন লৈ অকণমান আগত, সৌ বকুলজোপাৰ তলত বৈ থাকিম। আপুনি আহিব।

পদুমীয়ে মানুহজনৰ কথাত বকুলজোপালৈ লাজ লাজকৈ চালে।

আপোনাৰ লাজ লাগিলে বৰ ধুনীয়া দেখি।

পদুমী খৰখৰকৈ ভিতৰলৈ সোমাই গ'ল। অ' আই। মাউৰত মৰাটোৱে যে কি নকয়। সেই দিনটো, ৰাতিটো পদুমীৰ নাযায়-নুপুৰাই যেন লাগিল। দিনটো ব্যস্ততাৰে কটোৱা স্বামীয়েও পদুমীৰ গতি-বিধি বৰকৈ লক্ষ্য নকৰি শুই থাকিল।

পিছদিনা মানুহজন যোৱাৰে পৰা পদুমীৰ ব্যস্ততা বাঢ়িল। আটাইতকৈ ভাল কাপোৰযোৰ অৰ্থাৎ বিয়াৰ দিনা পিন্ধা কাপোৰযোৰ তাই উলিয়ালে। বেৰত আওজাই থোৱা আয়নাখন সমুখত লৈ বহুসময় তাই মূৰ ফণিয়ালে। গালে-মুখে পাউদাৰ সানিলে? চকুত কাজল লগালে। অচিনাকি মানুহ এজনৰ লগত যাব। সেয়ে ভালদৰে সাজি-কাচি যাবই লাগিব। মাজে মাজে বুকুখন দুৰু দুৰুকৈ কঁপেও। কেনেবাকৈ যদি নিজৰ মানুহজনে গম পায়। নাপায়। যাব আৰু আহিব। এনেবোৰ কামত বুকু ডাঠ কৰিব লাগিব পদুমী ভিতৰত থকা আনজনী পদুমীয়ে যেন তাইক সাহস যোগালে। চিৰদিন তই বন্ধ কোঠাৰ মাজত থাকিলেই নহ'ব। তই গাঁৱত থকাৰ দৰে মুক্ত হৈ থাক। তোৰো সুকীয়া ৰূপ আছে। গুণ আছে। তয়ো মানুহ। তইতো একো বেয়া কাম কৰিবলৈ ওলোৱা নাই। খোলা খিৰিকীৰে পদুমীয়ে মানুহজনৰ কোঠাটোলৈ চাই পঠিয়ালে।

অৱশেষত সেই-পৰম আকাংক্ষিত সময় আহি পৰিল। মানুহজনে তাই দেখাকৈ ঘৰৰ বাহিৰলৈ ওলাল।

পদুমীয়ে খিৰিকী বন্ধ কৰিলে। পুনৰ আয়নাত নিজৰ মুখখনি চাই বাহিৰ ওলাই আহিল। দুৱাৰখনৰ তলাটো মাৰি বাহিৰলৈ চালে। হয়। বকুলজোপাৰ তলত বিয়া এখন বৈ আছে। তাই খৰখৰকৈ বিয়াৰ ওচৰলৈকে বুলি আগবাঢ়িল।

মানুহজনে আগ্ৰহেৰে আগবঢ়াই দিয়া হাতখনত ধৰিয়েই তাই বিয়াত উঠিল। বহু ধন্যবাদ। আপোনাৰ দেখিছো নিজৰ সদ্‌ইচ্ছা আছে। বিয়াৱালাই মানুহজনৰ ইংগিত পায়েই

ৰিক্সা চলালে। মানুহজনৰ গাত নিজৰ গা লগাৰ বাবে পদুমীৰ সংকোচ হৈছিল। মানুহজনেই সহজ কৰি দিলে। এইদৰে গাত গা লাগিবই। বিশেষ চিন্তা কৰিব নোলাগে। আপোনাৰ দৰে ধুনীয়া এজনী মহিলাৰ লগত বহিবলৈ পোৱাৰ বাবে মই নিজকে ধন্য মানিছো।

পদুমীয়ে লাজতে তলমূৰ কৰিলে। সেই একেই কথা মানুহজনৰ। লাজ কৰিলে আপোনাক ধুনীয়া দেখি। আমাৰ দৰে আদহীয়া মানুহবোৰে আপোনালোকক দেখিলেই প্ৰাণ পাওঁ। যৌৱন ঘিৰাই পাওঁ। আৰু বহু কিবাকিবি কৈ গৈছিল মানুহজনে। পিছে হঠাৎ ৰিক্সাখন ৰৈ গ'ল।

বাবু বাটাৰ দোকান পাই গ'লো।

বহু সোনকালে পোৱা যেন লাগিছে।

যেন অনিচ্ছাসত্বেও মানুহজন নামিল। পদুমীও নামিল। ৰিক্সাবালাক প্ৰাপ্যখিনি দি মানুহজনে পদুমীক এখন হাতত ধৰি দোকানৰ ভিতৰলৈ লৈ গ'ল। দোকানখন দেখি পদুমীয়ে বিচুৰ্তি খালে। কি প্ৰকাণ্ড দোকান। জোতা-চেণ্ডেলবোৰ শাৰীশাৰীকৈ থোৱা আছে। চেণ্ডেলবোৰ যে ইম্মান ধুনীয়া। মানুহজনৰ লগত পদুমী বহিল। এজন বিক্ৰীদাৰে আহি কাক কি লাগে সুধিলে। মানুহজনে পদুমীৰ ভৰি দুখন দেখুৱাই দিলে। বিক্ৰীদাৰজনে আন এজনক চিএৰি ভৰিৰ সম্ভাব্য জোখটো চিএৰি কৈ চেণ্ডেল কেইযোৰমান আনিবলৈ ক'লে। আনন্দত উগুল-থুগুল ভাৱত পদুমীয়ে মানুহজনলৈ আৰু দোকানখনৰ চাৰিওপিনে চাই পঠিয়ালে। এজন বিক্ৰীদাৰে এযোৰ চেণ্ডেল বক্সৰ পৰা উলিয়াই পদুমীক ক'লে— চাওঁ ভৰি দুখন আগবঢ়াই দিয়কচোন।

ভৰি দুখন আগবঢ়াবলৈ গৈ পদুমী থৰথৰকৈ কঁপিবলৈ ধৰিলে। নিলাজী মনে স্পৰ্শ পোৱাৰ লগে লগে কোঁচ খোৱাৰ দৰে আগবঢ়াবলৈ খোজা ভৰি দুখন পদুমীয়ে কোঁচাই আনিলে।

আ...পু....নি

পদুমীৰ মুখৰ পৰা আপোনাআপুনি ওলাল। ভৰি দুখন ধৰি চেণ্ডলযোৰ সোমাবলৈ আগবঢ়া বিক্ৰীদাৰেও পদুমীৰ মুখলৈ চাই ক্ষন্তেক সময় থৰ লাগিল।

তুমি?

পদুমীয়ে মূৰটো ঘূৰোৱা যেন অনুভৱ কৰিলে। তাই মনে মনে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালে, হে প্ৰভু! এয়া যেন বাস্তৱ নহয়। সপোন হয়। নহ'লে তাইক চেণ্ডেল পিন্ধাবলৈ অহা স্বামীয়ে তাইক এনে মুহূৰ্তত কি কৰিব, তায়েইবা কি কৰিব উৱাদিহ একো পোৱা নাই!★★

# ভূঁৰ্হা

**পৰেশ চন্দ্ৰ শৰ্মা**

সকলো যাত্ৰী নমাৰ পিছতহে, পখিলা চিটি বাছখনৰ পৰা নামিল। তলপেটটো মিৰ্ মিৰ্‌কৈ বিষাইছিল। হাতৰ তলুৱাৰে হেঁচি ধৰাত অকণ কমিল। দুখোজমান গৈয়েই ফুটপাথতো পালে। সোঁ ভৰিখন ফুটপাথত থৈ সোঁ উৰুত সোঁহাতখনেৰে ভেজা দি কঁকালখন জোৰকৈ দাঙিহে, তাত উঠিব লগা হ'ল।

পেটটো আকৌ এবাৰ মিৰ্ মিৰালে। মুখখনো অকতা অকতা লাগিল। সকলোবোৰ আওকাণ কৰি কাষেৰে মানুহ পাৰহে যাব পৰাকৈ ঠাই এৰি ফুটপাথটোতে বহিল।

দুই উৰুৰ মাজৰ ঠাইখিনিত, এক শীতল ঠাইখিনিত এক শীতল পৰশে চুই যোৱাত, পখিলা উঠিল। থিয় হৈ বহা ঠাইখিনিলৈ চালে। তাইৰ মনটোৱে ভবাৰ দৰে, একো এটা নেদেখি, লাহে লাহে ঘৰলৈ বুলি আগবাঢ়িল।

ডাক্তৰজনে কোৱা কথাখিনিয়ে তাইৰ বুকুৰ মাজত আকৌ এবাৰ তোলপাৰ লগালে-- 'তুমি অসমীয়া নাৰী অথচ লগত তোমাৰ স্বামী অহা নাই। তোমাৰ স্বামীৰ অবৰ্ত্তমানত আগতে দুবাৰ 'এবৰ্‌চন' কৰাইছা। এতিয়া আকৌ। নাই তুমি এইবোৰ কৰি থাকিলে নহ'ব। সিহঁতৰ বিশ্বাস নাই। য'তে ৰাতি ত'তে কাতি। তাৰ ফলত তোমাৰ দেহলৈ 'এইড্‌ছ' নামৰ ভয়াবহ ৰোগবিধ সংক্ৰমিত হোৱা যে নাই, কেনেকৈ জানিবা? তদুপৰি সময়ো বেছি হৈছে.....।'

ডাক্তৰৰ কথা শুনি তাই ভালেমান সময় নীৰৱে আছিল। লাহে লাহে এক অন্তৰ্দাহ বিষাদে বুকুখনত ঠাহ মাৰি ধৰিছিল। ডাক্তৰজনৰ ভৰিত ধৰি চকুপানী পেলোৱাৰ পিছত আৰু মাননি বেছি দিব খোজাতহে সন্মত হ'ল।

তাইৰ গিৰিয়েক পদ্ম-পদ্মকান্ত। তাইক পদ্মকান্তই নিজৰ কৰি লোৱাৰ সময়ত, নাৰেঙী নে নুনমাটিৰ কোনোবা এঠাইত থাকি, গলিয়ে গলিয়ে তৰকাৰীৰ বেপাৰ কৰিছিল। তৰকাৰী বেচি পোৱা ধনেৰে সিহঁতৰ সংসাৰখন ভালকৈয়ে চলিছিল। কিন্তু তাক ধনৰ লোভে চুলে। এফ.চি. আই. গেটত এদিন সি গুৰমিত সিং নামৰ পাঞ্জাবী ড্ৰাইভাৰ এজনক লগ পালে। কান্ধত কেঁচা তৰকাৰীৰ বোজা লৈ, ৰ'দে বৰষুণে অলিয়ে গলিয়ে, ঘূৰি ফুৰাতকৈ ট্ৰাকত হেণ্ডিমেন হ'লেও যে লাভ আছে, এই কথা জানি সি ট্ৰাকত উঠাৰ সিদ্ধান্ত ল'লে। এই কথাত প্ৰথমতে তাই আপত্তি কৰিছিল যদিও, তাৰ যুক্তিৰ সমুখত নৰজিল-- 'পাঞ্জাবী, বিহাৰী, বঙালী আদিয়ে যদি পাৰে, অসমীয়া হৈ সি কিয় নোৱাৰিব?'

পদ্মকান্ত ট্ৰাকত উঠিল। ক্ৰমাম্বয়ে, হেণ্ডিমেন হৈ থাকি ড্ৰাইভাৰ হ'ল। গুৰমিত সিঙেই

লাইচেঞ্চ আদি কৰাত সহায় কৰি দিলে। ড্ৰাইভাৰ হিচাপে, কেইবাৰমান গুৱাহাটীৰ পৰা দিল্লী, চণ্ডীগড়, চেন্নাই আদিলৈ যোৱা অহা কৰাৰ পিছত, কিছুধন জমা হ'ল। গুৰমিত সিঙৰ দিহামতে, পাহাৰৰ নামনিত সেই ধনেৰে, একঠা মাটি কিনিলে আৰু তিনিটা কোঠাৰে চালি এখন সাজিলে। চালিখন সজাৰ পিছত যে পদ্মকান্ত সমস্যাত পৰিল। সেইখনৰ ৰখীয়া কোন হয়? কাৰোবাক থাকিবলৈ দিলে একচনীয়া মাটিখিনি যদি নিজৰ বুলি দাবী কৰে। পখিলাৰ লগত আলোচনা কৰি সিদ্ধান্ত ল'লে সিহঁতে গাঁৱৰ ঘৰখন এৰিব। গৃহ প্ৰবেশৰ দিনা তাৰ গুৰু গুৰমিত সিঙকে লৈ ভালেমান মানুহ চালিখনৰ তলত গোট খালে। খানা-পিনা শেষ হোৱাত নিজৰ নিজৰ আড্ডালৈ উভতিল।

সময়বোৰ দিন, দিনবোৰ মাহলৈ বাগৰিল। পদ্মকান্ত আকৌ ট্ৰাকত উঠিল। পখিলাক সি কথা দি গ'ল যে, তাৰ যদি ওভটোতে পলম হয়, তেন্তে, গুৰু গুৰমিত সিং বা আন কোনো বন্ধু ড্ৰাইভাৰৰ আগত খবৰ পঠাব। টকাৰ কথা চিন্তা কৰিব নালাগে, মাথো ল'ৰাটি আৰু ছোৱালীজনীক হে....।

পদ্মকান্তই তাইক পানী কেঁচুৱা দুটিৰ সতে এৰি থৈ যোৱাৰ প্ৰথম নিশাটিত বৰ ভয় লাগিছিল। প্ৰতিমুহূৰ্ততে, বুকুখন দুৰু দুৰুকৈ কঁপিছিল। বেৰৰ বাহিৰৰ এন্দুৰ নিগনিয়ে খচমচালেও, কোনোবা অহা বুলি ভাবিছিল। ফলত সেই নিশাটি তাই উজাগৰে কটাবলগীয়া হৈছিল। পদ্মকান্তই ঘৰ এৰাৰ পিছত উজাগৰে থকা দ্বিতীয় নিশাটি....??

হয় গুৰমিত সিঙে সিদিনা পদ্মকান্তৰ বাতৰি আনিছিল। তাৰ সুস্বাস্থ্যৰ খবৰৰ লগতে সি দি পঠোৱা টকা দুহেজাৰ তাইৰ হাতত সি তুলি দিছিল। নোট কেইখন লওঁতে, ট্ৰাকৰ ষ্টিয়াৰিং ঘূৰোৱা গুৰমিত সিঙৰ শকত আঙুলি কেইটি তাইৰ হাতত লগাত, এক অজান পুলকত দেহমন শিহৰি উঠিছিল। সেই শিহৰিত মুহূৰ্তটোৰ স্মৃতি তাই আজিও পাহৰিব পৰা নাই। পাহৰিব পৰা নাই সেই নিশাটিৰ কথাও।

নিশা প্ৰায় দহবজাত গুৰমিত সিং আড্ডালৈ যাবলৈ ওলাল। ভদ্ৰতাৰ খাতিৰতে, পখিলাই নিশাটো তাইৰ ঘৰতে কটাবলৈ অনুৰোধ কৰিলে। গুৰমিতেও যেন এৰাব নোৱাৰিহে, আড্ডালৈ উভতি নগ'ল। প্ৰায় শেষ নিশালৈ পখিলা উজাগৰে থাকিল। ৰাতি পুৱালত, দেহটো অশুচি অশুচি লাগিল। তথাপি পদ্মকান্ততকৈ গুৰমিত সিঙক....।

পিছৰ বাৰ পদ্মকান্তৰ বতৰা আনিলে হীৰালাল ঠাকুৰে..... শেষত নন্দু ঘোষে। শেষলৈ পদ্মকান্তৰ বতৰা লৈ আহা এই মানুহবোৰক পখিলাৰ ভাল লগা হ'ল। তাইৰ মনত এনে এটি ভাবে ঠাই ল'লে— যেন তাইৰ ৰূপে ভাৱতৰ ইমূৰৰ পৰা সিমূৰলৈ...।।

পখিলা তাইৰ পদূলিত থিয় হ'ল। চালিখনৰ সমুখত চোতালখনলৈ এটি লুংলুঙীয়া বাট। তাৰ দুয়োকাষে বৰণীয়া গছ লতিকাৰে ভৰা। বাটটোৰ ওপৰে ওপৰে তাই চোতালখনলৈ চালে। জীয়েক নিৰুলাই পৰ্বত ভৈয়াম খেলি আছে। পুতেক নৰেনে তাইৰ খেল চাই আছে।

তাইৰ তল পেটটো আকৌ মিৰমিৰাই বিষালে। তাইৰ জীয়েক নিৰুলাই কেন জঁপিওৱা নাই। তাইহে জঁপিয়াইছে এনে অনুভৱ হ'ল। তাই সোঁহাতখন তলপেটত আলফুলে থৈ হেঁচি ধৰিলে। বিষটো অকণ কমাত লাহে লাহে আগবাঢ়িল।

হঠাৎ এটি প্লাষ্টিকৰ বেগত উজুটি খাই তাই থমকি ৰ'ল। বেগটোলৈ চাওঁতে দেখিলে, কোনোবাই তিনি-চাৰিবেগমান জাবৰ জোথৰ, বাটটোৰ দুয়োকাষতে পেলাই থৈ গৈছে। তাই ঘৰৰ পৰা ওলোৱাৰ সময়ত সেইবোৰ নাছিল। বেগবোৰ দেখি তাইৰ খং উঠিল। ছোৱালীজনীয়ে খেলি আছে অথচ.....। মানুহবোৰো যে কি এনেদৰে ওলোৱা সোমোৱা বাটত এইবোৰ পেলাইনে। তাই নিবলালৈ চাই চিঞৰিলে—

: ঐ সৌৱা পী (সৰু-আপী)। সেক্কে জাইপে জাইপে যি মৈৰ্বা ধৰ্চ্যাহ, তোৰ আন কাম নাই? এই ভূঁৰ্হা গিলাখান যি এতে ফেলে গেছি দেখা নাই? মানহু যাবা নবা হছি। মই ঘৰত নাথ্কিল' বুলি তাই তাকো কইৰ্বা নবাহ। বাটটোও চাফা কইৰ্বা নম্লি না?'

মাকৰ মাত শুনি সৰু আপী আৰু নবেনে সেইফালে চালে। সৰু আপীয়ে খেলা বন্ধ নকৰি এখন ঠেঙৰ ওপৰতে থিয় হৈ ৰ'ল। মাকৰ কথা শেষ হোৱাত, আগলৈ আৰু এটা জাপ মাৰি, দুখন ভৰি দিব পৰা ঠাইত থিয় হ'লগৈ। হাতৰ গুটিটো লিবিকি-বিদাবি চাই মাকক ক'লে-

: পুৱাবে পাৱা, বাটটো মই কেইবাৰ চাফা কৰ্লো তইতো নাজানাহ। সকলে, আহি ভূঁৰ্হা গিলা আনি, এতে দইলে থৈ যায়। কিবা কলি গেৰগেৰে উঠে— বোলে তহাঁত আগে চাফা হবি, মায়েকো কবি। তেইতাহি আমি এতে ভূঁৰ্হা ফেলবা এৰিম। ইতা তয়ে কৌছোন, মই কি কৰিম?

জীয়েকৰ কথা শুনি পখিলা মনে মনে ৰ'ল। তাইৰ পেটৰ বিষটোও যেন অলপ কমিল। তলপেটৰ পৰা হাতখন আঁতৰাই মৰমসনা দৃষ্টিৰে নিবলালৈ চাই ক'লে—

: তহে ভাত খাইছাহ না?'

: খাইছো যা। তোৰ কাবাণেও বাঢ়ি ঢাকান দি থৈছো?'

নিবলাই আকৌ খেলত মন দিলে। পখিলাই নীৰৱে চালিখনৰ তললৈ আগবাঢ়িল। দুৱাৰখন খোলাই আছিল। বাহিৰত আৰি দিয়া, বগা পৰ্দাখন আঁতৰাব খোজোতেই পদ্মকান্তলৈ মনত পৰিল। গৃহপ্ৰবেশৰ দিনা, এইখন আৰিবলৈ লৈ সি কৈছিল—

: পখিলা পৰ্দাখন নো কিয় বগা ৰঙৰ আনিছো, তই ভাবি ছাইখহ না?'

: মই বগা ভাল পাওঁ নহয় না।' তাই মৃদুকৈ হাঁহি কৈছিল।

: নহায় অ'।'

: কয়া জেখিলি? (তেহলি) (তেনেহ'লে কিয়?)

: বগা বঙ বিপদৰ চিন। বগা নিচান দেখিলে যায় থাকা বেলো বকি যায়। এটু কম যিহেতু তোৰ আৰু মোৰ থাকা কম, বিনা অনুমতিত এই কমটোত কুনিও সুম্বা নব্বো।'

তাই পৰ্দাখনলৈ আকৌ এবাৰ ভালকৈ চালে। এজাক পাতলীয়া বতাহে পৰ্দাখন কঁপাই গ'ল। ভল ওপৰলৈ টৌ খেলি যোৱাৰ পিছতো তাই দেখিলে, পৰ্দাখনত দাগ পৰিছে। বিবোৰ দাগ ধুই আঁতৰাবলৈ যথেষ্ট কষ্ট কৰিব লাগিব।

তাই ভিতৰ সোমাল। শাৰীখন সলালে। ভিতৰে ভিতৰে বান্ধনি কোঠাটোলৈ গ'ল। নিবলাই সাজি থোৱা ভাতসাজৰ কাষত পীৰা এখন পাৰি বহিল। ঢাকনীখন দতাৰ লগে লগে

এটি গোন্ধ পালে। দুবাৰ ওকালিবও লগা হ'ল। ঢাকনিখন মাৰি থৈ, বিচনালৈ বুলি আগবাঢ়িল।

ঘৰখনৰ পৰা আঁতৰি থকা পদ্মকান্তৰ প্ৰায় দুমাহ হ'ল। এইবাৰ সি হেনো চেন্নাইলৈ যাব। তাৰ পিছত কলিকতা, গুৱাহাটী, তিনিচুকীয়া। এই খবৰটো প্ৰথমতে তাইক দিছিল গুৰমিত সিঙে। তাৰ পিছত হীৰালাল, শেষত নন্দু ঘোষ। সিহঁত যোৱাৰ কিছুদিন পিছতে তাই অনুভৱ কৰিলে তাই যেন বৰ দুৰ্বল হৈ পৰিছে। মাজে সময়ে মূৰটোও ঘূৰায়। খাবলৈ ইচ্ছা নাযায়। এটা দুৰ্গন্ধই তাইক যেন খেদি ফুৰিছে। ওকালিও অহা হ'ল। সময়মতে ব্যৱহাৰ বিধ নোহোৱাতহে, তাই আচল কাৰণটো বুজি পালে। কিন্তু গুৰমিত, হীৰালাল আৰু নন্দুঘোষৰ কোনজনৰ ভ্ৰূণ যে তাইৰ পেটত......?

ৰতাহে কোবোৱাত, মেলি থোৱা দুৱাৰখনৰ ফাঁকেৰে পৰ্দাখন ভিতৰলৈ সোমাই আহিল। পৰ্দাখন ভিতৰলৈ সোমোৱাৰ লগে লগে এচমকা পোহৰে মজিয়াখন পোহৰাই তুলিলে। পোহৰখিনি দেখি পখিলাৰ মনটোত এক ভয় উপজিল। বুকুখনো দপদপাই উঠিল। গুৰমিত সিং, হীৰালাল আৰু নন্দুঘোষৰ দৰে, তাইৰ পদ্মকান্তইও যদি কাৰোবাৰ সতে......। আৰু ডাক্তৰে কোৱাৰ দৰে, তাই যদি অসুৰক্ষিত যৌন সম্পৰ্কৰ বাবে এইড্ছ ৰোগৰ বীজাণু বহন কৰিব লগা হৈছে? এই ৰোগ যদি তাইৰ সন্তান দুটিলৈ সংক্ৰমিত হয়?'

পখিলা উঠিল। তাই পৰ্দাখন একাষে কোচাই থ'লে। চোতালত নৱেন আৰু নিৰলাই তেতিয়াও পৰ্বত-ভৈয়াম খেলি আছিল। তলপেটটোত জোকাৰ নলগাকৈ সিহঁতৰ কাষলৈ আগবাঢ়ি গ'ল। নিৰলাক মৰমসনা মাতেৰে ক'লে–

ঃ সৌৰাপী অ। যা আই। বাটটোত ফেলে যঁৱা ভ্ৰূণ খিনি নি দূৰৈত ফেলে দি আহ। দেখাওঁতে বৰ বেয়া হৃছি।'

মাকৰ কথা শুনি নিৰলা এখন ভৰিতে থিয় হৈ বৈ মাকৰ মুখলৈ চালে। পখিলাই আকৌ ক'লে–

ঃ মানুহ গিলাই কুৰা কথা মিছা নহয়। আগে নিজে চাফা হবা লাগে। তাৰ পাছোত হি আনোক চাফা হৈ থাক্‌বা লাগে বুলি কবা পাৰি।' পখিলাই নিৰলালৈ চালে। তাই দেখিলে—

নিৰলাই দাঙি থকা ভৰিখন মাটিত থৈ ভ্ৰূণখিনিলৈ ৰ-লাগি চাই কিবা ভাবিছে।



# অভিশপ্ত সেই চকীখন

**প্ৰফুল্ল কুমাৰ নাথ**

দুৰ্নীতি পৰায়ণ শিক্ষা বিষয়াৰ পত্নী বিভাই ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ উদ্দেশ্যে যে যি কোনো নীচ ষড়যন্ত্ৰত লিপ্ত হ'ব পাৰে, সেই কথা এতিয়া সৰ্বজনবিদিত।

আজিৰ পৰা প্ৰায় ডেৰকুৰি বছৰৰ আগতেই উজনি অঞ্চলৰ একমাত্ৰ বিশ্ববিদ্যালয়খনৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি এগৰাকী শিক্ষা-বিষয়াৰ সৈতে বিবাহ-পাশত আবদ্ধ হৈ বিভাই স্বামীৰ অজ্ঞাতেই প্ৰথমে দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰৰ সৈতে পৰিচিত হয়।

যেতিয়াই বিভিন্ন সমস্যা লৈ মানুহবোৰে তেওঁলোকৰ চৰকাৰী বাসভৱনত হেতা-ওপৰা লগায়হি, তেতিয়াই সুযোগ বুজি বিভাই তেওঁলোকৰ লগত আন্তৰিকতা গঢ়ি তোলে আৰু প্ৰতিটো কামৰ বিনিময়ত দুই-এপদ বস্তু সৰকায়। পাছলৈ প্ৰতিটো কামৰ বাবে নিৰ্দিষ্ট পৰিমাণৰ ধন দাবী কৰিবলৈও কুণ্ঠবোধ নকৰিলে বিভাই। শেষত মানুহবোৰ অতীষ্ঠ হৈ তেওঁৰ স্বামীৰ বিৰুদ্ধে চৰকাৰৰ ওচৰত অভিযোগ দাখিল কৰিলে। কাকত-পত্ৰতো বহুতো লিখালিখি হ'ল। বিভাৰ স্বামীক সাময়িকভাৱে নিলম্বিত কৰা হ'ল, কিন্তু বিভা যেন নাচোৰবান্দা। তাই মন্ত্ৰী-বিধায়কৰ হাতে-ভৰিয়ে ধৰি শেষত মন্ত্ৰীপত্নীক কিবা প্ৰকাৰে মেনেজ কৰি স্বামীক পূৰ্বৰ পদত পুনৰ্বাধিষ্ঠিত কৰিলে।

কিন্তু, পূৰ্বৰ পদত পুনৰ্বাধিষ্ঠিত হ'ল যদিও ৰৱপূজাৰীৰ কলঙ্ক সমাজৰ পৰা মোচ খাই নগ'ল। দুৰ্নীতিপৰায়ণ বিষয়া হিচাপেই তেওঁ সমাজত জনাজাত হ'ল।

অৱশেষত বিভাই মহানগৰীৰে এখন মহাবিদ্যালয়ত চাকৰি এটা যোগাৰ কৰি ল'লে। অৱশ্যে, তেওঁৰ স্বামীৰ খাটিৰতহে চাকৰিটো হ'ল। বিভাৰ অৱশ্যে চাকৰি পাব পৰাকৈ মেধা আৰু যোগ্যতা দুয়োটাই নাছিল। কিন্তু, প্ৰতিষ্ঠাপক অধ্যাপকগৰাকীয়ে শিক্ষকতা বাদ দি বাৰত যোগদান কৰাৰ বাবে খালী হোৱা পদটিত অনিচ্ছাসত্বেও বিভাক মকৰল কৰা হ'ল। তাতে বিনা বেতনে শ্ৰম আগবঢ়াবলৈ সন্মতি জনোৱাৰ বাবেহে।

লাহে লাহে দিনবোৰ পাৰ হ'ল। সহকৰ্মীসকলৰ লগত সমিল-মিলকৈয়েই দিনবোৰ যাবলৈ ধৰিলে। ইপিনে যোগ্য ব্যক্তিসকলে বিশ্ববিদ্যালয়, কোনোবা প্ৰশাসনীয় বিষয়া, কোনো মহাবিদ্যালয়ৰ অধ্যক্ষ ইত্যাদি পদ পাই আঁতৰি গ'ল।

বিভাৰ কিন্তু ক'লৈকো যোৱা নহ'ল। তাতে নম্বৰ তালিকাত ওজন থাকিলেহে। কোনোমতেহে দ্বিতীয় শ্ৰেণীটো পাইছিল। আজিৰ দিনত হোৱাহেঁতেন দৰ্খাস্তই কৰিব নোৱাৰিলেহেঁতেন।। তাতে তেওঁ লেকেল মৰা প্ৰাৰ্থী! দুৰ্নীতি পৰায়ণ শিক্ষা বিষয়াৰ পত্নী। দুৰ্নীতিৰ অভিযোগত নিলম্বিত বিষয়াৰ পত্নী।।

তথাপি বিভাৰ অকণো লাজ নাই। স্বামীৰ পদবীৰ দোহাই দি তেওঁ নিজকে প্ৰতিষ্ঠা কৰিব খোজে। সকলো কামতে চৰকাৰী আধিপত্য দেখুৱাব খোজে। সেইবাবেই মহাবিদ্যালয়ৰ সহকৰ্মীসকলে তেওঁক পাৰ্যমানে এৰাই চলে।

ইপিনে মহাবিদ্যালয়খনে চৰকাৰৰ পৰা মঞ্জুৰি লাভ কৰিলে আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও ক্ৰমান্বয়ে বৃদ্ধি পাই আহিল। বিভাই সপোন দেখিলে উপাধ্যক্ষৰ পদটোৰ। অৱশ্যে পদটোৰ দাবীদাৰ অন্যান্য দুগৰাকীও আছে।

শেষত পৰিচালনা সমিতিৰ চুপাৰীশ মতে এগৰাকী জ্যেষ্ঠ শিক্ষকক পদটিৰ বাবে বাছনি কৰি চৰকাৰৰ যাৱতীয় অনুমোদনাৰ্থে প্ৰেৰণ কৰা হ'ল। বিভাৰো সান্দহ খোৱা বালি ইমানতে তল পৰিল।

এনেদৰেই কিছুদিন পাৰ হ'ল। মহাবিদ্যালয়খনত এটা সুস্থ শৈক্ষিক আৰু প্ৰশাসনিক বাতাবৰণে গা কৰি উঠিল। নতুন উপাধ্যক্ষ নেওগ অতি দক্ষ আৰু নিষ্ঠাবান সমাজকৰ্মীৰূপে অঞ্চলটোত পৰিচিত। স্কুলৰ স্থায়ী চাকৰি বাদ দি তেওঁ অনুষ্ঠানটি গঢ় দিবৰ বাবে সুদীৰ্ঘ দিন ধৰি কঠোৰ পৰিশ্ৰম কৰাটো ৰাইজে দেখি আহিছে। মহাবিদ্যালয়ৰ সাহায্যাৰ্থে লটাৰী খেল পতা, ভ্ৰাম্যমান থিয়েটাৰ আদি পতা, বিনামূলীয়া পাঠদানৰ ব্যৱস্থা কৰা আদি বিভিন্ন কামত জড়িত হৈ নেওগে নিজৰ দক্ষতা আৰু কৰ্মনিষ্ঠাৰ পৰিচয় দি আহিছে। পুৱাৰ পৰা গধূলিলৈ মহাবিদ্যালয়ৰ চিন্তাত কাল কটাইছে। শিক্ষকক দিবলৈ দৰ্মহা নাই— হাতত সাহায্য কুপন লৈ নেওগ আৰু অধ্যক্ষ সমন্বিতে কেইবাগৰাকী লোক পূৰ্বনিৰ্দিষ্ট কোনো ঠাইলৈ গৈ কোনোমতে এমাহ বা দুমাহৰ বেতন যোগাৰ কৰিব। এতিয়া অৱশ্যে চৰকাৰী ঘাটি মঞ্জুৰি পোৱাত সেই চিন্তা কমিছে। কিন্তু, তথাপি যেন কিবা এটা অপূৰ্ণ হৈ ৰৈছে। কিবা এটা খুঁত ৰৈ গৈছে। এনে বোধ হয় নেওগৰ। কিন্তু কিয়?

মহাবিদ্যালয়ৰ সুষম গতিক যেন বিভাৰ পছন্দ নহ'ল। তাই ভাল পাই হাই-উৰুমি। কেনেকৈ ক্লাছ নহয়, মিছা হৈ হাল্লা হৈ মানুহবোৰ টেনচনত ভুগি মৰে সেইবোৰ।

সেয়ে একো কৰিব নোৱাৰি তাই পুনৰ দুগৰাকীমান দূৰাকাংক্ষী সহকৰ্মীক লগত লৈ নতুন ষড়যন্ত্ৰ ৰচনাত লাগিল। কিন্তু, কেইবালানি আলোচনাত মিলিত হৈয়ো তেওঁলোকে বিশেষ একো সফলতা লাভ কৰিব নোৱাৰিলে।

কি উপায়েৰেনো তেওঁলোকৰ স্বাৰ্থ সিদ্ধি হ'ব?

বিভিন্নজনে বিভিন্ন পৰামৰ্শ আগবঢ়ালে। কিন্তু বিভাৰ এটাও মনঃপূত নহ'ল।

কথাতেই কয় স্ত্ৰী বুদ্ধি প্ৰলয়ংকাৰী। স্ত্ৰীৰ মস্তিষ্কত এনে কিছুমান কুবুদ্ধি থাকে, যি প্ৰলয় সৃষ্টি কৰিব পাৰে। বিভা যেন সেই কুবুদ্ধিৰ আচল ভঁৰাল। কাৰো একো ভাল কৰিব নোৱাৰিলেও বেয়াটো কৰাত বিভাৰ সুনাম যথেষ্ট।

ইতিমধ্যে কেবাগৰাকীও ছাত্ৰ-ছাত্ৰী বিভাৰ ষড়যন্ত্ৰৰ বলি হৈছে। বিভাৰ কথামতে উঠ-বহ নকৰা শিক্ষাৰ্থীৰ মেজৰ কটা যায়; শ্ৰেণীত নিয়মিতভাৱে উপস্থিত থাকিলেও তেওঁলোক নন-কলেজিয়েট হয়।

মহাবিদ্যালয়ৰ সুষম গতি ৰুদ্ধ কৰিব নোৱাৰি শেষত বিভাই এটি ষড়যন্ত্র কৰিলে। য'ত উপাধ্যক্ষগৰাকীৰ যোগেদি তেওঁক শাৰীৰিকভাৱে অপদস্থ কৰা বুলি উল্লেখ কৰা হ'ল।

অভিযোগ পাই অধ্যক্ষ হতভম্ব হ'ল। তেওঁ জানে— নেওগে কেতিয়াও তেনে কাম কৰিব নোৱাৰে। তেওঁৰ এটা ষ্টেটাছ আছে। অমায়িক আৰু ভদ্র ব্যৱহাৰ কৰা শিক্ষক হিচাপে তেওঁ সুবিদিত। অথচ, তেওঁৰ বিৰুদ্ধে এই অভিযোগ।

উপায়হীন অধ্যক্ষই ব্যক্তিগত ভাৱে উপাধ্যক্ষক কথাটো জনালে। উপাধ্যক্ষ নেওগে কথাটো পোনচাটেই অস্বীকাৰ কৰিলে। তেওঁ ক'লে— 'এয়া তেওঁৰ বিৰুদ্ধে ৰচনা কৰা এটি নিকৃষ্ট ষড়যন্ত্র।' গতিকে নিজৰ আত্মসন্মান ৰক্ষাৰ্থে নেওগ ন্যায়ালয়ৰ দ্বাৰস্থ হ'ল।

শেষত বিভাৰ মুখা খোল খালে।

যেতিয়া কোৰ্টত অধিবক্তাই তেওঁক মুকলিভাৱে প্রশ্ন কৰিলেঃ আপোনাক শৰীৰৰ কোন ঠাইত কেনেভাৱে ধৰি অপদস্থ কৰা হৈছিল?

ঃ সেই সময়ত মহাবিদ্যালয়ত কোন কোন প্রত্যক্ষদৰ্শী আছিল?

ঃ তেতিয়া সময় কিমান হৈছিল?

ঃ ঘটনাটো সম্পর্কত মহাবিদ্যালয়ৰ ছাত্র-ছাত্রী, শিক্ষক-শিক্ষয়িত্রী, কর্মচাৰী কোনেও একো নাজানে কিয়?

ঃ আপুনি তেওঁৰ ওচৰলৈ কি উদ্দেশ্যে গৈছিল?

ঃ আপুনি আনৰ ওচৰলৈয়ো তেনেকৈ যায় নেকি?

ঃ আই, মিন আপোনাৰ চৰিত্ৰৰ গণ্ডগোল আছে নেকি?

ঃ আপুনি লগে লগে অধ্যক্ষক নজনালে কিয়? ষ্টাফৰো কাকো নজনালে কিয়? থানাত এজাহাৰ নিদিলে কিয়? ইত্যাদি।

ইমানবোৰ প্রশ্নৰ বাবে বিভা প্রস্তুত নাছিল। তাই কোনো প্রশ্নৰে সঠিক উত্তৰ দিব নোৱাৰিলে। তেওঁৰ হৈ ওকালতি কৰা অধিবক্তাজনো এনে পৰিস্থিতিৰ বাবে প্রস্তুত নাছিল।

উভয় পক্ষৰ যুক্তি শুনাৰ পিছত মহামান্য আদালতে ৰায়প্রদান কৰিলে যে-- 'অভিযোগকাৰীৰ গোচৰ অসত্য বুলি প্রমাণিত হোৱাত এই আবেদন খাৰিজ কৰা হ'ল। লগতে বিভা বৰপূজাৰীক উপাধ্যক্ষ নেওগৰ বিৰুদ্ধে ভৱিষ্যতে কোনোধৰণৰ ষড়যন্ত্ৰত লিপ্ত নাথাকিবৰ বাবে সকীয়াই দিয়া হ'ল।'

এই ৰায় পোৱাৰ পিছত বিভাৰ মুখখন কেঁচাটোপ দৰে হ'ল। কথাটো চাৰিওফালে বু-বু-বা-বাকৈ বিয়পি পৰিল। ষ্টাফৰো বহুতেই মুখ টিপি হাঁহিলে।

(২)

মানুহৰ বুজিবলৈ বাকী নাথাকিল যে ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ উদ্দেশ্যেই বিভাই এনেবোৰ কাণ্ড কৰি ফুৰিছে। অধ্যক্ষয়ো তেওঁক কথাতো সকীয়াই দিলে।

বিভা গৈ মন্ত্রীৰ শৰণাপন্ন হ'ল। যিকোনো দামৰ বিনিময়ত তেওঁক উপাধ্যক্ষৰ

চকীখন লাগে। তেওঁক কিবা এটা চক্ৰান্ত কৰি আঁতৰাব পাৰিলেই যথেষ্ট।

মন্ত্ৰীয়ে আশ্বাস দিলে। তেওঁ ডাইৰেক্টৰৰ সৈতে কথা পাতিব বুলি জনালে। কিন্তু, নাপাতিলে। আগত ইলেক্‌চন; তেনে অৱস্থাত কিবা এটা কাম কৰিলে অকল তেওঁৰ বদনামেই নহয়, গাদীলৈয়ো ভয়। তাতে নেওগ যথেষ্ট প্ৰতিপত্তি থকা ব্যক্তি। ৰাতিৰ ভিতৰতে ইলেক্‌চনৰ ঢৌ বিপৰীত দিশত বোৱাই দিব পাৰে। মানুহবোৰে তেওঁক অগাধ শ্ৰদ্ধা কৰে।

হঠাতে হৈ যোৱা ঘটনাটোৰ বাবে শ্ৰেণীত উপস্থিতিৰ হাৰ ক্ৰমান্বয়ে কমি গৈছে। কলেজৰ পৰিস্থিতিত নতুন শিক্ষক-শিক্ষয়িত্ৰীসকল অসন্তুষ্ট। তেওঁলোকে কাৰ কথা শুনিব?

বিভাৰ একান্ত অনুগত আৰু ৰাজনীতিৰ ধান্দাত টলৌ টলৌকে ঘূৰি ফুৰা, সাহিত্য সভা আৰু টিউচনকে একমাত্ৰ সাৰথি কৰি আৰম্ভণিৰে পৰা কাম কৰি যোৱা ভট্টৰো ক্লাচলৈ আহিবলৈ আহৰি নাই। ল'ৰা-ছোৱালীবোৰক ক্লাচলৈ নাহি ঘৰলৈ আহিবলৈ কয়। পুৱা ৬ বজাৰ পৰা ১১ বজালৈ ৪টা মান গোটক পঢ়ায়। ঘৰতে এখন 'মিনি কলেজ'। তাৰ কমিচন অৱশ্যে বিভায়ো পায়।

ভট্টই ছেগ চাই আহি হাজিৰা বহীত চহীটো কৰি যায়। তেওঁৰ হাতত সদায়েই টিউচনৰ বাবে প্ৰস্তুত কিছুমান ৰেডিমেড নোট। বিশ্ববিদ্যালয়ত পঢ়া দিনৰে। পিছত হোৱা পৰিবৰ্তনবোৰ লৈ ভট্টই মূৰ নঘমায়। তেওঁক লাগে কেৱল টকা। আপোনাৰ যি কামেই নহওঁক ভট্টৰ কাষ চাপক, ছোৱালীৰ বিয়া, ল'ৰাৰ চাকৰি, নতুনকৈ এল আই চি খোলা, টেক্সৰ সমস্যা, বিশ্ববিদ্যালয়ত ছিটৰ যোগাৰ কৰা-- সকলোতে ভট্টই গেৰাণ্টি দিব পাৰে। তেওঁ সেইবোৰৰ মেনেজ মাষ্টাৰ। তাৰ বাবে অৱশ্যে কমিচনো পায়। গতিকে কাম কৰাত আপত্তি কিহৰ?

ভট্টয়ো বিভাৰ দৰেই সপোন দেখে। বিভাগটোৰ মূৰব্বী হোৱাৰ। কাৰণ বিভা উপাধ্যক্ষা হ'লে তেওঁৰ হাততেই বিভাগৰ সমস্ত দায়িত্ব পৰিব। তেতিয়া টিউচন নকৰা ল'ৰা-ছোৱালীয়ে মেজৰ লোৱাটো প্ৰায় বন্ধ হোৱাৰ দৰেই হ'ব। ভট্টৰো যে সপোনবোৰ।

তথাপি আওপুৰণি নোটবোৰৰ বাবেই ছাত্ৰ-ছাত্ৰীবোৰৰ ব্যস্ততাৰ অন্ত নাই। যেন এখনি পাৰপত্ৰহে। টিউচন নকৰা সকলো ভয়ত ভট্টৰ আজ্ঞাবাহী হয়। ভট্টৰ কথা হ'ল য'ৰে ত'ৰে পৰা শোষণ কৰি নিজৰ ভঁৰাল টনকিয়াল কৰা। তেৰোঁ সপোন দেখে বিভাৰ দৰে বিলাসী ফ্লেট কিনি ভাৰা দিব লাগে, মাৰুতি কাৰত উঠি হাতত 'মোবাইল ফোন' লৈ 'ষ্টেটাছ ছিম্বল' দেখুৱাব লাগে। নহ'লে উচ্চপদস্থ চৰকাৰী বিষয়াৰ পত্নী হোৱাৰ সাৰ্থকতা ক'ত?

কথাতে কয়— 'নাৰীৰ চৰিত্ৰ আৰু পুৰুষৰ ভাগ্য বোলে দেৱতাৰো অজ্ঞাত।'

আধুনিক নাৰীৰ আচৰণ আৰু মনৰ গতি উপলব্ধি কৰাটো মনোবিজ্ঞানৰ বাবেও জটিল বিষয় হৈ পৰিছে। স্বয়ং ফ্ৰয়দ, য়ুং আদিও যেন আধুনিক নাগৰিক সভ্যতাৰ জটিল নাৰীমনস্তত্ত্ব উপলব্ধিত অসমৰ্থ হ'ব। এনে ধাৰণা মনলৈ আহে।

নাৰীক লাগে ঐশ্বৰ্য, ক্ষমতা, বিভূতি। তাৰ বাবে তেওঁলোকে পুৰুষক খাটনি ধৰে। পাকে প্ৰকাৰে তেওঁলোকক অসৎ পথ ল'বলৈ উদ্‌গনি দিয়ে। কিন্তু, সেয়া বিভাৰ দৰে নাৰীৰ ক্ষেত্ৰতহে। সকলো নাৰী তেনে নহয়। সীতা-সাবিত্ৰী-দময়ন্তীৰ দেশ এই ভাৰতত সাৰদা

মাতাৰ দৰে আধুনিক যুগৰ নাৰীয়েও ত্যাগ, নিষ্ঠা আদিৰ যোগেদি মহত্বৰ পৰিচয় দি গৈছে। সেয়া অন্য এক অধ্যায়। বিভাৰ মহাবিদ্যালয়তো ধন-যশ-স্ত্ৰীৰ প্ৰতি উদাসীনতা কেইবাগৰাকীও নাৰীমূৰ্তি আমি দেখিছো। শিক্ষকতাই যাৰ আদৰ্শ— তেওঁলোকৰ প্ৰধান ধৰ্ম হৈছে শিক্ষাদান আৰু ছাত্ৰ-ছাত্ৰীৰ বাবে সৰ্বোচ্চ ত্যাগ। তাত ভট্টৰ দৰে অৰ্থলোলুপ দৃষ্টি থাকিব নোৱাৰে; নোৱাৰে বিভাৰ দৰে কুটিল শাসন আৰু শাস্তি প্ৰদায়ক প্ৰৱণতাও।

(৩)

দৈব-দুৰ্বিপাকত এদিন পথ দুৰ্ঘটনাত আহত হৈ মহাবিদ্যালয়ৰ উপাধ্যক্ষ আহত হ'ল। তেওঁৰ অৱস্থা কিছু পৰিমাণে সংকটজনক হোৱাত চিকিৎসালয়ত ভৰ্তি কৰোৱা হ'ল। তেওঁৰ গুণমুগ্ধ ছাত্ৰ-ছাত্ৰীসকলো গৈ উপাধ্যক্ষৰ আশু আৰোগ্য কামনা কৰিলে। কিন্তু সুদীৰ্ঘ দুসপ্তাহ চিকিৎসাধীন হৈ থকা নেওগৰ খবৰ ল'বলৈ বিভাই আৰু নাপালে।

উপাধ্যক্ষ নেওগ সম্পূৰ্ণ সুস্থ হৈ কৰ্মত যোগদান কৰিলেহি। মহাবিদ্যালয়লৈ পুনৰ সজীৱতা ঘূৰি আহিল। নেওগে মহাবিদ্যালয়ত নতুনকৈ 'বিজ্ঞান শাখা' খুলিলে। বিভিন্ন বিভাগত মেজৰ পাঠ্যক্ৰম প্ৰৱৰ্তন কৰিলে। ছাত্ৰ-ছাত্ৰীক উদগনি দিবৰ বাবে তেওঁৰ মাতৃৰ নামত বিশ্ববিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত সৰ্বোচ্চ স্থান লাভ কৰোতাজনক সেই বঁটা প্ৰদান কৰিব বুলিও ঘোষণা কৰিলে।

সকলোৱে নেওগৰ প্ৰচেষ্টাক শলাগিলে।

পিছদিনা বাতৰি কাকতত 'কিৰণবালা স্মৃতি ন্যাস'ৰ উদগনিমূলক বঁটাৰ বাবে বিশ্ববিদ্যালয়ৰ স্নাতক পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাওঁতা ছাত্ৰ-ছাত্ৰীক মহাবিদ্যালয়ৰ অধ্যক্ষৰ যোগেদি আবেদন জনাবলৈ গোহাৰি জনোৱা হ'ল। বাতৰি পঢ়ি বিভাই গালত এটা প্ৰচণ্ড চৰৰ তীব্ৰতা অনুভৱ কৰিলে।

(৪)

ফৰাচী দাৰ্শনিক ৰুছোৱে কৈছিল, 'Man is really good, society makes it bad.' মানুহৰ জন্মগত প্ৰতিভাৰাজিৰ বিকাশত সমাজৰ ভূমিকা কেনে হোৱা উচিত – এই সম্পৰ্কে বিভিন্ন সময়ত দাৰ্শনিক পণ্ডিত আৰু শিক্ষাবিদসকলে বিভিন্ন মতামত আগবঢ়াই গৈছে। আচলতে অপাৰ সম্ভাৱনা লৈ জন্মগ্ৰহণ কৰা মানৱ শিশুৰে পৰিপূৰ্ণ বিকাশত শিক্ষক, অভিভাৱক আৰু চুবুৰীয়া লোকৰ লগতে চৰকাৰৰো বিশেষ দায়িত্ব আছে। কিন্তু, সমাজৰ পৰিৱেশ দূষিত কৰিছে কেতবোৰ মধ্যবিত্ত লোকৰ আত্মপ্ৰতিষ্ঠাৰ প্ৰতিযোগিতা আৰু মধ্যভোগী দালালৰ ভূমিকা গ্ৰহণকাৰী কেতবোৰ সুবিধাবাদী লোকৰ নীচাত্মক অভিলাষে। যি তিল্-তিলকৈ সমাজখনক মৃত্যু যন্ত্ৰণাত ভোগাইছে।

এইবোৰৰ বিৰুদ্ধে সমাজক সচেতন কৰি জনগণৰ সৃজনাত্মক প্ৰতিভাক স্বীকৃতি দিয়াৰ বাবেই, সুকেন বকপূজাৰীহঁতৰ দৰে সমাজবিৰোধী ব্যক্তিৰ বিৰুদ্ধে হাতত কলম তুলি লোৱাৰ বাবেই মহাবিদ্যালয়ৰ উদীয়মান কবি, সাংবাদিক নীলিমৰ চৌধুৰীক অপহৰণ কৰা হ'ল। তেওঁৰ

অপৰাধঃ 'সমাজমুখী প্ৰৱণতা? বৰপূজাৰীৰ টোপ গিলিবলৈ সন্মত নোহোৱাৰ বাবেই তেওঁক পূৰ্বতে কেইবাবাৰো সতৰ্ক কৰি দিয়া হৈছিল। কিন্তু, নিৰ্ভীক সাংবাদিকজনে বৰপূজাৰীৰ সমস্ত কলঙ্ক বাতৰি কাকতত সবিস্তাৰে প্ৰকাশ কৰিছিল।

বৰপূজাৰী বিভাৰ সম্পৰ্কীয় ককায়েক। চোৰ, দগাবাজৰ সৈতে নিতৌ উঠবহ কৰা বৰপূজাৰীৰ বেলতলাৰ ভাৰাঘৰটোত নিতৌ কেতবোৰ অচিনাকি মুখৰ প্ৰৱেশ ঘটে। তেওঁলোকে দিনৰ দিনটো জুৱা খেলে, মদ খায় আৰু অবাইচ্ মাত মাতি খিকিন্দালি কৰি কটায়। সন্ধিয়াৰ লগে লগে হাতত ৰচিদ বহী লৈ দোকানীবোৰৰ পৰা চান্দা তোলে। ট্ৰাকবোৰৰ পৰা হুমকি দি টকা লয়। এইদৰে অবাধে ৰাজত্ব চলাই যোৱা নন্দইতক কেতিয়াবা পুলিচে ধৰি লৈ গ'লেও বৰপূজাৰীয়ে নিজৰ ক্ষমতা প্ৰয়োগ কৰি উলিয়াই আনে।

জনসংযোগ বিষয়া হিচাপে জনগণৰ লগত সম্পৰ্ক নাৰাখিলেও মন্ত্ৰী-বিধায়ক, পুলিচ আৰু চোৰাং বেপাৰীৰ সৈতে বৰপূজাৰীৰ মধুৰ সম্পৰ্ক। এই কথা নীলিময়ৰ লেখনিয়ে মুকলিভাৱে প্ৰকাশ কৰাত তেওঁক অপহৰণ কৰা হ'ল। বাতৰিকাকতত নীলিময়ৰ মুক্তিৰ বাবে চাৰিওফালৰ পৰা দাবী আহিল। বিভিন্ন প্ৰতিবাদী সভা অনুষ্ঠিত হ'ল। ছাত্ৰ একতা সভা, শিক্ষক গোট, মহিলা সমিতি, সাংবাদিক সংস্থা, সকলোৱে এই কাৰ্যৰ তীব্ৰ প্ৰতিবাদ কৰিলে।

অৱশেষত জোলোঙাৰ মেকুৰী ওলাই পৰিল। বিভাৰ উচটনিতে তেওঁৰ সহোদৰ বৰপূজাৰীৰ পোহনীয়া গুন্দা নন্দইতে এই অমানবীয় অপহৰণ কাৰ্য সংঘটিত কৰিছিল। পুলিচে বৰপূজাৰীৰ ভাৰাঘৰতে হাত-ভৰি, মুখ বন্ধা অৱস্থাত সংকটপূৰ্ণ মুহূৰ্তত নীলিময়ক আৱিষ্কাৰ কৰিলে।

নীলিময়ক তৎকালে চিকিৎসালয়ত ভৰ্তি কৰা হ'ল। কিন্তু সুস্থ হোৱাত তেওঁৰ জবানবন্দী লোৱা হ'ল। নীলিময়ে ক'লে– 'তেওঁক সম্পূৰ্ণ এক ষড়যন্ত্ৰৰ বলি সজা হ'ল।' বিভাৰ শ্ৰুতলিপি মতে কাম নকৰাৰ বাবে কিছুদিনৰ আগতে নীলিময়ক সতৰ্ক কৰি দিয়া হৈছিল যে 'তেওঁৰ দিন বেয়ালৈ আহিছে'। মহাবিদ্যালয়ৰ উপাধ্যক্ষৰ বাতৰিবোৰ কাকতত ইমান গুৰুত্ব দি ছপোৱাটোৱেই তেওঁৰ অপৰাধ। এনেকৈ হ'লেতো তেওঁ এদিন অধ্যক্ষ হ'ব। এইবোৰ তেওঁৰ বাবে (credit point) হ'ব। যিটো বিভাই নিবিচাৰে। শেষত চকীখনেই নীলিময়ৰ বাবে কাল হ'ল। সি ক'লে– 'সেই অভিশপ্ত চকীখনৰ বাবেই ছাত্ৰৰ ইমান লটি-ঘটি হ'ল। আৰু শেষত মোৰো....। সেই সেই অভিশপ্ত চকীখন.....।'

নীলিময়ে আৰু কথা ক'ব নোৱাৰিলে। তেওঁক পুনৰ চিকিৎসালয়ত ভৰ্তি কৰোৱা হ'ল। কিন্তু, নীলিময় আৰু নাৰাখিল। বুকুৰ পৰা হোলোকা-হোলোকে তেজ বতিয়াই নীলিময় গ'লগৈ বিভাইতৰ চক্ৰান্তই স্পৰ্শ কৰিব নোৱাৰা কোনো এক মধুৰ দেশলৈ......ধৈৰ্য চুৰ্তি হেৰুৱাই নীলিময়ৰ শৱদেহ লৈ ছাত্ৰ-ছাত্ৰীসকলে শোভাযাত্ৰা কৰি এই অমানবীয় কাৰ্যৰ বিচাৰ দাবী কৰিলে। অনশনঃ ধৰ্মঘট কৰিলে।

পিছদিনা বাতৰি কাকতত প্ৰকাশিত হ'ল নীলিময়ৰ আধালেখা শেষ গল্পটো..... 'অভিশপ্ত সেই চকীখন।'

(* এই গল্পৰ কাহিনী সম্পূৰ্ণ কাল্পনিক। কাৰোবাৰ ব্যক্তিগত চৰিত্ৰৰ সৈতে কিবা ঘটনা মিলিলে লেখক বা সম্পাদক জগৰীয়া নহয়।)★★

# এজন প্ৰতাপী মানুহৰ কাহিনী

নীলিমা শৰ্মা

বেক পকেটৰ পৰা ভণ্টিয়ে দিয়া চিঠিখন উলিয়াই মোৰ হাতলৈ আগবঢ়াই দি ভাইটিয়ে কিবা ধৰণৰ হাঁহি এটা মাৰি মোক ক'লে, "তোমালোক বেলেগ ধৰণৰ মানুহৰ দৰেহে। ভণ্টি বাইদেউটো এই কেইদিন তোমাৰ ঘৰতে আছিল, পৰহিহে গৈছিল, আজি তোমালৈ চিঠি দিবলৈনো আকৌ কি নতুন খবৰ ওলাল? তাকে ভাবি মোৰ অকলে অকলে হাঁহি উঠিছে"।

মই চিঠিখন মেলিবলৈ নৌপাওঁতেই ভাইটিয়ে হাঁহি এটা মাৰি আকৌ ক'লে এতিয়া যাওঁ। কালিয়েইটো কলেজ উইক শেষ হ'ল— আজি পুৰস্কাৰহে দিব। মই আজি বাৰ বজালৈকে ব্যস্ত। বাৰ বজাৰ পাচত মই তোমাৰ লগত ভালদৰে কথা পাতিবলৈ সময় উলিয়াব পাৰিম। মই এইবাৰ কলেজৰ শ্ৰেষ্ঠ প্ৰতিযোগী। বাৰু আহো।

এইদৰেই কৈ কৈ হাঁহি হাঁহি ভাইটি আমাৰ ঘৰৰ পৰা ওলাই গ'ল। ময়ো ভণ্টিয়ে দিয়া চিঠিখন মেলিলৈ পঢ়ি গ'লো। বিশেষ একো লিখা নাই। নতুন আলোচনী এখনলৈ গল্প এটা বিচাৰিছে? কেইবাটাও চুৰেটাৰৰ অৰ্ডাৰ পাইছে- গুঠি উলিয়াই দিব লাগে। মাৰ আজি-কালি সদায় অসুখ হ'বলৈ ধৰিছে। দেউতাও বুঢ়া হৈ অহাৰ পৰা অকণমান কথাতে খং উঠে। ভাগ্যৰ যে কি বিড়ম্বনা। ডাঙৰ ভাইটিটোৰেও কিবা একো নুবুজা হৈ থকাৰ দৰে আছে। অকণমান কথাতে দেউতাৰ লগত তৰ্কা-তৰ্কি কৰে। সৰু ভাইটিটোৰহে অযথা বৰ কষ্ট হৈছে। চৈধ্যমাইল ৰাস্তা চাইকেল চলাই কলেজলৈ অহাযোৱা কৰিব লগা হোৱাত বৰ অসুবিধা হৈছে।

মোৰ মনটো অজানিতে বৰ বেয়া লাগি গ'ল। ঘৰখনৰ দুৰৱস্থাৰ যেন কোনো কালেই অন্ত নাই। নপৰিব। বুজিও নুবুজাৰ কিবা ভাও এটা ধৰি থকা অযথা দেউতাৰ গাত দোষ জাপি ভালপোৱা ডাঙৰ ল'ৰাটোৰ পৰাই ঘৰখনত বহুত কথাত চিন্তা হৈছে। অথচ সি অকণো বুজিবলৈ যত্ন নকৰে। অযথা অসহযোগ। মানুহে কয়— তেওঁলোকৰ আৰু চিন্তা নাই। দেউতাকে পেঞ্চন পায়। ল'ৰাটোৱে চাকৰি কৰে, ছোৱালীও দিবলৈ এজনীহে আছে। ককায়েক আছে যদি কিহৰ চিন্তা? অথচ ল'ৰাটোৱে জাপি শুই থাকে। দেখিলে কিবা চকুকে মুদি দিয়ে নেকি জানো? মই এতিয়া কি কৰো? পুত্ৰ হৈ কৰা নকৰাৰ বা দায়িত্ব কি? দায়িত্ব বোলা কথাটো আজিকালি ল'ৰা কিছুমানে কিবা ধৰণেৰে লয়।

এনেদৰেই বাৰেকুৰি কথাবোৰ ভাবি ভাবিয়েই কামবনত লাগি থাকোতেই কেতিয়ানো ভাইটি আহিল মই গমকে নাপালো। সেইদিনা সিহঁতৰ 'কলেজ উইক'ৰ বঁটা বিতৰণী সভা আছিল। সি এইবাৰ কলেজৰ শ্ৰেষ্ঠ প্ৰতিযোগীহে কেইবাটাও শকত পুৰস্কাৰেই আনিছে। মোৰ

সন্মুখৰ টেবুলখনতে পুৰস্কাৰ কেইটা ঠেকেচা মাৰি থৈ হাঁহি এটা মাৰি ক'লে, "বচ, আজৰি। এতিয়া তুমি মোৰ মুখত টোপ এটা পেলাই দি মোৰ লগত আলোচনাত যোগ দিব পাৰা।" তাৰ কথা শুনি মই লৰালৰিকৈ তাক খাবলৈ দিলো। আৰু সি খাই উঠাত মই তাৰ আগৰ পৰা কাপপ্লেটবোৰ আৰু থালখন লৈ গৈ পুনৰ কামত লাগিলোগে। কিছুসময় যোৱাৰ পাছতে সি উঠি আহি ক'লে, 'কিয় কথা নাপাতা জানো? সদায়েই মোৰ আজৰি নাই বুলি কোৱা আজি আকৌ আজৰি হৈ আহিছো, আহাঁ আকৌ কথা পাতো।"

মোৰ সঁচাকৈয়ে ভণ্টিৰ চিঠিখন পঢ়িবৰ পৰা বৰ দুখ লাগি আছিল। সি তেনেকৈ কোৱাত নেমাতি থাকিব নোৱাৰিহে মাত লগালো, কি কথা পাতিবি বোপাই, ঘৰৰ কথাবোৰ জানিলেহে বৰ বেয়া লাগে। ঘৰখনত এজনী মাত্ৰ ছোৱালী আছে তাই পুৱাৰে পৰা নিশালৈ উজা টানোতে অৱস্থা নাইকিয়া হৈ গৈছেগৈ। তথাপি জোৰা নালাগে। তাইৰ শিল্পীসুলভ সুন্দৰ মনটোক সেই অসুস্থ পৰিবেশটোৱে জানো কম অনিষ্ট কৰিছে। সেইখন পৰিবেশত সুন্দৰৰ একো সৃষ্টি কৰিব নোৱাৰদেই, তেওঁলোকলৈকে চাচোন। ইটোৱে সিটোক বুজিবলৈ নিবিচাৰে। দুটা মাত্ৰ ল'ৰা কিমান মিলা-প্ৰীতিহে থাকিব লাগে। আমি বাইভনী কেইজনীক দেখিছনে দাঁতত ভাত এটা লাগিলেও কওঁ। নতুনকৈ চাদৰ-মেখেলা এখন কিনিলেও পুবৰ বেলি পশ্চিমে মাৰ যোৱাৰ দৰে চাদৰ-মেখেলাখনেও আমাৰ চাৰিওজনীৰ গাতে ঘূৰি ফুৰে। বিয়া হোৱাৰ পাচতো আমাৰ মিলাপ্ৰীতি কমক চাৰি বাঢ়িলহে। ল'ৰা হোৱা হ'লে কটাকটি-মৰামৰি হ'লহেঁতেন নহয়নে? মই সেইদৰে ক'বলৈহে পালো আগেয়ে মৰাৰ দৰে হাঁহি এটা মাৰি ভাইটিয়ে মোৰ হাতখন টানি আনি তাৰ ওচৰতে বহুৱাই ক'লে, 'হয় হয় আমি হোৱা হ'লে কটাকটি কৰি কৰি মৰিলোহেঁতেন। বাৰু তেন্তে শুনা আজি তোমাক এটা নতুন সাধুকথাকে কওঁ, সাধুমানে আজিৰ কাহিনীহে আকৌ।"

এসময়ত এজন নিচেই সাধাৰণ মানুহ আছিল, কিন্তু ভাগ্য চক্ৰত পৰি তেওঁ যোগালীৰ পৰা মেকানিক আৰু মেকানিকৰ পৰা অভ্যাবচিয়াৰ হ'ল। বিদ্যা জ্ঞান আদি নহ'ল যদিও তেওঁ এজন প্ৰতাপী মানুহ হ'ল। কেইবাটাও সুন্দৰ পকীঘৰ, এখন স্কুটাৰ আৰু এখন সুন্দৰ গাড়ীও হ'ল। সেই ব্যক্তিত্বহীন ব্যক্তিজনৰ ওচৰলৈ মানুহৰ সোঁত বৰলৈ ধৰিলে। কলিং বেলে ত'ত নোপোৱা হ'ল। গাড়ীৰ হৰ্ণ বাজিবলৈ ধৰিলে। মানুহজনেও এটা দিনত ভাবি ভাবি পালেগৈ যে সমাজ-চমাজ, ভাই-ককাই, মাক-দেউতাক, আদৰ্শ-চাদৰ্শ, ঈশ্বৰ-বিশ্বৰ এইচব সকলো মিছা। কেৱল সঁচা হ'ল টকাহে।

সকলো সম্পূৰ্ণ হোৱাত মানুহজনে প্ৰাণৰ অভাব এটা অনুভৱ কৰিলে যে এগৰাকী সুন্দৰী নাৰীৰ তেওঁৰ একান্তই প্ৰয়োজন হৈছে। সুখ-দুখৰ ভাগী হ'বলৈ নহ'লেও ভোগৰ সামগ্ৰী হ'বলৈকে। এটা দিনত ওচৰৰ সকলোকে চমক লগাই মানুহজনে এজনী সুন্দৰী ছোৱালীক নিজৰ গাড়ীত তুলি আনি ঘৰ সোমোৱালেহি। তেতিয়াই আৰম্ভ হ'ল তেওঁৰ সংসাৰ। ক্ষমতালোভী মানুহজনে ক্ষমতাৰ আশাত সংসাৰত কৰিব নোৱাৰা কাম একো নাছিল।

তেওঁ কৰা সকলো কামৰ উদ্দেশ্য আৰু লক্ষ্য হ'ল— অধিক টকা সংগ্ৰহ। যাতে টকাৰে তেওঁ মাটিবাৰী কিনিব পাৰে আৰু ওচৰৰ কেইঘৰত কৈ ওপৰত থাকিব পাৰে;

ইমানেই.....। মানুহজনৰ থকটো ইমান বেছি যে বিয়াত উঠিলে সম্পূৰ্ণ ভাড়া নিদিয়ে, হাজিৰা কাম কৰালে যাবৰ সময়ত কামৰ খুট ধৰি আধা পইচা দি পঠিয়াই দিয়ে ইত্যাদি। এই সকলোবোৰৰ বিনিময়ত একো নামাতি নিবৰে কেৱল অভিশাপ দিয়ে। কিয়নো তেওঁ টকা থকা প্ৰতাপী মানুহ। সাধাৰণ মানুহবোৰে টকা পইচা থকা মানুহবোৰক বৰ সমীহ কৰি চলে।

ঃ তাৰ পাছত।

তাৰ পাছত আৰু কি? তাৰ পাছত তেওঁৰ ঘৰুৱা কন্দল আৰম্ভ হ'ল। ঘৈণীয়েকৰ লগত সদায় দ্বন্দ্ব হাই মাৰপিত। তিনিটাকৈ ল'ৰা-ছোৱালী হোৱাৰ পাছত মানুহগৰাকীৰ সুখ নহ'ল। অতবোৰ সুখ-সম্ভোগৰ বিনিময়ত গৃহিণী গৰাকীয়ে চকুলো টুকি টুকি দিন কটাবলৈ ধৰিলে। ল'ৰা-ছোৱালীকেইটাৰ মুখলৈ চাই সকলো সহ্য কৰিলে। এটা কথা জানি মৰ্মান্তিক আঘাত পালে তেওঁ গোপনে অন্য এক অভিসন্ধি পাতিছে। মানে মানুহজনে খুলশালীয়েকক বিয়া কৰাব খুজিছে। এখন ৰাম ৰাৱণৰ যুঁজ আৰম্ভ হ'ল? যুদ্ধক্ষেত্ৰত প্ৰথমা পত্নীয়ে প্ৰকাশ কৰিলে যে "চাওঁচোন কেনেকৈ আপুনি মই জীয়াই থাকোতে তাইক আনি ঘৰ সুমুৱাইছি।" অনেক যুঁজবাগৰৰ পাছত যেনিবা কামটো হৈ নুঠিল।

গৃহিণী গৰাকীয়ে অসহ্য যন্ত্ৰণাত দিনৰ পাছত দিন চকুলো টুকি টুকিয়েই কটাবলৈ ধৰিলে। আনহাতে বহুতে তেওঁলৈ নিজৰ কন্যাক দিব খুজিলে। কিয়নো সম্পত্তিবান লোক।

কিন্তু এদিন অকস্মাতে হুৱা-দুৱা লাগিল যে হঠাৎ অসুস্থ হৈ প্ৰথমা পত্নী ঢুকাল। কোনেও গৃহিণী গৰাকীৰ মৃত্যুৰ ৰহস্য উৎঘাটন কৰিবলৈ সুবিধা নাপালে। এগৰাকী নিৰ্দ্দোষী মহিলাক খৰি দি ছাই হৈ যোৱাৰ পাচত শেষ হৈ গ'ল।

ঃ তাৰ পাছত।

তাৰ পাছত শুনা। কেইমাহমানৰ পাছত ল'ৰা-ছোৱালী তিনিটা চাবলৈ অন্য মাহীমাক এজনী অনাতকৈ নিজৰ মাহীয়েকককে আনিলে। মাকে বুজাই দিলে যে কথাটোত সকলোৱে হয়ভৰ দিছে। কথামতে কাম হ'ল। বায়েকে এৰি যোৱা সকলোবোৰ স্মৃতিচিহ্ন নিঃশেষ কৰি সেইখন ঘৰত ভনীয়েক আহি সোমালেহি। ইয়াৰ পাছত কি আৰু মাহীয়েকে ভাগিনহঁতৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিলে। কিয়নো সিহঁত থাকিলে তাইৰ পথ নিষ্কণ্টক নহয়।

প্ৰথম কেইমাহমান নৱ-দম্পত্তিৰ প্ৰেমৰ বিনিময় ঘটিয়েই থাকিল। ইজনে সিজনক নেদেখিলে থাকিব নোৱাৰা হ'ল। তাৰ পাছত পুনৰ খুট-খাট আৰম্ভ হ'বৰ হ'ল। কেইবাটাও বছৰ পাৰ হোৱাৰ পাছতো যেতিয়া মহিলা গৰাকী সন্তান সম্ভৱা নহ'ল তেতিয়া আকৌ নৱ-দম্পত্তিৰ সোণৰ সংসাৰ ভাগি-চিগি চূৰ্ণাকৃত হোৱাৰ উপক্ৰম হ'ল। অন্য এদিন মহিলা গৰাকীয়ে জানিব পাৰিলে যে তিনিটা সন্তানৰ জন্মৰ পাছতে মানুহজনে অস্ত্ৰোপচাৰ কৰাইছিল। সেইকথা অৱশ্যে তাই এবুকু আশালৈ বিয়া হৈ আহোতে জনা নাছিল কিন্তু হোৱা কথা হৈ গ'ল।

ঃ বাৰু সেইবোৰ বাদ দে, তাৰ পাছত কি হ'ল কচোন।

ঃ কি হ'ব আৰু এইখিনিলৈকেহে মই দেখিছো, আৰু কৈছো। ইয়াৰ পাছত কি হয় দেখিলে বাৰু নিশ্চয় ক'ম।★★

# মন পখিলাৰ ৰং

অমূল্য ফুকন

বসুন্ধৰাই ভাবিলে বুঢ়াজন নাথাকিলে ঘৰখন কি হ'ব। সদায়তো আৰু তেওঁ নাথাকে। এতিয়া তেওঁৰ অসুখ। বাৰ্দ্ধক্যৰ অসুখ। কাহ, কঁকালৰ বিষ, আঁঠুৰ বিষ, হাত-ভৰিবোৰ শিৰামুৰি ধৰে। বিষ থাকিলেও যেনিবা কেকাই-গেঠাই ইফালে-সিফালে ঘূৰি ফুৰে; কিন্তু কাহটোৱে তেওঁক জুৰুলা কৰিছে। কাহ ধৰিলে আৰু ৰক্ষা নাই। কাহি কাহি বিছনাত ঢলিয়াই পৰি যায়। শুকান কাহ।

তাই তেওঁক নি ডাক্তৰক দেখুৱাইছিল। ঔষধো খালে। কামত নাহিল। পিছত আয়ুৰ্বেদিক চিকিৎসাৰ পৰামৰ্শ ল'লে। সেই পৰামৰ্শ অনুযায়ী চবনপ্ৰাচ্ছজাতীয় কেইটামান পথ্য খাবলৈ ল'লে। তেতিয়াৰ পৰাহে যেনিবা অলপ সকাহ পালে। পিছে একেবাৰে জনি মৰা নাই। কাহটো উকালে আৰু ৰক্ষা নাই।

মহেশ্বৰৰ সেইবোৰ খবৰ নাই। আৰু খবৰ থাকিলেও কেৰেপ নকৰে। তেওঁৰ যুক্তি বৃদ্ধ অৱস্থাত এইবোৰ বেমাৰে লগ লয়েই। নিজে নিজে ভাল হ'লেহে হোৱা। আৰু নোহোৱাকৈও নাথাকে— কেতিয়াবা নিজে নিজেই ভাল হয়। তথাপি বসুন্ধৰাই মহেশ্বৰক দোষ নিদিয়াকৈ নেথাকে। বুঢ়াকালত বাপেকক নেচালে কাক চাব। কেৱল চাকৰি আৰু চাকৰিৰ পিছৰ সময়খিনি সুবৰ্ণলক্ষ্মীৰ ধান্দাত ঘূৰি ফুৰিলেই নহয়। ঘৰখনলৈও চাব লাগে।

কথাবোৰ সোঁৱৰাই দিলে মহেশ্বৰে কয় 'ৰ'বাহে, মোক এবাৰ পাই ল'বলৈ দিয়া। চাবা মই ঘৰখন কি কৰি পেলাম। তেতিয়া তোমালোকৰ কোনো আপত্তি কৰিব লগা নেথাকিব। পিতাইতৰ চিকিৎসা, ভাল খাদ্য, জোনালীৰ বিয়া আৰু তোমাৰ হাতত পিন্ধা, ডিঙিত পিন্ধা, কাণত পিন্ধা- সকলোবোৰ পাবা। মাত্ৰ কেইটামান দিন অপেক্ষা কৰা। সুবৰ্ণলক্ষ্মী আহিবই।'

এই সুৰ্বণলক্ষ্মী হ'ল চিঠিখেল। মানে লটাৰী। সম্পূৰ্ণ পাঁচটা বছৰ পাৰ কৰি দিলে এই খেলৰ পিছত। পূৰ্বতে এই নিচাটো মহেশ্বৰৰ সিমান নাছিল। সপ্তাহত দুটা বা তিনিটা টিকট লৈছিল। বচ সিমানেই কিন্তু সিহঁতৰ চুবুৰীয়া বাপিৰামে এক লাখ টকা লটাৰীত পোৱাৰ পিছত মানুহজনৰ গাত গোসাঁই নোহোৱা হ'ল।

পুৱা শুই উঠিয়েই বাতৰি কাকতখনৰ লটাৰীৰ ফলাফল ওলোৱা পৃষ্ঠাটোহে আগতে চায়। নিজে লোৱা টিকটকেইটাৰ নম্বৰ মিলায়— কিজানি পাইছেই। যেতিয়া নম্বৰ নিমিলে কাগজখনকেই দলি মাৰি দিয়ে। মনতে ভোৰ-ভোৰায়ঃ 'লক্ষ্মী আই তুমি কিমান দিন মোক এনেকৈ ঘূৰাই থাকিবা? এদিনতো তুমি আহিবই লাগিব বাপিৰামৰ ওচৰলৈ অহাৰ দৰে। মই

তোমাৰ সেই দিনটোলৈ বাট চাই থাকিম।' কেতিয়াবা ফলাফল ওলোৱা নম্বৰ কেইটামানৰ সংখ্যা মিলিলে জঁপিয়াই উঠেঃ 'গ'ল ঐ গ'ল, অলপতহে গ'ল। চিতল মাছ পিচলাৰ দৰে পিচলিল। জালত নপৰিল। সাৰি গ'ল। আৰু এটা সংখ্যা মিলা হ'লেই হৈছিল। চিঃ চিঃ আজি পুৱা শুই উঠি কাক দেখিছিলো জানো বাহিৰলৈতো কাকো চোৱা নাছিলো।'

মহেশ্বৰৰ এইবোৰ কথা শুনি বসুন্ধৰাৰ কাণ ঘোলা হ'ল। জোনালীৰতো কথাই নাই। সেয়ে জোনালীয়ে আগফালৰ কোঠাটোত পুৱা ভুলতো ভৰি দিবলৈ নাহে। আৰু বাপেকে মহেশ্বৰে নাটক সৃষ্টি কৰিব বুলি জানি সকলোবোৰ সহজভাৱে লয়।

সিমানতে মহেশ্বৰৰ নাটকৰ দৃশ্য আধ্যা নপৰে। গা-পা ধুই তভাতৈয়াকৈ দুটামান ভাত কলপ কলপকৈ গিলি চাকৰিলৈ বুলি ওলায় এঘণ্টামানৰ আগতেই। কাৰণ অফিচত গৈ পুৱা আধাঘণ্টা বাতৰিকাকত চোৱাত খৰচ কৰে। কোনেও গৈ নোপোৱাৰ আগতেই আটাইকেইখন কাগজ গোটাই লৈ লটাৰীৰ ফলাফল ওলোৱা পৃষ্ঠাবোৰ চাই টিকটৰ নম্বৰ মিলায়।

অফিচ ছুটীৰ পাছত ঘৰলৈ আহি পিঠা বা চিৰা জলপান খাই পুনৰ ঢাপলি মেলে চাৰিআলিৰ লটাৰী বেচা দোকানখনলৈ। তাত দুজনমান লগলাগি লটাৰী সম্বন্ধে নানান আলোচনা। কোনটো লটাৰী কোনে পালে, কোনটোৱে পুৰস্কাৰ বেছি দিব, কোনটো লটাৰীৰ টিকট বেছিকৈ ল'ব লাগে ইত্যাদি বিশদ কথা-বতৰা।

যাবৰ সময়ত যদি তাই কয় 'আজি ঘৰখনত খাবলৈ একো নাই। কিবা এটা যা-যোগাৰ কৰক।' তেতিয়া মহেশ্বৰে বসুন্ধৰাক এই বুলি কৈ মুখনি মাৰে। ঃ 'কিবা এটাৰ দিহা তুমিয়েই কৰিবাচোন। মোক আৰু' সেইবোৰত কিয় সোমোৱা।' তাৰ পিছত লাহেকৈ জেপৰ পৰা টকা দহটা উলিয়াই দি গুছি যায়। একেবাৰে ৰাতি ভাত খাবৰ সময়তহে আহি ওলায়। কোনে কি খাইছে, কি পাইছে, ল'ৰা-ছোৱালীকেইটা পঢ়া শুনা কৰিছেনে নাই সেইবোৰ ভবা বা খবৰ লোৱাৰ তেওঁৰ অৱকাশ নাই।

যি কৰিব লাগিব চব তায়েই কৰিব লাগিব। কিমান দিন তাই এনেদৰে আৰু নোৱাৰি খাটিব? বুঢ়া অৰ্থাৎ শহুৰেকৰ দিনততো অৱস্থা তেনেকুৱা নাছিল। বুঢ়াই নিজেই কয় আইতাই বিশেষ একো কৰিব লগা নহৈছিল। সৰহভাগ তদাৰকী কৰা কাম। ভলাত সাজটোৰ কাৰণে চাউল উলিয়াই বাচিবলৈ দিছিল। মাছ বাচি কটাই কাটিছিল। বৰ বেঙেনা চকল চকলকৈ কেনেকৈ কাটিব লাগে দেখুৱাই দিছিল। কলডিল চুমাহিকৈ কাটিবলৈ চোকা নলীৰা কটাৰীখন দিছিল। মাংস থকাৰ দিনা মছলা বটা, পিঁয়াজ কটা, জোখমতে আলু কটা কাম দিলেই হৈছিল। তাৰপিছত আইতাই নিজে ৰন্ধা-বঢ়া কৰিছিল। কাৰণ তেওঁ নেৰান্ধিলে দেউতাই হেনো জিভাত সোৱাদ নেপাইছিল।

এতিয়া বসুন্ধৰাই ঠাই মচাৰ পৰা আৰম্ভ কৰি চাউলত থকা পইতাচোৰাৰ মলি গুজোৰা আদিকে ধৰি ইটো-সিটো আটাইবোৰ কৰিব লাগে। আনকি বজাৰলৈ গৈ শাক-পাচলিও আনিব লাগে। ৰন্ধাৰ কথাটো দূৰৈতে থাকক। জোনালীয়ে সময় পালে বৌয়েকক সহায় নকৰাকৈ অৱশ্যে নাথাকে। কিন্তু সময় পায় ক'ত? স্কুলৰ মাষ্টৰণী চাকৰি কৰি উভতি আহি ভাগৰি পৰে। এঘূমটি শোৱাৰ পাছতহে পাকঘৰ বা ইটো-সিটো কামত লাগে।

বসুন্ধৰাৰ নন্দেকজনীৰ এতিয়া বিয়া দিয়াৰ বয়স প্ৰায় পাৰ হওঁ হওঁ হৈছে। বেচেৰীজনীলৈ তাইৰ দুখ লাগে। জোনালীৰ সমবয়সীয়া ছোৱালী এতিয়া দুই-তিনিটা ল'ৰাৰ মাক। কিন্তু তাইৰ সেই শুভদিন আজিও নাহিল। ককায়েক অৰ্থাৎ মহেশ্বৰে সেইবোৰ কথালৈ কাণ-সাৰ নকৰে। মাত্ৰ তেওঁৰ একেটা কথাঃ 'সুবৰ্ণলক্ষ্মী আহিবলৈ দিয়া, চাবা কিমান ধুম-ধামেৰে জোনালীৰ বিয়া পাতিম। পিতাই বোলে দৰা হৈ আইক আনিবলৈ যাওঁতে হাতীত উঠি গৈছিল। আৰু আই কইনা হৈ ডোলাত আহিছিল।

দৰাক কইনা ঘৰ পোৱাৰ আগতে গায়ন-বায়নেৰে সত্ৰৰ গোসাঁইক আদৰাৰ দৰে আদৰি নিছিল। পদূলিমুখত আয়তীসকলৰ উৰুলি ধ্বনিৰ মাজত দৰা আদৰি নিয়াৰ পৰিৱেশ অপূৰ্ব আছিল। আৰু ইফালে ৰভাতলিত জাউৰিয়ে জাউৰিয়ে বিয়া নাম। বুঢ়াৰ বোলে এতিয়াও মনত আছেঃ

'ৰাম ৰাম আইদেউৰে ৰভাতে, ৰাম ৰাম কৃষ্ণ গৰখীয়া ওলালহি; ৰাম ৰাম ৰাধা সাজু হ'বৰ হ'ল।'

তেনে হাতী আৰু ডোলাত উঠা বিয়া পাতিব নোৱাৰিলেও মহেশ্বৰৰ আশা ৰভাতলিত সেউতী-মালতীহঁতৰ জাত জাত বিয়ানাম আৰু বিধে বিধে জোৰানামেৰে পৰিৱেশ উথলি উঠা অৱস্থা কৰিব।

বসুন্ধৰাই ভাবিলে সেইদিন কেতিয়াকৈ আহিব। মহেশ্বৰেবা কেতিয়ালৈ বাপিৰামে পোৱাৰ দৰে সুবৰ্ণলক্ষ্মী পাব। এতিয়া টকাৰ অভাৱতেই জোনালীৰ বিয়াখনৰ বিষয়ে আগুৱাব পৰা নাই। ল'ৰা পাইছে, কিন্তু টকাৰ যোগাৰ হোৱা নাই। তাইৰ যিখিনি গহনাপাতি আছে সেইবোৰ বিক্ৰী কৰিলেও জোৰা নমৰেগৈ। এৰেকেৰাহী কচুশাকত এচিকটা নিমখ দিয়াৰ দৰে কথা।

মহেশ্বৰ মানুহটোলৈ তাইৰ বেয়াও লাগে। কিমান আশা কৰি দিনৰ পিছত দিন অতিবাহিত কৰিছে সুবৰ্ণলক্ষ্মীৰ হেঁপাহত। জোনালীয়ে কোনোমতে ককায়েকৰ পুৰা বিশ্বাস যে এদিন সেই লক্ষ্মী ঘৰখনলৈ আহিবই। কিন্তু কিমান দিনৰ পাছত? ধান পকে মানে টুনীৰ মৰণ নহয়তো।

বসুন্ধৰাৰ বুঢ়াজনলৈও বেয়া লাগে। তেওঁ কয়, 'চকু মুদাৰ আগতে জোনালীৰ বিয়াখন চাই যাব পৰা হ'লে ভাল আছিল।' তেতিয়া বোৱাৰীয়েকে আশ্বাস দিয়ে।', 'পাব পাব দেউতা, নিশ্চয় বিয়াখন চাবলৈ পাব। ভগৱানে নিশ্চয় আমালৈ চকু মেলি চাব।'

বৰ ভাল বুঢ়া। তাহানিৰ এম. ভি. স্কুল পাছ কৰি নৰ্মাল স্কুলত পঢ়া। কেতিয়াবা নাতিয়েকহঁতক আগত ৰাখি বোৱাৰীয়েক বসুন্ধৰাক পুৰণি দিনৰ কথা কয়। জিলালৈ গ'লে বোলে মোনাত কোমল চাউল লৈ যায়। জিলাৰ হোটেলত চাহ এটোপাও নেখায়। তেতিয়া ধাৰণা আছিল হোটেলত খালে জাত যায়। কিন্তু বুঢ়াই এতিয়া তাকে বিশ্লেষণ কৰি কয়ঃ জাত যোৱা কথাটো মানুহে মুখে মুখে প্ৰচলন কৰি ভয় খুৱায়। আচলতে তাৰ অন্তৰালত এক বৈজ্ঞানিক কাৰণো আছে। য'তে ত'তে খোৱা মানে বেমাৰ চপাই লোৱাহে হয়। তাৰপৰা নিজকে বচাবৰ বাবেই এই ভয়ভাবৰ চলতি। 'শিয়ালী ঐ নাহিবি ৰাতি তোৰ কাণ কাটি লগাম

বাটি' বোলা নিচুকণি গীতবো অৰ্থ তেওঁ বেলেগ ধৰণে ডাঙি ধৰে। সেইটো কেঁচুৱাক ভয় খোৱাব কথা নহয়। কেঁচুৱাক শিয়ালীৰ কাণ কাটিম বুলি কৈ তাৰ মনত এনে ভাবৰ সঞ্চাৰ কৰা যাতে সেই ভাবত আপ্লুত হৈ টোপনি যায়।

বুঢ়াই এনে ধৰণে বহুতো আধুনিক বিশ্লেষণ কৰি বসুন্ধৰাইতক শুনায়। আগতে মানুহবোৰৰ যুঁজকলীয়া কালতে চুলি পকা নাছিল, চকু বেয়া হোৱা নাছিল যিটো আজিকালি স্বাভাৱিক ঘটনা হৈ পৰিছে। তেতিয়াৰ প্ৰধান কাৰণ আছিল মানুহবোৰে ভেজাল বস্তু নেখাইছিল। আৰু সামান্য পেটৰ অসুখ, মূৰৰ কামোৰণি আদিত ডাক্তৰী ঔষধ ব্যৱহাৰ নকৰিছিল। প্ৰকৃতিৰ আশ্ৰয় লৈছিল, যাৰ ফলত সেই ব্যৱস্থাই শৰীৰটোক ঘূণীয়া কৰিব নোৱাৰিছিল। 'পেট চলিলে আৰু' কিহৰ ঔষধ? পুৰণি কুঁজি থেকেৰাৰ পানী বা পুৰণি নেমু আচাৰৰ এটা বা আধাফাল খালেই হ'ল। ঠিক তেনেদৰে বেছিকৈ পানী লাগিলে অৰ্থাৎ নাকেদি সৰসৰাই পানী ওলালে সৰহীয়াকৈ গুটি জালুক দিয়া আঞ্জা অথবা আদা আৰু তুলসী বসৰ লগত মৌজোল মিহলাই এচামুচ খালেই হ'ল।

সামান্য অসুখবোৰ ঘৰতেই ঠিক কৰিব পাৰি। সেয়ে নাতিয়েকটোৰ পানী লগা জ্বৰ হ'লে মৌজোল খুৱায়, গৰম পানীৰে, ভৰি-হাত-মুখ ধোৱায়, বহুন দি এহেতা মিঠাতেল গৰম কৰি বুকু-পিঠি, হাত-ভৰি-কঁপাল সকলোতে সেই তেলেৰে মালিচ কৰি বাতিটো শুই থাকিবলৈ দিয়ে। পিচদিনা জ্বৰ খতম।

খোৱা-বোৱাতো বুঢ়াই বেচ চকু দিয়ে। সপ্তাহত এবাৰ খাব, এদিন শুকুতা তিতা, এদিন তিতা কেৰেলা, সদায় এসাজ পাতজাতীয় সেউজীয়া শাক, ঢেকীয়া, কলমৌ, বাঁহ গাঁজ, বেত গাঁজ, কল পচলা আৰু বতৰৰ ফল-মূল থাকেই। সেই ফলৰ ভিতৰত পনিয়ল, লেটেকু, লিচু, আম, জামু, কঁঠাল, মাটি কঁঠাল, কৰ্দৈ, ৰবাব টেঙা, বগৰী, নুনী, কল, কুঁহিয়াৰ আদিয়েই খাই।

দেউতাকৰ মতে দামী ফল আপেল, আঙুৰৰ পৰিবৰ্তে এইবোৰেই হ'ব সুষম খাদ্য- - যিটোক আজিকালি ডাক্তৰী ভাষাত 'বেলেন্স দাইট' বুলি কয়। আগৰদিনত মানুহে সুষম খাদ্যৰ কথা নাজানিলেও সেইবোৰ যে নিয়মীয়াকৈ খাব লাগে সেইটো জানিছিল। দেউতাই বোলে শাওন মহীয়া এটা পকা কঁঠাল অকলেই খাইছিল। বাৰীৰ লিচু আৰু জামু তেওঁৰ পেটতেই হজম হৈছিল।

এতিয়া বুঢ়াই নোৱাৰাতহে কেকায়। ঘৰুৱা চিকিৎসাত আৰোগ্য নোহোৱাতহে ডাক্তৰৰ ওচৰলৈ যাব লগা হৈছে। নহ'লে তেওঁক কোনে নিব পাৰিব।

বসুন্ধৰাই ভাবিলে দেউতা থকাব কাৰণেই ঘৰখন বন্ধু-বান্ধৱ, আলহী-অতিথিৰে মুখৰ হৈ আছে। কোনোবাই হাতত বা ভৰিত কাটিলে কি লগাব লাগিব সেই কথাটো সুধিবলৈ আহি আধাঘণ্টামান ধানটো-পতানটো কথা, ভাওনাত যুধিষ্ঠিৰৰ চুলি কোচা কেনে হ'ব লাগিব, অৰ্জুনৰ দাড়ি বৈ পৰা হ'ব লাগিব নে জোঙা বিধৰ হ'ব লাগিব আৰু তাৰ মাজতে দেউতাই ভীমৰ বচন শুনাই ডেকাবোৰক হৰ্ষওৱা, সমবয়সীয়া মানুহ আহিলে গান্ধীৰ ৰৱমজোৰ কেনে আছিল, জৱাহৰলাল নেহৰু কিমান চৌখিন আছিল, বিনোবা ভাবেই পুৱা শুই উঠি কেইচামুচ

মৌ খাইছিল ইত্যাদি আলোচনাৰে বজনজনাই থাকে।

শঙ্কৰেকে ডেকা ল'ৰাবোৰক নানান পৰামৰ্শ নিদিয়াকৈও নেথাকে। এনেই সময় অবাবত নকটোৱা, বাৰীত শাক-পাচলি লগোৱা, পদূলি-পায়খানা, আগচোতাল-পিচচোতাল সকলোবোৰ চাফা কৰি ৰখা ইত্যাদি কথাবোৰ কয়। শ্ৰমৰ ওপৰত গুৰুত্ব দিয়ে। গান্ধীৰ দৰে পায়খানা নিজেই চাফা কৰি ৰখাৰ তেওঁ পক্ষপাতী।

কিন্তু দুখৰ কথা পুতেক মহেশ্বৰক আদৰ্শবাদী কৰিব নোৱাৰিলে। বোৱাৰীয়েক বসুন্ধৰাক তেওঁ কয়, 'সেইটোক আৰু বহু চেষ্টা কৰিলো, তাৰ নিজৰ প্ৰকৃতি নেৰিলে। আধাবয়স গ'ল এতিয়াও তাৰ গাত কথা নেলাগিল। এলাহৰাদু মানুহৰ দৰে সি আনৰ পদূলি শুঙোতেই গ'ল। চাৰি আলিটোত সি বাৰু কিয় আড্ডা মাৰি থাকিব লাগে?'

বসুন্ধৰাই উপলব্ধি কৰিলে জোনালীয়ে যদি চাকৰি নকৰি ঘৰতে বহি থাকিলেহেঁতেন ঘৰখন বাৰু কি হ'লহেঁতেন। মহেশ্বৰে পোৱা দৰমহাৰ টকাকেইটাৰেতো একো নহয়। তাইৰ দৰমহাখিনি হ'লেহে জোৰা মৰে। বেচেৰীজনীয়ে কিমান ত্যাগ কৰিব? মেচিনৰ দৰে কামত তাই টাকুৰি ঘূৰাদি ঘূৰে। আনকি ভতিজাকৰ বিহুৰ চোলা পেহীয়েকজনীয়েহে দিব লাগে। বৌৱেকৰো পূজা আহিলে কিবা নহয় কিবা এটা তায়েই দিয়ে। আলহী আহিলে ঘৰখনৰ সম্মান বঢ়াবলৈ তায়েই নিজৰ সাচন-সামৰণৰ পৰা কেইটামান টকা উলিয়াই মাছ বা মাংসৰে ভাত খুৱাবলগীয়া হয়।

এতিয়া দেউতাকৰ ডাক্তৰক দিয়া ফীজো তাইহে দিলে। মহেশ্বৰৰ খবৰেই নাই।

বসুন্ধৰাই উপলব্ধি কৰিলে বুঢ়া নেথাকিলে ঘৰখনত যি হ'ব জোনালীক এঘৰলৈ উলিয়াই দিলেও আৰু বেছি কিবা এটা হ'ব। কিন্তু জোনালীকতো এদিন উলিয়াই দিবই লাগিব। বৌৱেক হৈ তাই ইমান স্বাৰ্থপৰ হ'ব নোৱাৰে। তাই বৌৱেক আৰু ঘৰখনৰ কাৰণে ইমানবোৰ কৰিছে তেনেস্থলত বসুন্ধৰাইও তাইৰ বাবে কিবা এটা কৰিব লাগিব।

বসুন্ধৰাৰ ভাব হ'ল জোনালী ঘৰখনত যিমান দিনলৈকে থাকে সিমান দিনলৈকে মহেশ্বৰৰ গা নলৰে। তেওঁ সুবৰ্ণলক্ষ্মীৰ বৰচঙীয়া পখিলীজনীৰ দৰে উৰি থাকিব আৰু সদায়েই বাট চাব বাপিৰামৰ দৰে সুবৰ্ণলক্ষ্মী অহালৈ। এইদৰে বাট চাওঁতে জোনালী বুঢ়ী হ'ব। সেইটো তাই বৌৱেক হৈ হ'বলৈ দিব নোৱাৰে।

তাই সিদ্ধান্ত কৰিলে তাইহঁতৰ মানে মাকহঁতৰ ইমানবোৰ মাটি আছে তাৰে দুবিঘামান বন্ধক দিবলৈ ক'ব। সেই বন্ধকীত পোৱা টকাৰে জোনালীৰ বিয়াৰ আয়োজন কৰিব। আৰু তেতিয়া হয়তো জোনালীৰ ককায়েক মহেশ্বৰৰ গা লৰিব। কাৰণ তেতিয়া জোনালী সেই ঘৰখনত লাগ বুলিলে ইটো-সিটো জোৰা মাৰিবলৈ নেথাকিব। তেতিয়া মহেশ্বৰে নিজেই জোৰা মাৰিব লাগিব। আৰু তেতিয়াহে তেওঁৰ সুবৰ্ণলক্ষ্মীৰ পখিলীজনী ধৰাতললৈ নামি আহিব ফুলৰ ৰেণু বিচাৰি। তাইৰ গিৰিয়েক মহেশ্বৰ নিশ্চয় সংশোধন হ'ব।

অজানিতে বসুন্ধৰাৰ এটা হুমুনিয়াহ ওলাই আহিল। তেনেতে শহুৰেকে কাহিলে। তাই শহুৰেকৰ কাহটো বন্ধ হ'বৰ বাবে এটা বড়ি আনিবলৈ কোঠালৈ সোমাই গ'ল।★★

# শিপা

## মাধুৰিমা বৰুৱা

১৭-৫-৮৪
নতুন দিল্লী

মৰমৰ অনিমা

বহুত দিনৰ মূৰত তোমালৈ লিখিবলৈ লৈছো। পাহৰি যোৱা নাই বোধহয়। দিল্লীৰ 'জনপথ'ত খোজকাঢ়ি ঘূৰি ফুৰোতে হঠাৎ সুমনক লগ পালো। তোমাৰ সুমনক মনত আছে কিজানি— সি আহি মোৰ স্মৃতিৰ শান্ত পুখুৰীৰ পানীখিনিত তৰঙ্গ তুলিছেহি,ধৰি লৈছো তুমি এতিয়াও সেই পাহাৰীয়া নগৰখনৰ কলেজখনতে আছা। দুবছৰ হ'ল নহয়, তোমাক ভীষণ চাবৰ মন গৈছে। মই কি কৰি আছো জানা কিজানি- জনাকীৰ্ণ এই মহানগৰীত মই খবৰ বিচাৰি ফুৰো। সুমনো আহিছে এটা খবৰ বিচাৰি। তাৰ মুখৰ পৰাই বহুত খবৰ পালো— সেইয়ে প্ৰকাণ্ড মোচৰ বৰুৱন, সি বোলে এখন কলেজত কাম কৰে, খীনমীন বাজু- সি বোলে ডি.এছ.পি. হ'ল- হাঃ হাঃ, তাক দেখিবলৈ কেনে হৈছে মিতালীয়ে ইউ এছলৈ গৈছে এবিলে,- কিন্তু তোমাৰ খবৰ কি? সুমনক তোমাৰ কথা সুধিবলৈ ভয় লাগিছে— সি কাপুৰুষ, ধূৰন্ধৰ আদি বিশেষণ লগাই গালি পাৰিবলৈ আৰম্ভ কৰি দিব। মই মনে মনে তোমাৰ কথাই ভাবিছো।

তুমিতো জানাই, সুমন কিমান ইতিহাসৰ পোক— পুৰণি কথা জানিবৰ বাবে তাৰ কিমান আগ্ৰহ। এই আগ্ৰহৰ বাবেই পুৰণি দিল্লীৰ আশে পাশে আমি অনাই বনাই ঘূৰি ফুৰিছো। ইয়াৰ প্ৰতিটো স্মৃতিচিহ্নৰ ভগ্নাৱশেষৰ ওচৰত খেলি থকা কণমানি ল'ৰা-ছোৱালী আৰু ভেলা চকুৰে শীতৰ পুৱা উম লৈ বহি থকা বৃদ্ধ বৃদ্ধাসকলে এনেকৈ কয় যে, আকবৰে ইয়াত ঠাণ্ডা বতাহ খাইছিল, আওৰংজেবে ইয়াতে তেওঁৰ ঘোঁৰাটো বখাই তৰোৱাল ধুইছিল, এইফালে জেনানা মহল, অমুক আছিল, তমুকে ইয়াতে বৈ তিতা চুলি শুকুৱাইছিল, যেন সিহঁতে ঘটনাবোৰ চকুৰ আগত, দেখি আছিল। অৱশ্যে, বৰ অস্বস্তি লাগে। যি বীভৎস ইতিহাসৰ পৰা পলাবলৈ এই জনাকীৰ্ণ চহৰৰ ৰাজপথত অনাই বনাই ঘূৰি ফুৰিছো — মই বুজি পাইছো — এই ইতিহাসেই মোক শেষ দৃশ্য দেখুৱাব।

সুমনৰ আইতাকৰ আজোককাক দিল্লীৰ আছিল। হয়তো মোগলৰ শেষ আক্ৰমণৰ সময়ত যোৱা সৈনিকৰ ঔৰসত জন্ম হৈছিল তেখেতৰ — কিশোৰী অৱস্থাত তেওঁক বিয়া কৰাইছিল হাজৰিকা বাৰ খোৱা এজনে, যিজন আছিল সুমনৰ পূৰ্বপুৰুষ। এশ বছৰীয়া আইতাকৰ মুখৰ পৰা সুমনে দিল্লীৰ মোগলৰ সতে থকা এই সামান্য যোগসূত্ৰটো জানিব পাৰি উত্তলীকৃত হৈ বিচাৰি আহিছে তাৰ শিপা।

বাহাদুৰ শ্বাহৰ বংশধৰ সকলে ইংৰাজ ৰাজত্বত দিল্লীৰ ৰাজপথত বৈ গলিত থকা বেশ্যাৰ দালালী কৰিছিল— উচ্‌প খাই উঠিছা নেকি? এৰা, নবাবৰ বংশধৰৰ এই অৱস্থা হয়তো অন্দৰ মহলত থকা হেজাৰ হেজাৰ নাম জনা বা নজনা নাৰীৰ উচুপনিবোৰ অভিশাপ হৈছিল এই বংশৰ মূৰত। পুৰণি দিল্লীত ঘূৰি ফুৰোতে দৰিয়াগঞ্জৰ এফালে মাজে মাজে প্ৰাচীৰ ভাঙি যোৱা উৱলি যোৱা প্ৰকাণ্ড মহল এটাৰ সমুখৰ পদপথত বহি থকা ভিক্ষাৰী এগৰাকীৰ সমুখত ঘূৰি ঘূৰি ভাগৰ লগাত আমি বহি দিলো। বহি লৈ আমি তেখেতৰ লগত চিনাকি হৈ সুখ-দুখৰ কথা পাতিবলৈ আৰম্ভ কৰিলো। হয়তো বহুদিনৰ মূৰত বা প্ৰথম বাৰৰ বাবে তেওঁৰ জীৱনৰ বিষয়ে কোনোবাই জানিব বিচৰাত তেওঁ উৎসাহিত হৈ কৈ যাবলৈ ধৰিলে তেওঁৰ জীৱনৰ কাহিনী, যি ৰহস্য কাহিনীৰ দৰে ৰহস্যময়, কল্পকাহিনীৰ দৰে ৰসাল আৰু বিয়োগান্ত জীৱনৰ দৰে বেদনাদায়ক। তেওঁ সমুখত বহি থকা মহলটো নবাব হাইদৰ বে খানৰ আঢ়ৈশ বছৰীয়া পুৰণি আৰু আমাৰ সমুখত বহি থকা সৰ্বস্ব হেৰুওৱা বৃদ্ধা ভিক্ষাৰী গৰাকী তেওঁৰে নাতিনীয়েকৰ জীয়েক। আচৰিত দিল্লীৰ পদপথত বহি থকা এই নব্বৈ বছৰীয়া বৃদ্ধা এখন ইতিহাসৰ জীবিত পুথি। তেওঁ এই মহলটোত উপজিছিল — ইয়াতে ডাঙৰ হৈছিল — ডাঙৰ হৈ প্ৰেমত পৰিছিল মাহীয়েকৰ পুতেক য়াকুবৰ লগত। নবাবৰ পুতেকৰ বাবে বেশ্যাগমণ নিয়মৰ দৰে আছিল; য়াকুবৰ শত গৰাকী শয্যা সঙ্গিনীৰ মাজতো তেওঁ অনন্য আছিল, এদিন তেওঁলোকৰ বিয়া হৈছিল আৰু যুগ্ম জীৱন আৰম্ভ কৰি সুখেৰে দিন অতিবাহিত কৰিছিল। পঞ্চাশৰ দেওনা পাৰ নহওঁতেই য়াকুবৰ মৃত্যু হ'ল— তেওঁৰ মৃত্যুৰ পাছত আৰম্ভ হ'ল, ধনৰ শকত মোনাৰ গৰাকীয়ে খেলা চাতুৰীৰ খেল-ব্ৰু বাডলৈ উপজা সকলো মানুহৰে তেজত থকা সেই তেজ, যি তেজত আছে ঘৃণনীয় যৌন কামনা আৰু সম্পত্তিৰ প্ৰতি প্ৰচণ্ড লোভ। সন্তানৰ মুখলৈ চাই প্ৰথমে তেওঁ এই সকলোবোৰ সহ্য কৰিছিল। ভাৰত স্বাধীন হোৱাৰ আগেয়ে বৃটিছৰ লগত বুজাপৰা কৰি তাইক স্বামীৰ সম্পত্তিৰ পৰা বঞ্চিত কৰিলে — তাইৰে ককায়েক, ভায়েক, ভতিজাকহঁতে। সম্পত্তিৰ পৰা বঞ্চিত হৈ তাইৰ যেন মোহমুক্তি ঘটিল — এদিন তাইক মহলটোৰ পৰা খেদি দিলে, সকলো বান্ধোনৰ পৰা তাই মুক্ত হৈ পৰিল — যি সৰ্বহাৰা তাৰ চিন্তা কৰিবলৈ একো নাথাকে, জীয়াই থাকিবৰ বাবে প্ৰয়োজনীয় দুবেলা দুমুঠি খাবলৈ পালেই হয়। ভাৰত স্বাধীন হোৱাৰ পাছত ভাৰত চৰকাৰৰ পৰা তেওঁ পেঞ্চন পাইছিল ষাঠি টকা, বৰ্ত্তমান বাঢ়ি হৈছেগৈ আঢ়ৈশ টকা। দিনটো পদপথত বহি থাকে বা ইফালে সিফালে ঘূৰি ফুৰে, ৰাতি ইয়াতে শুই থাকে— তেওঁ এই মহলৰ কাষতেই থাকিব আৰু ইয়াতে মৰিব, তেওঁৰ জীৱনৰ প্ৰাপ্তি আৰু বঞ্চনাৰ নীৰৱ সাক্ষী এই মহলটো— যি তেওঁৰ মৃত্যুৰো সাক্ষী হ'ব। নাই তেওঁৰ আৰু কোনো ইচ্ছা নাই, — কড়াই গণ্ডাই পুৰাই দিছে পৃথিৱীয়ে তেওঁক।

হঠাৎ সুমনৰ গাটো জিকাৰ খাই উঠিল, তাৰ পূৰ্ব পুৰুষৰ নামো হাইদৰ বে খান— তেওঁৰ বংশধৰৰ পঞ্চম পুৰুষ যি সুদূৰ অসমত লালিত-পালিত হৈ হাইদৰ বে খানৰ উত্তৰ পুৰুষে হেৰুৱা মূল বিচাৰি আহিব, এই কথা বৃদ্ধাই হয়তো ভাবিবই পৰা নাছিল। যাহক দুৰ্ঘটনা ঘটে এনেকৈয়ে, সুমনে মোলৈ চাই এটা অৰ্থপূৰ্ণ হাঁহি মাৰিলে, আমি কোনো এজনেও তেখেতক পৰিচয় নিদিলো— সপোনত ঘটাৰ দৰে সুমনে তাৰ পূৰ্বপুৰুষ থকা মহলটো বিচাৰি

পালে, য'ত তাৰ শিপা, তেওঁক পৰিচয় দি কিবা লাভ হ'ব বুলি আমি নাভাবো, কিন্তু লোকচানেই বা কি? এসময়ত প্ৰাচুৰ্যৰে ভৰা সেই ৰাজমহলটোৰ প্ৰতিটো কোঠালীত এতিয়া সৰু সৰু পৰিয়াল থকা একোটা খুপৰি। হয়তো অন্দৰ মহলৰ কোনোবা কোঠাত আছে অন্তিম দিন গণা নবাবৰ কোনোবা বংশধৰ। হঠাৎ মনলৈ আহিল ইতিহাস অদ্ভুত, খেয়ালী— মানুহৰ জীৱন বৰ দুষ্প্ৰাপ্য, ধন প্ৰাচুৰ্যৰে ভৰা, লাহ বিলাহেৰে ৰাজসিক জীৱন কটোৱা ৰজা, মহাৰজা বা নবাবৰ মহলো সময়ৰ কুটিল চলনাত হ'ব পাৰে ভিকছুৰ বাসস্থান। সময়ে কাৰোবাক মহলৰ পৰা পদপথলৈ স্থানান্তৰিত কৰিব পাৰে।

সেয়ে, এটা নতুন উপলব্ধি হ'ল— যি ইতিহাসৰ দোহাই দি, তুমি আৰু মই আঁতৰি আহিছিলো তাৰ কোনো মজবুত ভেটি নাই। চব উৰলি যাব, জীৱন শেষ হ'ব, সময়ৰ চাতুৰালিয়ে জীৱন গ্ৰাস কৰিব কিন্তু ইয়াৰ বাবে কোনো দোষ নকৰাকৈ তুমি আৰু মই কষ্ট পোৱাৰ অৰ্থ নাই। ১৯৮২/৮৩ অসমত জ্বলা জুইত জঁপিয়াই মই ভুল কৰিছিলো— স্বীকাৰ কৰিছো মূলৰ বাবেই এচাম মানুহক অমানুহ হৈ যোৱা আন এজাক মানুহে নিঃচিহ্ন কৰিলে- সেই মূলৰ এই অৱস্থা। ধন, ধান, শৌৰ্য, বীৰ্যৰে ভৰা পৰিপূৰ্ণ ৰাজমহল সময়ৰ সোঁতত উৰলি যায়, বঞ্চিত দলিত পীড়িত মানুহৰ মূলো সময়ৰ সোঁতত আন এক জীৱন ধাৰাত মিলি ঠাবৰি পাব পাৰে, জীপ লৈ গজিব পাৰে— মুঠতে মানুহৰ জীৱন সকলোৰে ঊৰ্দ্ধত ই মহান আৰু দুষ্প্ৰাপ্য। এই সত্য উপলব্ধি কৰিবলৈ মোক দুবছৰ সময় লাগিল তুমি মোক ক্ষমা কৰি দিয়া।

তোমাক মই মোৰ জীৱনলৈ আহ্বান জনালো। তুমি আৰু মই লগ হৈ এটি সৰু ভেটি সাজিব নোৱাৰিমনে, য'ত জীপ ল'ব নতুন জীৱনে। চিঠিখন সুমনৰ হাতত দিম। সি তোমাক বিচাৰি উলিয়াই তোমাৰ হাতত দিব। তুমি ক্ষমা নকৰালৈকে এই মূল তোমাক দেখুৱাব নোৱাৰিম। চিঠিৰ উত্তৰ দিলে বুজিম তুমি মোক ক্ষমা কৰিছা।

পৃথিৱীৰ ছিন্নমূল মানুহৰ বাবে ঠিকনাৰ প্ৰতিশ্ৰুতিৰে

অৰ্ণৱ

পিছকথাঃ পাঠকে গল্পটো পঢ়োতে চিঠিখনৰ ওপৰৰ তাৰিখটো চাই পঢ়িব। ২০০৩ চনৰ বুকুত থিয় হৈ অৰ্ণৱৰ ১৯৮৪ চনৰ টোকাবহীৰ মাজৰ পৰা উদ্ধাৰ হোৱা চুটি গল্পটো অসম্পাদিত ৰূপত পাঠকলৈ আগবঢ়ালো।

★★

# এদিনঃ অন্য দিন

## সবিতা কোঁৱৰ

প্ৰথম কুকুৰাৰ ডাকতে ভগীৰথ দৈমাৰীয়ে সাৰ পালে। বয়স বাঢ়ি অহাত টোপনিটো কম হোৱাৰ বাবে অৱশ্যে সদায়ে পায়। আনদিনাৰ দৰে তেওঁ কিন্তু সাৰ পোৱাৰ লগে লগে বিছনাৰ পৰা নুঠিলে বৰং বাগৰ সলাই বিছনাখনতে বহু সময় ধৰি ইকাটি-সিকাটি কৰি থাকিল। স্থায়ী ব্যাধি হিচাপে লগ লোৱা শুকান কাহটোৱে মানুহটোক আজি কেইদিনমানৰ পৰা আকৌ পীড়ি আছে। যোৱা ৰাতি বেছিকৈয়ে আমনি কৰিছিল। সেয়েহে বহু ৰাতিলৈকে টোপনিয়েই যাব পৰা নাছিল। শেষ ৰাতিহে টোপনি আহিছিল যদিও প্ৰথম কুকুৰাৰ ডাকত সদায় পোৱাৰ দৰে আজিও সাৰ পালে। গতিকে কিবা এক অলসতাই চুই থৈ যোৱাত বিছনাত এনেয়ে পৰি থাকিল ভগীৰথ দৈমাৰী।

হঠাৎ ৰাতি পুৱাটোৰ নিৰ্জনতা ভেদ কৰি সৰৱ হৈ পৰা পাৰৰ ৰুণত তেওঁ আৰু শুই থাকিব নোৱাৰিলে।

শোৱাৰ পৰা উঠি বিছনাতে বহি তেওঁ এগ্ৰামুৰি এটা দিলে।

তাৰপাছত দুৱাৰৰ শলখাডাল খুলি বাহিৰলৈ ওলাই আহিল। কাঠৰ দুৱাৰখন খুলোতেই মেৰ্ মেৰ্ এটা শব্দ হ'ল। বোধকৰো পুৰণা হোৱাত কাঠত ঘুণে ধৰিছে।

দুৱাৰ খুলি বাহিৰলৈ ওলাই আহোঁতেই তেওঁৰ চকুত পৰিল দুটা পাৰই কিবা বিচাৰি তেওঁৰ ঘৰৰ সৰু চোতালখনত দেও দি দি ফুৰিছে। তেওঁ পাৰ দুটালৈ' ভালদৰে চাই বুজিব পাৰিলে দুদিনমান ধৰি তেওঁৰ ঘৰত বাহ সাজিব বিচৰা সেই একেযোৰ বগা পাৰ চৰাই।

আনদিনাৰ দৰে আজি কেইদিনমানৰ আগতে সেইদিনাও সাজ ভঙাৰ পাছতেই বাঙ্গি-বাঢ়ি এমুঠি খাবলৈ যো-জা কৰিছিল ভগীৰথ দৈমাৰীয়ে।

বাহিৰত কোনোবাই মতা শুনি দুৱাৰখন খুলি তেওঁ বাহিৰলৈ ওলাই আহিল।

কেইবাটাও ল'ৰা বাহিৰতে ৰৈ আছিল। তাৰে কেইটামানক তেওঁ চিনি পালে, কেইটামানক নাপালে।

পাছদিনা তেওঁলোকৰ গাঁৱৰ ওচৰতে অনুষ্ঠিত হ'বলগীয়া ৰাজহুৱা সভাখনলৈ ল'ৰা-কেইটাই তেওঁক মাতিব আহিছিল। সভাৰ উদ্যোক্তাসকলে ঘৰে ঘৰে গৈ মানুহ মতাৰ দায়িত্ব দিছিল সিহঁতক।

সভাখন বোলে শান্তি-সম্প্ৰীতিৰ সভা আৰু এইখন সভা বোলে ইয়াৰ আগতে হোৱা শান্তি-স্থাপনৰ সভাবোৰতকৈ বেলেগ হ'ব। গতিকে মানুহৰ উপস্থিতিও অধিক হোৱাটো বিচাৰিছে উদ্যোক্তাসকলে।

ল'ৰাকেইটা যোৱাৰ পাছত দৰ্জাখন ঘটং শব্দ এটা কৰি জোৰেৰে বন্ধ কৰি দিলে তেওঁ।

'হুঁ শান্তি-সম্প্ৰীতি!' নিজে নিজে ভোৰভোৰাই উঠিল ভগীৰথ দৈমাৰীয়ে।

একেখন নদীতে সাঁতুৰি-নাদুৰি, একেখন পথাৰত ভুঁই কই, ধান দাই আনকি ব'হাগৰ ৰাতিবোৰ হুঁচৰিৰে মুখৰিত কৰি ডাঙৰ-দীঘল হোৱা মানুহবোৰ ৰাজনীতিৰ ডবা খেলত পৰি পৰস্পৰে-পৰস্পৰৰ অপৰিচিত হ'ল; আত্মীয়জনৰ তেজেৰে হাত ৰাঙলী হৈ পৰিল, বগুহৰ মগুহহে চিনি পোৱা হ'ল, আপোন ঘৰ জুই-ধোঁৱা আৰু ছাঁইত পৰিণত হ'ল, দিন-কাল বিকৃত হৈ পৰিল— এনেস্থলত শান্তি-সম্প্ৰীতি স্থাপনৰ প্ৰস্তুতিৰ নিশ্চয় সাৰ্থক থাকিব নোৱাৰে।

ভ্ৰাতৃঘাতী এই যুঁজখনৰ বাবেই ঘৰখন তেওঁৰ থান্-বান্ হৈ পৰিল।

ছোৱালীজনী, শুবলাক বিয়া দিয়া বছৰেই ঘৰৰ মানুহজনী তেওঁ হেৰুৱালে।

দুষ্কৃতিকাৰীসকলৰ আক্ৰমণৰ বাবে মাজে-সময়ে আশ্ৰয় শিবিৰত থাকিবলগীয়া হোৱা ভগীৰথ দৈমাৰীহঁত আজিৰ পৰা পাঁচ বছৰমানৰ আগতে আশ্ৰয় শিবিৰত কেইমাহমান থাকিবলগীয়া হৈছিল। অস্বাস্থ্যকৰ পৰিবেশৰ বাবে শিবিৰত কলেৰা ৰোগে মহামাৰী ৰূপ লৈছিল সেইবাৰ।

সেই মহামাৰীতে মানুহজনী তেওঁৰ কাল হ'ল। জীৱনৰ শেষ দিনটোতো মানুহজনীয়ে আপোন ঘৰৰ মাটি গচকিব নাপালে, চিনাকি হৈ পৰা মাটিৰ গোন্ধ নাপালে— এই দুখটোৰে ভগীৰথ দৈমাৰী মানুহটোক কেতিয়াবা এনেদৰে দহে যে তেওঁ স্থিৰ হৈ থাকিব নোৱাৰা হৈ পৰে।

তাৰ আগতেই একমাত্ৰ পুত্ৰ ৰাকেশ কিবা স্ব-জাতি, স্ব-ৰাজ্যৰ স্বাৰ্থত ঘৰৰ পৰা যি ওলাই গ'ল গ'লেই।

কেইটামান বছৰৰ ভিতৰতে ঘৰখন অৰণ্যত পৰিণত হ'ল।

মৰিশালি হৈ পৰিল। আৰু সেই মৰিশালিৰ ৰখীয়া হৈয়েই কটাবলগীয়া হৈছে তেওঁ দিনবোৰ। বৰ অসহ্য লাগে কেতিয়াবা তেওঁৰ। জীৱনৰ নিৰুদ্বেগ, অসহনীয় মুহূৰ্তবোৰৰ মাজতো আশাৰ জিলিঙনি এটাই মাজে মাজে চকুযোৰ তেওঁৰ জলমলাই তোলে। অনিশ্চয়তাৰ সপোন দেখে আৰু এক পৰমাগ্ৰহেৰে উন্মনা হৈ পৰে— কোনোবা এটা সুখদায়ক মুহূৰ্তত ৰাকেশহঁত জনজীৱনৰ মাজলৈ মূল সুঁতিলৈ উভতি আহিব। আহি তেওঁৰ দৰে বহুজনৰ ওচৰত বৈ যাবহি।

অথচ তেওঁ বৰ ভালদৰে জানে, ৰাকেশহঁতে যিটো পথ শুদ্ধ বুলি আগবাঢ়ি গৈছে-- সেইটো উত্তৰণৰ পথহে, প্ৰত্যাবৰ্তনৰ নহয়।

সিহঁত যেন 'গডজিলা' ৰূপত অৱতীৰ্ণ হৈছে।

কেতিয়াবা ছোৱালীজনী শুবলা আহে অৰুলশৰীয়া হৈ পৰা দেউতাকৰ ওচৰলৈ। তায়ো ঘৰখন এৰি বাপেকৰ লগত বহুদিন থাকিব নোৱাৰে। এবাৰ ভ্ৰাতৃঘাতী সংঘৰ্ষত শুবলাৰ উঠি অহা ডেকা দেওৰেকটো নিহত হ'ল।

তাৰে পইনা লৈ থাকি থাকি শাহুৱেকজনী বিচনাৰ আশ্ৰয় লোৱা হ'ল। গতিকে

বাপেকৰ কাৰণে চিন্তা কৰিলেও ঘৰখন যে বেছিদিনৰ কাৰণে শুৱলাই এৰিব নোৱাৰে সেই কথা তেওঁ ভালদৰে বুজে।

সেয়েহে তাই থাকিব বিচাৰিলেও তেওঁ থাকিব নিদিয়ে। পঠিয়াই দিয়ে জোৰ কৰিয়েই তেওঁ।

অৱশ্যে তিনিবছৰীয়া নাতিনীয়েকটো বৰ মৰম লগা হৈ পৰিছে।

শুৱলা থকা দিনকেইটাত শিশুটোৰ কল্‌কলনিয়ে ঘৰটো তেওঁৰ মুখৰ হৈ থাকে। কণমানিটোলৈ তেওঁৰ মোহ নজন্মা নহয়। কিন্তু 'মোহ' এই শব্দটোৰ পৰা আজিকালি যেন তেওঁ পলাই ফুৰিব বিচাৰে। ৰাতিৰ গাঢ় অন্ধকাৰ, দিনটোৰ নির্জনতা, খেলিমেলি ভাবলেশ-- এইবোৰেই কেতিয়াবা তেওঁৰ সংগী হৈ পৰে।

তাৰবাবে আৰু কোনো তেওঁৰ অভিযোগ নাই।

আজি কেইমাহমানৰ আগতে ভগীৰথ দৈমাৰীহঁতৰ ওচৰৰ তিনিখনমান গাঁৱত ৰাতি কোনোবাই জুই দিলে। সেই জুইত বহুতো ঘৰ জ্বলি ভস্মীভূত হ'ল, বহু মানুহ গৃহহাৰা হ'ল। নিঃস্বতাত, সন্ত্রাসত সেইকেইখন গাঁৱৰ মানুহবোৰ শৰণার্থী হৈ পৰিল।

কেইমাহমান শিবিৰত থকাৰ পাছত মানুহবোৰ আৰু ঘৰমুখী হৈ পৰিল।

আপোন মাটিৰ গোন্ধ, আপোনজনৰ দেহৰ গোন্ধেৰে ভৰি থকা, মৰম-চেনেহেৰে বিজড়িত হৈ থকা ঘৰখনৰ আহ্বান কেনেকৈ নেওচিব পাৰে মানুহে? আশ্রয় শিবিৰত থাকিলেও মানুহবোৰৰ দেহ-মন যে ঘৰৰ শিকলিৰে বন্ধনযুক্ত।

মানুহবোৰ ঘৰলৈ ঘূৰি অহাৰ পাছত কেইবাটাও অনুষ্ঠানৰ উদ্যোগত আন কেইবাৰৰ দৰে গাঁৱৰ ওচৰৰ মুকলি পথাৰখনত এইবাৰো যে এখন ৰাজহুৱা সভা আয়োজনৰ দিহা চলিছে– সেয়া ভগীৰথ দৈমাৰীয়ে কেইদিনমানৰ আগতেই গম পাইছিল।

সভাৰ উদ্যোক্তা যেন লগা কেইজনমান ব্যস্ত হৈ ঘূৰি ফুৰাও দেখা পাইছিল।

এইবাৰৰ সভাখন কিবা ব্যতিক্ৰম হ'ব বুলিও তেওঁ গম পাইছিল।

মনৰ বিভেদ আঁতৰাই, সম্প্রীতি গঢ়িবলৈ এইবাৰ বোলে বগা পাৰ উৰুৱাই আকাশ শুকুলা কৰিব– এই কথাও তেওঁ শুনিছিল। ইয়াৰ মাজত তেওঁ কিন্তু একো নতুনত্ব দেখা পোৱা নাছিল– আৰু কোনো উৎসাহ অনুভৱো কৰা নাছিল। গতিকে এই সভাখনৰ কথাই তেওঁৰ মনত কোনো প্রতিক্রিয়াৰ সৃষ্টি কৰিব পৰা নাছিল। সেয়েহে পাছদিনা হ'বলগীয়া ৰাজহুৱা সভালৈ যোৱা-নোযোৱাৰ একো সিদ্ধান্তই তেওঁ লোৱা নাছিল।

তথাপিও পাছদিনা তেওঁ সখা মাটিৰাম বড়োৰ লগত সভাস্থলীলৈ গ'ল আৰু সভাৰ এচুকত বহি ৰ'ল।

সভাৰ উদ্বোধনী হিচাপে আকাশত উৰুৱাই দিয়া হ'ল কেইবাযোৰো বগা পাৰ চৰাই। লগে লগে হাত চাপৰি ধ্বনিত আৰু শান্তি-সম্প্রীতি অটুট ৰাখিবলৈ দিয়া শ্লোগানৰ ধ্বনিত ঠাইডোখৰ মুখৰিত হৈ পৰিল।

উৰ্দ্ধমুখী হৈ আকাশলৈ উৰি যোৱা পাৰবোৰলৈ চাই থাওঁতে ভগীৰথ দৈমাৰীৰ মনটোৱে নিজে নিজৰ লগত কথা পাতিলে — কোনো মানুহ অকলশৰীয়াকৈ থাকিব নোৱাৰে।

নিসংগতাবোধ জীৱনৰ সহযাত্ৰী নহয়, জীয়াই থকাৰ প্ৰতিবন্ধক আৰু জীৱন-যন্ত্ৰণা স্বৰূপহে।

অথচ মানুহবোৰ আজি ৰাংকুকুৰত পৰিণত হৈছে।

বিশ্বাসৰ থাপনাখন মানুহে নিজেই এনেদৰে কলুষিত কৰিছে যে মানুহৰ আনন্দ সমাহিত ৰূপটো ঢাকি ধৰি মানুহক বিভ্ৰান্ত কৰি তুলিছে, মানুহক আদিম মানুহত পৰিণত কৰিছে। দিনবোৰে যে কেনেদৰে দিনে দিনে নিজৰ ৰূপ সলাইছে(!) কোনোবা এখন কাকতত তেওঁ পঢ়িবলৈ পাইছিল— দিনৰ পোহৰত যিখন গাঁৱত শান্তিৰ সভা বহিছিল, ৰাতিৰ আন্ধাৰত একেদিনাই সেইখন গাঁৱতেই তেজৰ ঢল নামিছিল।

এনেস্থলত এটা শান্ত-সুথিল স্বাধীন মনৰ বাৰ্তাবাহীৰূপে বগা পাৰ উৰুৱাটো প্ৰহসনৰ বাদে আন একো নহয়।

কিয় জানো হঠাৎ ভগীৰথ দৈমাৰীৰ মনটো এবাল চিন্তা গধূৰ দবে হৈ পৰিল। লগে লগে বুকুখন বৰ খালী খালী যেন অনুভৱ হ'ল।

সভাঘৰ ভাঙো ভাঙো কৰি উচ্চস্বৰত বক্তৃতা দিয়া বক্তাকেইজনৰ একো কথাই তেওঁৰ কাণত সোমোৱা নাছিল। কেৱল মানুহকেইজনৰ মুখ আৰু হাতৰ-ভংগীবোৰেহে তেওঁৰ চকুত অগাদেৱা কৰি থাকিল।

অৱশেষত সভাখন শেষ হোৱাৰ বহু আগতেই তেওঁ ঘৰ পাইছিলহি।

সভাৰ পাছদিনাখন ৰাতিপুৱা হঠাৎ ওচৰত দিয়া পাৰৰ ৰূণত ভগীৰথ দৈমাৰী উচপ খাই উঠিল।

তেওঁ দেখিলে এযোৰ বগা পাৰ তেওঁৰ চোতালত ঘূৰি ফুৰিছে।

বগা পাৰযোৰ দেখি তেওঁ অনুমান কৰিলে সেয়া নিশ্চয় আগদিনা উৰুৱাই দিয়া পাৰবোৰৰ লগৰে। লগৰবোৰ কেনিবাদি উৰি গ'ল। এইহাল পাৰ চাগে এইখন গাঁৱৰে আছিল। কিয়নো, সভাৰ আহ্বায়কসকলে তেওঁলোকৰ গাঁৱতো বগা পাৰ বিচাৰি ফুৰিছিল বুলি তেওঁ শুনিছিল ঘৰমুখী এইহাল পাৰ তেওঁৰ ঘৰলৈকে আহিল।

প্ৰথমে তেওঁ পাৰ হাললৈ বিশেষ মন-কাণ দিয়া নাছিল, ঘৰৰ পাৰ এদিন নিশ্চয় ঘৰলৈ যাবগৈ এই বুলি ভাবিয়েই।

কিন্তু ক্ৰমাৎ তেওঁ লক্ষ্য কৰিলে পাৰ হালে তেওঁৰ ঘৰ এৰি যোৱা নাই।

বৰং আজি তিনি-চাৰিদিনমানেই হ'ল নিগাজিকৈ বাহ এটা বিচাৰিয়েই নে কিয় জানো পাৰ দুটাই দিনত চোতালেই হওক বা আন ঠাইতে হওক ইফালে-সিফালে ঘূৰি ফুৰে। ৰাতি ক'ত থাকে সেয়া অৱশ্যে তেওঁ নাজানে।

মাথো এইকেইদিন ৰাতিপুৱা অথবা সময়ে সময়ে পাৰৰ ৰূণ এটা আহি তেওঁৰ কাণত পৰেহি। অৱশ্যে চকুৰ আগত পাৰ হালে কুঁকুৱাই ঘূৰি ফুৰিলে তেওঁ চাউল বা এমুঠি ধান ছটিয়াই নিদিয়াকৈ নাথাকে।

এতিয়া তেওঁৰ এনে হৈছে ৰাতিপুৱা বিছনাতে পাৰৰ ৰূণ এটা শুনিবলৈ আৰু শুই উঠিয়েই পাৰ হাল দেখা পাবলৈ তেওঁ যেন উন্মনা হৈ পৰে।

পাছদিনা আকৌ পাৰৰ কণটো শুনিবনে নাই অথবা পাৰ হাল দেখিবনে নাই এই সন্দেহেৰেও শংকিত হৈ পৰে। অজানিতে পাৰ হালৰ প্ৰতি আকৰ্ষণ এটা তেওঁ অনুভৱ কৰা হ'ল। পলাই ফুৰিব বিচৰা 'মোহ' নামৰ প্ৰবৃত্তিটো আকৌ এবাৰ তেওঁৰ মনত জীপাল হৈ পৰিল।

যোৱা ৰাতি তেওঁৰ ভাল টোপনি অহা নাছিল।

সেয়েহে ৰাতিপুৱা বিছনাত এনেয়ে পৰি থাকিম বুলি ভাবিছিল যদিও চিনাকি হৈ পৰা পাৰৰ কণটো শুনি তেওঁ ঘৰৰ দুৱাৰখন খুলি বাহিৰলৈ ওলাই আহিল।

এইকেইটা দিনতে পাৰহালো তেওঁৰ চিনাকি হৈ পৰিছে চাগে। সেয়েহে তেওঁক দেখাৰ লগে লগে পাৰ দুটা আনকেইটা দিনৰ দৰে আহি তেওঁৰ কাষত পৰিলেহি।

লাহে লাহে পাৰহালৰ গাত তেওঁ হাত ফুৰাই দিলে আলফুলকৈ। সিহঁতক এটা বাহ সাজি দিব লাগিব— মনতে ভাবিলে তেওঁ।

যদিও দিনবোৰ নিৰাপত্তাহীনতাত ডুবিছে, জুই হৈ ফুৰিছে তাৰ মাজতো সকলোৱে এক পৰম নিৰ্ভৰ বিচাৰে। নিৰাপদ আশ্ৰয় বিচাৰি ফুৰে। হৃদয়খনে হৃদয়ক বিচাৰি উত্ৰাৱল হৈ পৰে। নিৰ্জনতাৰ কোলাহলৰ পৰা আঁতৰত থাকিব বিচাৰে।

এক নতুন অনুশীলনেৰে হঠাৎ ভৰি উঠিল ভগীৰথ দৈমাৰীৰ দেহমন।

উৎসাহবোধ এটাই স্পৰ্শ কৰা মানুহটো এইবাৰ বহাৰ পৰা উঠিল। তাৰ পাছত য'ত-ত'ত পৰি থকা কাঠ দুডোখৰমান ওচৰ চপাই ল'লে......।★★

# অপাংক্তেয়

**ধনীৰাম তালুকদাৰ**

বৰ্তমান অতীন্দ্ৰৰ একোকে ভাল নলগা হৈছে। অতীন্দ্ৰই শিক্ষকতাৰ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি জীৱনৰ বাকী দিনবোৰ ঘৰ-বাৰীৰ তদাৰক কৰাৰ লগতে সামাজিক কামতে নিজকে ব্যস্ত ৰাখিবলৈ মনস্থ কৰিছিল। সেয়েহে স্থানীয় ৰাইজে বিচৰা মতে নামঘৰ কলা-কৃষ্টি কেন্দ্ৰৰ সভাপতিৰ পদ গ্ৰহণ কৰাৰ লগতে উন্নয়ন সমিতিৰো উপদেষ্টা পদ গ্ৰহণ কৰিছিল। বৰ্তমান সমাজ ব্যৱস্থাত সামাজিক কাম কৰা যে সহজ নহয় তাক এতিয়াহে অতীন্দ্ৰই উপলব্ধি কৰিব পাৰিছে। মানুহবোৰে সৰু-সুৰা কথাতে দোষ-ত্ৰুটি উলিয়াব চায়; কথা-বৰ্তাত পৰশ্ৰীকাতৰতাৰ ভাব। কোনেও সৃষ্টিশীল সমালোচনা নকৰে। সময়ৰ দ্ৰুত পৰিৱৰ্তনৰ লগে লগে ওপৰ মহলাত হোৱা অবিশ্বাস আৰু অনাচাৰেই ইয়াৰ মূল কাৰণ বুলি অতীন্দ্ৰই ভাবে। সকলো পৰ্যায়তে অবিশ্বাস আৰু অৰাজকতাই পৰিবেশ কলুষিত কৰা দেখি অতীন্দ্ৰই ক্ষোভ প্ৰকাশ কৰে।

অতীন্দ্ৰই বহু বছৰ আগৰ পৰাই প্ৰাতঃভ্ৰমণ কৰে। দিনবোৰ যোৱাৰ লগে লগে নগৰীয়া মানুহৰ প্ৰাতঃভ্ৰমণৰ প্ৰতি সমাদৰ বাঢ়িছে। অতীন্দ্ৰই গুৱাহাটীৰ দীঘলীপুখুৰীৰ চাৰিওফালে এঘণ্টা ফুৰা-চকা কৰে। বাটত বহুদিন আগতে চিনাকি দুই-এজন মানুহক লগ পায়। তেনে মানুহক লগ পালে অতীন্দ্ৰই সোধে, 'মই অতীন্দ্ৰ অধিকাৰী, আপোনাৰ নামটো জানো কি আছিল?'

বয়স হ'লে মানুহৰ নাম পাহৰি যোৱা হয়। গতিকে অতীন্দ্ৰই প্ৰথমতে নিজৰ নাম ব্যক্ত কৰি আগন্তুকৰ নাম সোধে। ৰাতিপুৱাৰ ভ্ৰমণত লগ পোৱা মানুহবোৰৰ লগত কথা-বতৰা নাপাতিলেও চিনাকি চিনাকি লগা হয়। হাটে-বজাৰে লগ পালে হাঁহি মাৰি সম্ভাষণ জনোৱা হয়। এজনী ভদ্ৰ মহিলাই জীয়েকৰ বিয়াত প্ৰাতঃভ্ৰমণলৈ অহা মানুহবোৰৰ নাম সুধি সুধি বিয়াৰ চিঠিৰে নিমন্ত্ৰণ জনাইছিল। মানুহৰ অজ্ঞাতে কেতিয়াবা এনেকৈ আপোন ভাব জাগি উঠে। দুই চাৰিজন ডেকা-গাভৰুৱে প্ৰাতঃভ্ৰমণলৈ আহিবলৈ লৈছে। ছোৱালী কেইজনীৰ পোছাক-পৰিচ্ছদ দেখি অতীন্দ্ৰই প্ৰমাদ গণে। এয়া কেনেধৰণৰ প্ৰদৰ্শন।

এই ছোৱালীবোৰ নিজৰ দেহটোক লৈ বৰ সচকিত। বুঢ়া-ডেকা বা আনহাঁৰা মানুহে সিহঁতৰ দেহলৈ বিশেষভাৱে চকু কৰিলে সিহঁতে কিবা এক আত্মতুষ্টিৰ ভাব প্ৰকাশ কৰি পাৰ হৈ যায়। এদিন অতীন্দ্ৰৰ বন্ধু বীৰেন্দ্ৰ চৌধুৰীয়ে তেনে দুগৰাকীমান ছোৱালী কাষেৰে পাৰ হৈ যাওঁতে সহ্য কৰিব নোৱাৰি বোধহয় কৈছিল, 'এই কেইজনী নাঙঠ হৈ আহিলেই ভাল হ'লহেঁতেন?''

কথাকেইটা শুনি ছোৱালীকেইজনীয়ে আমাৰ পিনে ঘূৰি চাই খিল-খিলাই হাঁহি কৈছিল, 'বুঢ়াৰ দিন নাইতো, গতিকে সহ্য কৰিব নোৱাৰা হৈছে।'

ইয়াৰ পিছত আৰু প্ৰত্যুত্তৰ দিবলৈ একো নাথাকিল। অতীন্দ্ৰহঁত নীৰৱে গৈ থাকিল।

অতীন্দ্ৰই আজৰি সময়ত টি.ভি লৈয়ে ব্যস্ত থাকে। সি বিভিন্ন ধৰণৰ খেল, প্ৰাণীজগতৰ কথা, সাগৰ তলিৰ ৰহস্যময় কথা, চিনেমা আদি বিভিন্ন কাৰ্যক্ৰম চায়। মাজে মাজে কিছুমান অশালীন দৃশ্য দেখি অতীন্দ্ৰ সংকিত হৈ উঠে। ৰঙীন পৰ্দাত এই দৃশ্যবোৰ জীৱন্ত হৈ উঠে। অতীন্দ্ৰই কিবা এক কৌতুহলবশতঃ এইবোৰ নোচোৱাকৈ নোৱাৰে। আজিও এটি ইংৰাজী চেনেলত বুটাম টিপি দিওঁতে এহাল ডেকা-গাভৰুৱে প্ৰথমতে দুই-এটা কথা পতা দেখিলে। অতীন্দ্ৰই ইংৰাজী উচ্চাৰণবোৰ ভালকৈ বুজি নাপালে। এনেতে দুয়ো দুয়োকে সাৱতি ধৰি ওঁঠত ওঁঠ লগাই একান্তভাৱে চুমা খোৱাত লাগিল। কিছু সময়ৰ মূৰত দুয়ো চোফাত নিবিড় হ'ব বিচাৰিলে। তাতে দৃশ্য কাট খাই গ'ল। তিনিকুৰি চাৰিবছৰ অতিক্ৰম কৰা অতীন্দ্ৰই নিজৰ অজ্ঞাতে এনে দৃশ্য বিচাৰি ফুৰে। পৰ্দাত ওলালে নোচোৱাকৈ নোৱাৰে। অতীন্দ্ৰই ভাবে বৰ্তমানৰ ল'ৰা-ছোৱালীবোৰক দোষ দি লাভ নাই। বিজ্ঞানে আনি দিয়া মনোৰঞ্জনৰ আহিলাবোৰ আলাসতে পোৱা বাবেহে সিহঁতেও এইবোৰৰ প্ৰতি আকৃষ্ট হৈছে। হয়তো লাহে লাহে সিহঁতৰ মাজত এইবোৰ সহজ হৈ পৰিব। পৰিবাৰ মন্দিৰাই এনেবোৰ দৃশ্য চাই থকা দেখিলে অতীন্দ্ৰক কয়, 'তোমাৰ আৰু কাম নাই, এই বুঢ়া বয়সত এইবোৰ চোৱাৰ কি দৰ্কাৰ?'

'নহয় মানে, এইবোৰ দেখিলে ডেকা বয়সলৈ মনত পৰে– মনটো সজীৱ হৈ উঠে।'

অতীন্দ্ৰৰ জীৱনলৈ প্ৰেম চকা-মকাকৈ আহিছিল। সি গাঁৱৰ ল'ৰা। ষাঠিৰ দশকতে স্কুলত পঢ়া অতীন্দ্ৰৰ লগত গাঁৱৰে মালবিকাই একে স্কুলতে পঢ়িছিল। তাই অতীন্দ্ৰতকৈ দুই শ্ৰেণী তলত পঢ়িছিল। দশম শ্ৰেণীত পঢ়োতে অতীন্দ্ৰৰ বয়স ওঁঠৰ বছৰ আছিল মালবিকাৰ তেতিয়া যোল্ল বছৰ। স্কুললৈ অতীন্দ্ৰহঁত দুই কিলোমিটাৰ পথ খোজকাঢ়ি অহা-যোৱা কৰিছিল। ল'ৰা-ছোৱালীৰ মাজত অগত্যা দৰ্কাৰ নহ'লে কথা-বতৰা নহৈছিল। এবাৰ স্কুলৰ পৰা ঘূৰি আহোঁতে বাটতে মুকলি ঠাইত হঠাতে ধুমুহা বৰষুণ আহিছিল। ধুমুহাৰ পৰা ৰক্ষা পাবলৈ ওচৰতে থকা কাঠৰ দলঙৰ তলত ল'ৰা-ছোৱালীবোৰ দৌৰা-দৌৰিকৈ দল বান্ধি সোমাই পৰিছিল। বিজুলী ঢেৰেকণিয়ে আৰু বৰষুণে সিহঁতক ত্ৰাসিত কৰিছিল। সকলোবোৰ তিতিছিল। বৰষুণৰ পানীয়ে তিতাই লেবেজান কৰা মালবিকাৰ দেহৰ ভাজবোৰ দেখি ঠাণ্ডাৰ মাজতো অতীন্দ্ৰ শিহৰিত হৈছিল। ধুমুহা বৰষুণ কমিছিল। সিহঁত ওলাই আহি ঘৰা-ঘৰি খোজ লৈছিল। ছোৱালীবোৰৰ বৰষুণত ভিজা শৰীৰবোৰে অতীন্দ্ৰহঁতক ৰোমাঞ্চিত কৰিছিল। কৈশোৰৰ এই কথাবোৰ এতিয়া মাজে মাজে অতীন্দ্ৰৰ মানসপটত ভাহি উঠে। টি.ভিত দেখাৰ দৰে অতীন্দ্ৰহঁতে মালবিকাহঁতৰ লগত দেখা-দেখি হ'লেও কোনো শাৰীৰিক সংযোগত লিপ্ত হোৱা নাছিল। আনকি কেতিয়াবা কিবা বস্তু আদান-প্ৰদান কৰোতে হাতত যাতে স্পৰ্শ নহয় তালৈ সকলোৱে সচকিত আছিল। গুৱাহাটীৰ কলেজত পঢ়োতেও মালবিকাই অতীন্দ্ৰৰ উপহাৰ সাদৰেৰে গ্ৰহণ কৰিছিল। মালবিকা আৰু অতীন্দ্ৰৰ মাজত দুই-এখন চিঠিৰো আদান-প্ৰদান হৈছিল। সিহঁতৰ মনৰ মাজত এক অবুজ আবেগে লুকা-ভাকু খেলিছিল। সময়ৰ কৰুণ আচোৰত পৰি মানুহে মনে ভবা কথা আউল লাগে। প্ৰৱেশিকাৰ দেওনা পাৰ হওঁতেই গাঁৱৰে

প্ৰাইমেৰী স্কুলৰ শিক্ষক তথা আঢ্যৱন্ত পৰিয়ালৰ ল'ৰা এটাৰ সৈতে মালবিকাৰ বিয়া হৈ গৈছিল। কলেজৰ বন্ধত ঘৰলৈ আহোঁতে অতীন্দ্ৰই মালবিকাৰ খবৰ ল'বলৈ গৈছিল। সি মালবিকাৰ দৃষ্টিত কাৰুণ্য আৰু উদাসীনতাৰ ভাব লক্ষ্য কৰিছিল। চকু চলচলীয়া কৰি মালবিকাই কৈছিল, 'তোমাক যোগাযোগ কৰিব নোৱাৰিলো। তাতে আকৌ তোমাৰ পঢ়াও শেষ হোৱা নাই। দেউতাই হঠাতে বিয়া ঠিক কৰিলে। উপায়হীন হৈ বিয়াত বহিবলৈ বাধ্য হ'লো।'

কথাবোৰ সৌ সিদিনাখনৰ যেন লাগে অতীন্দ্ৰৰ। সময়ৰ লগে লগে মালবিকাৰ স্মৃতিও অতীন্দ্ৰৰ মনৰ পৰা আঁতৰি যাব ধৰে। আজি এই জীৱনৰ বিয়লি বেলা টি.ভিৰ পৰ্দাত ভাঁহি উঠা ডেকা-গাভৰুহালৰ দৃশ্যই কিয় জানো অতীন্দ্ৰক ল'ৰালি কালৰ জীৱনলৈ উভতি চাবলৈ বাধ্য কৰিছে। কৈশোৰ আৰু যৌৱনৰ প্ৰেমক নিশ্চয় পাহৰিব নোৱাৰি। জীৱনৰ প্ৰতিটো স্তৰতে এই প্ৰেমে আমনি কৰি থাকে। বেছিভাগ পুৰুষ-মহিলাই সমগ্ৰ জীৱন ধৰি এজন বাস্তৱ বা কল্পনাৰ নাৰী বা পুৰুষক প্ৰেম কৰি যায় নিজৰ অলক্ষিতে; গুপুতে গুপুতে। স্বামী বা পত্নীৰ পৰা সকলোখিনি পোৱা সত্বেও মানুহৰ অবাধ্য মনে এনে এটা অনুভূতি সমগ্ৰ জীৱন ধৰি কঢ়িয়াই লৈ ফুৰে। অতীন্দ্ৰই মালবিকাৰ স্মৃতি গুৰে জীৱন কঢ়িয়াই লৈ ফুৰিছে।

অতীন্দ্ৰ আৰু পত্নী মন্দিৰা একেটা কোঠাত একেখন বিছনাতে শোৱে। এতিয়া প্ৰায়ে বিছনাৰ দুই কাষে নিজৰ পৃথিৱীত বিচৰণ কৰি শুই থাকে। জৈৱিক আগ্ৰহ লাহে লাহে নিৰ্বাপিত হ'বলৈ ধৰিছে। বৰ্তমান ঘৰৰ চিন্তা, সমাজৰ চিন্তা, নৱপ্ৰজন্মৰ চিন্তাই মনৰ উৎসাহ, উদ্দীপনা নিৰ্বাপিত কৰিব ধৰিছে। টি.ভিটো খুলিলে কেৱল নিৰ্বাচনৰ কথা, নেতা-পালিনেতাবোৰৰ নানান কু-কাৰ্যৰ কথা। নেতাবোৰে সকলো নীতি-আদৰ্শক জলাঞ্জলি দি নিজৰ স্বাৰ্থ পূৰণৰ বাবে দল সলাব ধৰিছে। ইটোৱে সিটোক অশ্ৰাব্য ভাষাত গালি-শপনি পাৰিছে। বহুতে লোকৰ কথাতে নানান অসংলগ্ন কথা ক'বলৈ লৈছে। দেৱালত লিখা অশালীন কথাবোৰ দেখি অতীন্দ্ৰ আচৰিত হয়। ভদ্ৰতাৰ সীমা চেৰাই এইবোৰ কিয় জানো লিখে। অতীন্দ্ৰই ভাবে দেশৰ কৰ্ণধাৰসকলে যদি এনে আচৰণ কৰে গণতন্ত্ৰৰ ভৱিষ্যতেই বা ক'ত। এনেবোৰ কথাই অতীন্দ্ৰক আজিকালি অন্যমনস্ক কৰি ৰাখে।

নিজৰ ল'ৰা-ছোৱালীৰ কথা লৈয়ো অতীন্দ্ৰ চিন্তিত। ডাঙৰ ল'ৰাই বিয়া-বাৰু কৰাই পাটনাত থাকে। বেংকৰ চাকৰি। সি যেনে-তেনে চলি আছে। সৰু ল'ৰাই এম. এ. পাছ কৰি চাকৰি-বাকৰি নাপাই ঠিকা-ঠুকলি কৰাত লাগিছে। সি কোৱা কথাবোৰ শুনি অতীন্দ্ৰৰ বৰ দুখ লাগে। সকলো কাম-কাজতে বিভাগীয় মন্ত্ৰী বিষয়াক কিবা 'ফিটিং' কৰিব লাগে হেনো। 'ফিটিং' কৰিব নোৱাৰিলে কোনো ব্যৱসায়কে কৰিব নোৱাৰি। ফিটিং কৰোঁতে কামৰ এটা সিংহভাগ অথলে যায় ফলত কাম ভাল নহয়, লাভো নহয়। ল'ৰাৰ বিয়াৰ কথা ভাবি ছোৱালীৰ চোৱা-চিতা কৰিছে। চাকৰি নোহোৱা বাবে কোনোৱে ভাল ছোৱালী দিব নোখোজে। এইদিনে একমাত্ৰ ছোৱালী মালবিকাই এইবাৰ বি.এ. ফাইনেল পৰীক্ষা দিব। তাই পঢ়াত ভাল নহয়। তাইৰ চাল-চলন লৈয়ো অতীন্দ্ৰ চিন্তিত। অতীন্দ্ৰই ছোৱালী মেখেলা চাদৰ নহ'লেও চেলোৱাৰ পাঞ্জাবী পিন্ধাৰ পক্ষপাতী। মাক মন্দিৰাই কিন্তু ছোৱালীৰ লগত নিজেই বজাৰলৈ গৈ জিন্‌ছ পেণ্ট আৰু গেঞ্জি কিনি দিয়ে। ছোৱালীক এই পোছাক পিন্ধাই মন্দিৰাই সগৌৰৱে

ফুৰিবলৈ যায়। বিয়া-সবাহলৈ যায়। আপত্তি কৰিলে মন্দিৰাই কয়, 'তোমাৰ ইমান আপত্তি কিয়? বাটে-ঘাটে ছোৱালীবোৰ দেখা নোপোৱা নেকি? তাই অকলে চেলোৱাৰ পাঞ্জাবী বা মেখেলা চাদৰ পিন্ধিলে সকলোৱে হাঁহিব। বাৰু পেন্ট পিন্ধিলে কি হয়? তোমালোকে ধুতি নিপিন্ধা কিয়? তোমালোক মতাবোৰে নাৰীক সদায় হাতৰ মুঠিত ৰাখিবলৈ যত্ন কৰা। নাৰীয়ে সকলো কৃষ্টি সংস্কৃতি ৰক্ষা কৰক আৰু তোমালোকে নিজৰ খেয়াল-খুচি মতে সকলো কৰি যোৱা। মোৰ ছোৱালী স্মাৰ্ট হওঁক। কথাই-বতৰাই, পোছাক-পৰিচ্ছদে খোজ-কাটলে আধুনিক হওঁক। ইয়াত তুমি হকা-বাধা নকৰিবা?'

পত্নীৰ কথাত অতীন্দ্ৰই মনে মনে থকাৰ বাহিৰে একোকে কৰিব নোৱাৰে। অৱসৰ লোৱাৰ পিছত ঘৰৰ প্ৰতিজন সদস্যই অতীন্দ্ৰই বিচৰা মতে বা পচন্দ কৰা কাম-কাজবোৰ অবাস্তৱ বুলি হেয় জ্ঞান কৰা হৈছে। চাকৰি জীৱনত পোৱা দৰমহাৰ টকা অলপ অলপকৈ সঞ্চয় কৰি অতীন্দ্ৰই তাহানিতে চহৰৰ প্ৰান্তত এটি থাকিব পৰাকৈ ঘৰ সাজিছিল। ইয়াতেই সকলোবোৰ ল'ৰা-ছোৱালীৰ জন্ম হৈছে, ডাঙৰ-দীঘল হৈছে। বৈবাহিক জীৱনৰ মধুৰতম দিনবোৰ এই ঘৰতেই অতিবাহিত হৈছে। কিন্তু ঘৰৰ সদস্যবোৰে এই ঘৰটো এতিয়া পচন্দ নকৰা হৈছে। কোনো সৌন্দৰ্য নথকা গুদামৰ দৰে হেনো ঘৰটো।

আজিকালি অতীন্দ্ৰৰ ভালকৈ টোপনি নাহে। আজিও ৰাতি বাহিৰৰ বাৰান্দাত বহি তৰা বচা আকাশৰ পিনে চাই সি গভীৰ চিন্তাত নিমগ্ন হ'ল। শুক্লপক্ষৰ দশমীৰ জোনটো মাজে মাজে মেঘে ঢাকি আছে। এনে এক শান্ত নিবিড় পৰিবেশত কিমান দিন যে মন্দিৰাক একান্তভাবে পাইছিল। কিন্তু দিন যোৱাৰ লগে লগে এই মন্দিৰাই কথাই-কামে, ভাবে-ভঙ্গীয়ে অতীন্দ্ৰৰ পৰা আঁতৰি যাবলৈ ধৰিছে। বৰ্তমানৰ কথা কাওলৈ ল'ৰা অসন্তুষ্ট। সি ভিতৰি ভিতৰি বিদ্ৰোহী হৈ উঠিছে। ছোৱালী ডাঙৰ হৈছে। কিন্তু কোনো কথাতে পৰিপূৰ্ণ হোৱা নাই। তাই চঞ্চল নহ'লেও দুই এটা ল'ৰাৰ লগত ফুৰি ভাল পোৱা হৈছে। তাইক কিন্তু বাধা দিব নোৱাৰি। মাকে স্মাৰ্ট হ'বলৈ দিছে। আধুনিকা হ'বলৈ উৎসাহিত কৰিছে। চাৰিওফালে এই সকলোবোৰ কাণ্ড-কথা দেখি অতীন্দ্ৰ উদগ্ৰীৱ হৈ পৰিছে। এইবোৰ দেখিও প্ৰতিবাদ কৰাৰ সাহস অতীন্দ্ৰৰ নোহোৱা হৈছে। নীৰৱে মৌনব্ৰত অৱলম্বন কৰাৰ বাহিৰে অতীন্দ্ৰৰ বৰ্তমান কৰিবলৈ একো নাই। সি সকলো কথাতে অপাংক্তেয় হৈ পৰিছে।

★★

# সিদ্ধান্ত

## ৰেজাউল কৰিম

জিলা সদৰত থকা বিষয়াজনক প্ৰথম লগ পাই মই এক অজান আনন্দ অনুভৱ কৰিছিলো। চহৰখনত মই নতুন। চহৰখনৰ উপকণ্ঠ অঞ্চলৰ এখন সৰু ঠাইত মোৰ চাকৰি। মই ইয়ালৈ আহিছো চাকৰিত যোগদান কৰিবলৈ। মোৰ কৰ্মস্থান, যাতায়াত ব্যৱস্থা, কিদৰে চলিলে মানুহে ভাল পাব, মোৰ চৰকাৰী কোৱাৰ্টাৰটো কিমান সুবিধাজনক, দীৰ্ঘদিন ধৰি কোনো চৰকাৰী চাকৰিয়াল নথকাৰ পিছত মই তাত গৈ থাকিবলৈ আৰম্ভ কৰিলে মানুহে মোক কিদৰে আদৰি ল'ব, এই সমস্ত কথাখিনি মোক  বুজাই দিওঁতে এনে লাগিছিল, প্ৰথম চাকৰিৰ সময়ত ঘৰ এৰোতে মায়ে দিয়া উপদেশহে।

মোৰ উপস্থিতিৰ কথাটো হয়তো কাৰ্যালয়ত সদৰি হৈছিল। চকীদাৰ এজনে একাপ ফিকা চাহ আগবঢ়াই দি এখন্তেক মোৰ মুখলৈ চাই অতি ব্যস্তভাৱ এটা দেখুৱাই আঁতৰি গ'ল। মই নিজে গুচি আহিবৰ সময়ত জিলা বিষয়াই সুধিলে – 'আপুনি বেডিং আনিছে নেকি?'

: 'হয়, হোটেলতে আছে।' মই উত্তৰ দিলো।

: 'ভালেই কৰিলে। কাইলৈ ৰাতিপুৱাই আপুনি গুচি যাব। হোটেলত থাকি এনেয়ে টকা কেইটা ভৰিব নেলাগে। গৈ পোৱাৰ পিছত আপোনাৰ ষ্টাফে আপোনাৰ সকলো ব্যৱস্থা কৰি দিব। মই ইতিমধ্যে খবৰ পঠিয়াই দিম।'

এজন ভাল মানুহ লগ পোৱা বুলি নিজকে ধন্যবাদ জনাই হোটেললৈ বুলি খোজ ল'লো।

মই বাছখনত উঠাৰ সময়ত বেছি মানুহ নাছিল। আধাঘণ্টামানৰ ভিতৰত বাছখন যাত্ৰীৰে পৰিপূৰ্ণ হৈ গ'ল। যাত্ৰী-সহযাত্ৰীৰ কথা, গাড়ীৰ হেণ্ডিমেনৰ চিঞৰ-বাখৰ, ল'ৰা-ছোৱালীৰ কন্দা-কটা, বিড়ি-চিগাৰেটৰ ধোঁৱা, এই আটাইবোৰে সৃষ্টি কৰা পৰিবেশ প্ৰদূষণত গোটেই বাছৰ ভিতৰখনক লোকসভাৰ চলি থকা সংসদৰ অধিবেশন যেনেই লগা হৈছিল। বিৰক্তিকৰ পৰিবেশটো অসহ্য হৈ উঠাৰ সময়ত বাছখনে আচহুৱা ধৰণৰ শব্দ এটা কৰি আগবাঢ়িব ধৰিলে। মনটো পাতলিল। কিন্তু বেছি সময়ৰ বাবে নহয়। এটা বিশেষ স্থানত গাড়ীৰ হেণ্ডিমেনৰ আহক, আহক আৰু আহক...... জাতীয় কৰ্কশ চিঞৰ আৰু গাড়ীখনৰ নতুন গতিৰ পৰা বুজিলো বাছখন পিছলৈ গৈছে। এটা সময়ত বাছখন আহি আগৰ স্থানত ৰৈ গ'ল। বুজিবলৈ বাকী নেথাকিল যে, বাছখনে আগৰ বাছখনক খেদি পঠিয়াবলৈহে আগুৱাইছিল। দুজনমান যাত্ৰীয়ে গাড়ীৰ ড্ৰাইভাৰ হেণ্ডিমেনক উদ্দেশ্য কৰি দুটামান অশ্লীল বাক্য নিক্ষেপ কৰিলে। তাৰ পিছত সকলো চুপ। কাৰোবেই কোনো প্ৰতিক্ৰিয়া নাই। সেই

আগৰ পৰিবেশ। চকুদুটা মুদি মগজুক অলপ জিৰণি দিব পাৰি নেকি, কাণ দুখনকো সকাহ দিব পাৰি নেকি বুলি এনেয়ে চেষ্টা চলালো। এনেতে খিৰিকীৰ কাষেৰে আধা উলিয়াই থোৱা মোৰ হাতখনত প্ৰচণ্ড হেঁচা খাই বিব্ৰত হৈ পৰিলো। তৰ্কিব পৰাৰ আগতেই দেখিলো যাত্ৰী এজনে মোৰ হাতত ভৰি দি খিৰিকীৰে বগাই বাছখনৰ ওপৰত উঠিছে। ইতিমধ্যে বাছখনৰ ভিতৰত মানুহ উঠিব পৰা অৱস্থা নোহোৱা হৈছে। গাড়ীখন চলিবলৈ আৰম্ভ কৰাৰ শুভক্ষণটো অপেক্ষা কৰি মোৰ কেতিয়াবাই ধৈৰ্যচ্যুতি ঘটিছিল যদিও ই যে, ইয়াৰ দৈনন্দিন ঘটনা সেইটো বুজিবলৈ অলপ পৰো নেলাগিল। চাৰিটকা ভাৰা দি তেৰ কিলোমিটাৰ দূৰত্বৰ ঠাইখনলৈ আহোঁতে পুৰাপুৰি ডেৰঘণ্টা সময় লাগিল। গাড়ীত এনেয়ে বহি থকা সময়খিনিৰে সম্পূৰ্ণ সময় ব্যয় হ'ল আঢ়ৈ ঘণ্টা। অৰ্থাৎ ভাল ৰাস্তাত এশ কিলোমিটাৰ যাব পৰা সময়।

ৰিক্সাখন আহি নিমাও-মাও পৰিবেশৰ গছ-বননিৰে আগুৰা ঘৰ এটাৰ সমুখত ৰখাওঁতে ঘৰটোৰ বাৰান্দাত তিনিজনমান মানুহ থিয় হৈ আছিল। মই সঠিকভাৱেই ধৰি লৈছিলো সেইটোৱে মোৰ নতুন ঠাইৰ কাৰ্যালয়। মানুহকেইজনে নমস্কাৰ বিনিময় কৰি ক'লে, 'আমি কালি ৰাতিয়েই গম পালো যে আপুনি আজি আহিব।' কথাষাৰত মই যথাৰীতি বিবুধিত পৰাৰ দৰে হ'লো। কাৰণ, যোৱাকালিলৈ মই নিজেই ভবা নাছিলো মই আজি আহিম বুলি। তেনেস্থলত মই সুধিয়ে পেলালো, 'কিন্তু কালিয়েই গম পালে কেনেকৈ?' পিছত উত্তৰটো পাই গ'লো। জিলা বিষয়াৰ কাৰ্যালয়ত মোলৈ ফিকা চাহ আগবঢ়াই মুখলৈ চোৱা সেই পিয়নজনৰ ঘৰ হেনো ইয়াতে।

ৰিক্সাখনেৰে আহি থাকোতে বাৰে বাৰে মোৰ কোৱাৰ্টাৰটোৰ কথাকে মনত পৰিছিল। অন্ততঃ থকাৰ সুবন্দবস্ত হ'লে পাৰ কৰি অহা কষ্টবোৰ নিশ্চয় বহু পৰিমাণে লাঘব হ'ব। সেইবাবে নতুন মানুহ কেইজনৰ সৈতে কথা পাতি থাকোতে মোৰ অনুসন্ধানী চকুৱে কোৱাৰ্টাৰটোৰ সন্ধানত নামি পৰিছিল। মই সকলোৰে সৈতে কথা পাতিছো। কিন্তু, মনটো যেন মোৰ লগত নাই। মোৰ কাণত উফৰি পৰাৰ দৰে আহি পৰা এলানি কথাৰ মাজতে এজনে কোৱা কথা কেইফাকিয়ে মোৰ মনটোক বন্দী কৰি পেলালে। "ছাৰ, মই যোৱা দহবছৰে ইয়াত অকলে আছো। আপুনি ইয়াত থাকিলে মই বৰ আনন্দ পাম। সেইটোৱে আপোনাৰ কোৱাৰ্টাৰ। ৰিপিয়েৰিং কৰি ল'লে থকাত অসুবিধা নহ'ব।"

ৰিপিয়েৰিঙৰ কথা শুনি মনটো ভাল নেলাগিল। কাৰণ, চৰকাৰী কোৱাৰ্টাৰ এতিয়া ৰিপিয়েৰিং নহয়েই। মোৰ ভাল লগা নলগাৰ ওপৰত কোনেনো টিপ্পনি কৰিব? মই নিজে কিবা এষাৰ কোৱাৰ আগতেই দেখিলো বিষয়টোৰ ওপৰত এটা চৰ্চাই আৰম্ভ হৈ গৈছে।

ঃ 'মই হ'লে কোৱাৰ্টাৰ ৰিপিয়েৰিঙৰ কোনো সম্ভাৱনা দেখা নাই।'

ঃ অফিচটোৰ খবৰ লওঁতা কোনো নাই।'

ঃ 'ছাৰ আহিছে যেতিয়া হবওতো পাৰে।'

মোৰ চাৰিওফালৰ পৰিবেশটো মেজমেললৈ পৰিবৰ্তন হ'ব ধৰাত মই নিজেই হস্তক্ষেপ কৰি ক'লো, 'ছাৰেতো মোক কৈ পঠাইছে কোৱাৰ্টাৰটো ভাল বুলি।'

ঃ 'যোৱা আঠ দহ বছৰে ইয়াত কোনেও এবাৰো ভুমুকি মাৰিয়ে চোৱা নাই। গতিকে কোৱাৰ্টাৰৰ বিষয়ে তেওঁ কেনেকৈ জানিব?'

ঃ 'ব'লক ছাৰ, মোৰ ঘৰটোতে হাত-মুখ ধুই একাপ চাহ খাই ল'ব। তাৰ পিছত কোৱাৰ্টাৰটো চাই ল'ব।' প্ৰস্তাবটো মোৰ ভাল লাগিল। যেন এই প্ৰস্তাবটোৰ বাবেই অপেক্ষা কৰি আছিলো।

ঘাঁহ-বন লতাৰে আগুৰা পিছফালটো সন্মুখৰ পৰা দেখা নাযায় বাবে কোৱাৰ্টাৰটোৰ আচল চিত্ৰ চকুত পৰা নাছিল। ঘৰটোৰ চৌহদত কেতিয়াবা ক'ৰবাত জেওৰা-জপনা থকাৰ কোনো চিন্-চাব নাই। চৌহদৰ চাৰিওফালে পিটপিটাই ঘূৰি ফুৰোতে মোক নিজকে চৰকাৰী ভাৱে গঠন কৰি দিয়া চৰজমিন তদন্ত কমিটিৰ নেতা যেনেই লাগিল। ভনিৰ তলৰ অলপ ওখ ঠাই যেন লগা ঠাইটুকুৰাত এসময়ত এটা টিউবেল থকা কথাটো নিশ্চিত হ'লো। উই হাঁফলুৰে দুৱাৰ খুলিব নোৱাৰা সৰু কোঠাটো পায়খানা। পাঁচটা কোঠালিৰ বৃহৎ ঘৰটোৰ খিৰিকীত এখনো আয়না নাই। দুখনমান দৰজা ভাঙি পৰি আছে। মোৰ আগে আগে এজনে ভঙা দৰজাখনেৰে কোঠাটোৰ ভিতৰত সোমাব খুজি লগে লগে পিছ হুঁহকি আহিল।

ঃ 'ছাৰ, নোসোমাব, নোসোমাব।' বুলি একপ্ৰকাৰ চিঞৰিয়ে তেওঁ মোক কোঠাৰ ভিতৰত সোমাব নিদিলে। বাহিৰৰ পৰা ভিতৰখন চাওঁতেহে বুজিব পাৰিলো যে সেয়া চৰকাৰী বাসভৱনৰ কোঠালিহে থকা নাই, বৰং এখন ৰাজহুৱা শৌচাগাৰহে হৈ পৰিছে। লগে লগে কোৱাৰ্টাৰ চোৱাৰ হেঁপাহত চেঁচা পানী ঢালি ঘূৰি আহিলো। কাৰ্যালয়ৰ মোৰ চকীখনত বহি দেহাটো সামান্য এৰি দিবলৈ চেষ্টা কৰোতে জিলা সদৰত লগ পোৱা বিষয়াজনৰ মুখখন বাৰে বাৰে মোৰ চকুৰ আগত জিলিকি উঠিল।

এদিন দুদিনকৈ ইতিমধ্যে এটা মাহেই পাৰ হৈ গ'ল। গ্ৰাম্য সৰলতাৰ প্ৰতিমূৰ্ত্তি মোৰ সহকৰ্মীৰ মই এতিয়া অৰ্দ্ধ সদস্য। লাজ লাজ লগা মোৰ ভাবটো সংকোচত পৰিণত হ'ল। এজন মানুহৰ এটা পৰিয়ালত মই নিজকে অবাঞ্ছিত অতিথি হিচাপে গণ্য কৰিব ধৰিলো। আনহাতে, প্ৰথমে লাজ লাজ কৰা সহকৰ্মীৰ পত্নীও এতিয়া মোৰ ওচৰত যথেষ্ট সহজ। তেওঁলোক যিমান মোৰ আপোন হৈ যাব ধৰিছে অথবা মোৰ প্ৰতি যিমান বেছি সহানুভূতি প্ৰদৰ্শন কৰিব ধৰিছে সিমানেই যেন মোৰ ভিতৰৰ মানুহটোৱে লাজে অপমানে বিধ্বস্ত হৈ পৰিছে। মই মনতে এটা শেষ সিদ্ধান্তত উপনীত হোৱাৰ সুযোগ বিচাৰিব ধৰিলো। যিদিনা মোৰ জিলা বিষয়াজনে, 'এইক্ষেত্ৰত মই আপোনাক কোনো সহায় কৰিব নোৱাৰিম, ডিপাৰ্টমেন্টৰ কোনো পইচা নাই' বুলি মোক সম্পূৰ্ণৰূপে এৰাই চলিব ধৰিলে সিদিনাই মই সিদ্ধান্ত লৈ পেলালো। মই ইয়াতে থাকিম। কিন্তু সহকৰ্মীৰ আলহী হৈ নহয়।

এই সৰু ঠাইখন ল'ৰাছিৰ আমাৰ গাওঁখনৰ সৈতে একেই। চিকিৎসালয়ত আমি ডাক্তৰ অন্ধ দেখাই নাপালো। সৰুৰে পৰা কম্পাউণ্ডাৰজনকে ডাক্তৰ বুলি জানিছিলো। ওচৰে-পাঁজৰে ক'ৰবাত দুই এটা চৰকাৰী কাৰ্যালয় হোৱা বুলি শুনিছিলো। সেইবোৰ সম্পূৰ্ণ হোৱাৰ আগতে জহি-খহি গ'ল। মানুহ নাহিল। অঞ্চলটোত নতুনকৈ পুলিচ চকীৰ সংখ্যা বাঢ়িছে। থানাত মানুহৰ সমাগম বাঢ়িছে, অপৰাধী সকলৰ সংখ্যাও বাঢ়িছে। অপৰাধ কমা দেখা নাই।

নতুন ঠাইখনৰ সৈতে আমাৰ গাওঁখনৰো ক'ৰবাত যেন সাদৃশ্য আছে।

যোৱা দিনকেইটাত মোৰ মনৰ ভিতৰত আন এক পৰিৱৰ্ত্তনো আহিছে। কাহানিও ঘৰৰ প্ৰতি কোনো দুৰ্বলতা মনত নহা মোৰ মনটো দেখোন নিশা ৰিঙা ৰিঙা লগা হ'ল। ঘৰত এৰি অহা মোৰ ডেৰ বছৰীয়া একমাত্ৰ সন্তানটোৰ ঠুনুক-ঠানাক মাতবোৰ মোৰ কাণত বাজি থকা হ'ল। কেশৱ মহন্তৰ সেই অপূৰ্ব সৃষ্টি পিয়নজন যেন মই নিজেই। ল'ৰাজনৰ হাঁহি ভৰা মুখখন অনবৰত চকুৰ আগতে জিলিকি থকা হ'ল। নিশা বিছনাত বাগৰ দিলে কেতিয়াবা এনেকুৱা লাগে এইযেন ল'ৰাৰ মাকে অলপ পিছত আঁঠুৱা দাণ্ডি সোমাই আহি বিছনাৰ চাৰিও চুকে আঁঠুৱাখন গুজি দি 'চাওঁ অলপ সিফালে যাওঁকচোন' বুলি মোৰ কাষতে বাগৰ দিব। মই মোৰ সহকৰ্মীৰ মৰমৰ অত্যাচাৰৰ পৰা হাত সাৰিবলৈ আৰু নিজকে স্ব-নিৰ্ভৰশীল কৰি তুলিবলৈ সিদ্ধান্ত কৰিলো, মোৰ কাৰ্যালয়টোৱে এতিয়াৰ পৰা মোৰ বাসস্থান হ'ব। অকল বাসস্থানেই নহয় ইয়াত মোৰ পৰিয়ালো থাকিব। নিমাওঁ-মাওঁ নিৰ্জন পৰিবেশটো একমাত্ৰ এটা শিশুৰ আগমনতে কোলাহলপূৰ্ণ হৈ পৰিল। দীৰ্ঘদিনীয়া মানসিক অস্থিৰতাৰ সফল সামৰণি পৰিল। অকল আমাৰ বাবেই নহয়, মোৰ কাৰ্যালয়ৰ অইন কৰ্মীৰ লগতে ওচৰ-চুবুৰীয়াৰ বাবেও ই আকৰ্ষণৰ কেন্দ্ৰ বিন্দু হৈ পৰিল। লাহে লাহে মোৰ উপস্থিতিৰ কথাটোও মানুহৰ চকুত পৰিল। গেলামালৰ দোকানখন, সৰু পাণদোকানখন, ফাৰ্মাচীখনত এতিয়া দিনটোত এপাক নামাৰিলে কিবা এটা অসম্পূৰ্ণ হৈ ৰ'ল যেন লগা হ'ল। মই মন কৰিলো একেবাৰে নীৰস যেন লগা ধান ভঙা মিলটোৰ মালিকজনেও তেওঁৰ লগত কথা পাতিবলৈ মোক মাতে। মোৰ কাৰ্যালয় আৰু বাসস্থান প্ৰায়ে মানুহৰ আহ-যাহত ভৰি থাকে। মানুহ দেখিলেও নিজে নিজে কিবা এটা কৈ মাতিব পৰা সৰু ল'ৰাটোৱেই মানুহ অহাৰ ইঙ্গিত দিয়ে।

বাহিৰত চাইকেলৰ বেল শুনি ল'ৰাটোৱে বিচনাৰ পৰাই খৰমৰাই উঠিল। মোৰ বুজিবলৈ বাকী নাথাকিল। চাইকেলৰ শব্দ শুনিছে যেতিয়া তাক ভিতৰত ৰখাটো সম্ভৱ নহ'ব। সেয়ে, তাক লগত লৈয়ে বাহিৰ ওলালো। চাইকেল লৈ অহা ল'ৰাজনক দেখিয়ে সি মামা বুলি আগবাঢ়ি গ'ল। আচলতে ডেকা ল'ৰা দেখিলেই সি মামা বুলি মাতে। মই তাক কোলাত লৈ আছিলো যদিও সি চাইকেলৰ বেলটো চুবলৈ উৎপাত কৰা দেখি নিজেই আগবাঢ়ি গৈ চাইকেলখনৰ ছিটত বহুৱাই দিলো। ল'ৰাজনেও উৎসাহ দেখুৱাই দুবাৰমান বেলটো টিপি দিলে।

: 'আপোনাৰ ল'ৰা?' ল'ৰাজনে সুধিলে।

: 'হয়।' মই মূৰ দুপিয়াই উত্তৰ দিলো।

: 'কি লাগে কওঁকচোন?' মই পুনৰ সুধিলো।

: 'মানে ছাৰ, আপোনাক এওঁ এবাৰ লগ পাব বিচাৰে।'

: ল'ৰাজনে কোৱা নামটো মোৰ অচিনাকী অচিনাকী লাগিল। মই ইয়ালৈ অহাৰ পিছত নামটো আজিয়ে প্ৰথম শুনিছো। সেইবাবে ল'ৰাজনক ক'লো, 'মইতো মানুহজনক চিনি নেপালো। তেওঁ বাৰু কি কৰে?'

: ল'ৰাজনে সামান্য দ্বিধাগ্ৰস্থ হৈ মোৰ মুখলৈ চাই লাহেকৈ ক'লে, 'পাৰ্টি কৰে।' ঠিক যেন এটি নকৰা লগা কথা।

ৰাজনীতি মানেই যেন ভ্ৰষ্টাচাৰ। এনেকুৱা এক ধাৰণাৰ বশৱৰ্তী হৈয়ে মই ৰাজনীতি নিৰপেক্ষ হৈ থাকি ভাল পাওঁ। পিছে, ইও হেনো এক প্ৰকাৰৰ ৰাজনীতি। সকলো ৰাজনৈতিক নেতাই ভ্ৰষ্টাচাৰী হ'ব এনেকুৱা কথাওতো হ'ব নোৱাৰে। সেয়ে, গোটেই কথাখিনি ভালদৰে বুজি ল'বলৈ সুধিলো, 'কি পাৰ্টি কৰে?' 'পাৰ্টি মানে ছাত্ৰ সংগঠন কৰে। আমি আপোনাক সংগঠনৰ শুভচিন্তক বুলি ভাবো। আপুনি জাতিৰ স্বাৰ্থত কিছু সহায় কৰিব লাগে। মই আকৌ আহিম। আজিলৈ আহো।' এইবুলি কৈয়ে ল'ৰাজন গুছি গ'ল।

ল'ৰাজনে চাইকেলখন লৈ গুছি যোৱাৰ লগে লগে মোৰ কণমানি ল'ৰাটোৱে কান্দিব ধৰিলে। কাৰণ, তাৰ চাইকেলৰ বেলটো চুই চোৱাৰ হেঁপাহ পলুৱা নাছিল। মই একপ্ৰকাৰ জোৰ কৰি সাৱটি ধৰি ল'ৰাজন গুছি যোৱালৈ নিৰ্বাক নিস্পন্দহৈ চাই ৰ'লো। মোৰ দেহৰ সৰ্বশক্তি ল'ৰাজনৰ কথা কেইটাই যেন টানি আজুৰি দেহৰ পৰা উলিয়াই লৈ গ'ল। সেই মুহূৰ্তত মোৰ মুখৰ বৰণ কেনেকুৱা হৈছিল মই নাজানো, কিন্তু মোৰ ডিঙিৰ ভিতৰখন শুকাই কাঠ হৈ পৰিছিল বুলি গম পাইছিলো। কেইটামান মুহূৰ্ত আগতে কোঠাটোৰ পৰা ওলাই অহা সুন্দৰ স্বাস্থ্যৰ অদম্য ইচ্ছাশক্তিকনো নোহোৱা হৈ পৰিল। কোলাত উচুপিচাই থকা মোৰ একমাত্ৰ ল'ৰাটোলৈ সককণ দৃষ্টি নিক্ষেপ কৰোতে সি বগুৱা বাই কোলাৰ পৰা নামি কমৰ ভিতৰ সোমাল।

অনবৰত অজান আশঙ্কাত ভুগি থকাৰ মানসিক যন্ত্ৰণাই মোক এটা জীয়া কঙ্কালতলৈ ৰূপান্তৰ কৰিবলৈ এদিনতকৈ বেছি সময় নেলাগিল। হতাশা আৰু ভয়ৰ ভাৱ এটাই ছাঁৰ দৰে মোৰ গাত লাগি থকা হ'ল। একমাত্ৰ মৰমৰ সন্তানটোৰ কলৰৱ, পত্নীৰ পৰিচৰ্যা, নতুন ঠাইৰ নতুন নতুন মানুহৰ ভিৰ, এইবোৰৰ মাজতো মোৰ চাৰিওফালে যেন মৃত্যুসম শূন্যতাই মোক লাহে লাহে গিলিব ধৰিলে। লোকক দেখুৱাই নিজে স্বাভাৱিক হৈ থকাৰ কষ্টতকৈ এই সমস্ত ঘটনা নিজ স্ত্ৰীৰ পৰাও লুকুৱাই ঘৰখনৰ ভিতৰত স্বাভাৱিক আচৰণ কৰাৰ ভাও ধৰি থকাটো কিমান যন্ত্ৰণাদায়ক সেই উপলব্ধি মোৰ হ'ল। জাতিৰ মুক্তি মানে এনেকুৱা ত্ৰাসকে বুজায় নে? জাতিৰ স্বাৰ্থত সহায় কৰা বুলিলে মানুহৰ এনেকুৱা যন্ত্ৰণাহি হয়নে? মোৰ দেশ মোৰ জাতি বুলিলে ভয়শূন্য চিত্তৰ কথাকেইতো বুজায়। বন্দুক বাৰুদেৰে মানুহক ভয় খুৱাব পাৰি, হত্যা কৰিব পাৰি কিন্তু মাটিততো শস্য গজাব নোৱাৰি। বন্ধ্যা পথাৰত স্বাধীনতাৰ কচৰৎ কৰিলে স্বাধীন জাতি জীয়াই থাকিব কিদৰে পৰিশ্ৰমেইতো, স্বাধীনতা আৰু জাতিৰ আয়ুস। মই মোৰ মনৰ মাজত মোৰ জাতিটোৰ দীৰ্ঘায়ুৰ এখন নক্সা আঁকি ল'লো। পিছ মুহূৰ্ততে মই এটা সিদ্ধান্তত উপনীত হ'লো। মই সিদ্ধান্ত ল'লো যে, দ্বিতীয়বাৰ চাইকেল লৈ অহা ল'ৰাজনক লগ পালে মোৰ সিদ্ধান্ত জনাই দিম। ★★

# সমলয়

## মনোৰঞ্জন গোস্বামী

আজি দুখন চিঠি পাইছিলো ৰাতিপুৱাই। এখন কৰ্ণেল অম্বৰণ সিঙৰ পৰা আৰু আনখন ৰঞ্জিত ভাল্লাৰ দুয়োখন দিল্লীৰ পৰা।

অম্বৰণক মই অম্বু বুলি মাতিছিলো— এতিয়া লগ পালেও তেনেকৈয়ে মাতো। দুয়ো একেলগে 'আৰ্মি'ত সোমাইছিলো। ১৯৭১ চনৰ যুদ্ধত একেলগে আছিলো। লংগোৱালৰ মৰুভূমিৰ মাজত হোৱা টেংকৰ যুদ্ধত একেলগে আছিলো। লংগোৱালৰ মৰুভূমিৰ মাজত হোৱা টেংকৰ যুদ্ধ দেশবাসীয়ে জানে। এতিয়াও পাকিস্তানৰ দুই-তিনিখন টেংকৰ ভগ্নাংশ হৈ পৰি আছে লংগোৱালত যুদ্ধৰ স্মৃতিচিহ্ন হৈ — ভাৰতীয় সৈনিকৰ গৌৰৱৰ বতৰা বিলাই। লগৰ বন্ধুকেইজনক হেৰুৱালো। অম্বু আৰু মই পিছত যেতিয়া ৰেজিমেণ্টৰ লগত 'পিচ ষ্টেচন' (Peace Station) লৈ আহোঁ। তেতিয়া বহু সময় দুয়ো সেই লংগোৱাল মৰুভূমিত চিৰদিনৰ বাবে এৰি অহা কেপ্টেইন খোচ্‌লা, হাবিলদাৰ বাট্ৰা, চিপাহী বলবন্তইতৰ কথা ভাবিছো। যুদ্ধৰ বিভীষিকাই শান্তি আনে— কিন্তু এই শান্তি, এই স্বাধীনতাৰ মূল্য যে বহুত বেছি তাক বহুতে পাহৰি যায়। বহুদিন কথা পাতিছো বহুদিন হৈ গ'ল। বহু বেলেগ ঠাই, বহু ধৰণৰ মানুহ, বহু ধৰণৰ অপাৰেচন — ত্ৰিছটা বছৰ পিচত এদিন ইউনিফৰ্ম জোৰ চিৰদিনৰ বাবে খুলিলো। এৰি অহা দিনবোৰৰ কথা মনত পৰিলে অকল 'ইউনিফৰ্ম'ৰ মানুহৰ কথাই নহয় — কিছুমান বেলেগ মানুহৰ কথাও মনত আহে। ৰঞ্জিত ভাল্লা এনেকুৱা এজন। ৰঞ্জিতক পাইছিলো — অম্বৰণ সিঙৰ বিয়াত। দিল্লীত। মোৰ মনত পৰিছিল অম্বৰণ সিঙৰ বিয়াৰ কথা। অম্বালাৰ পৰা দিল্লীলৈ গৈছিলো। অম্বৰণৰ দেউতাকৰ ডাঙৰ দোকান আছে। দিল্লীৰ চাঁদনি চকত। তাতেই ঘৰ। বিয়ালৈ বুলি গৈছিলো। আমাৰ 'ইউনিট'ত প্ৰতিনিধি বুলি 'চি ও' (C O) ই মোকেই পঠাইছিল। পাঞ্জাবী চৰ্দাৰী মানুহবোৰ খুব সৰল অন্তৰৰ আৰু খুব অতিথি পৰায়ণ বহু 'চৰ্দাৰজী' বন্ধু বা সহকৰ্মী পাইছো বাবেই ক'ব পাৰো, এই মানুহবোৰ সঁচাকৈ অকল উদ্যোগীয়েই নহয়, বৰ সৰলো। নিজৰ কথা কৈ নিজে হাঁহিব পৰা বা নিজক লৈয়ে নিজে হাঁহিব পৰা মানুহো ভাৰতত বোধহয় 'চৰ্দাৰজী'বোৰেই।

অম্বুৰ বিয়াৰ কথা যেতিয়াই মনত পৰিছিল, মই ৰঞ্জিত ভাল্লাৰ কথা ভাবিছিলো। এজন সাধাৰণ মানুহ -- সি এটা বেণ্ড দলত 'ট্ৰাম্পেট' (trumpet) বজায়। পাঞ্জাবী বিয়াবোৰত এই বেণ্ডপাৰ্টিৰ খুব মাহাত্ম্য। ৰঙা-নীলা বিভিন্ন ৰঙৰ কাপোৰৰ পোচাক পিন্ধে প্ৰতিজন সদস্যই। 'ক্লেৰনেট', 'ট্ৰাম্পেট', 'ড্ৰাম', বাঁহী প্ৰায় ছয়-সাতটা মান বাদ্যযন্ত্ৰ থাকে। জনপ্ৰিয় চিনেমাৰ গীতবোৰ বজায়। আমাৰ যেনেকৈ 'দৰাপাৰ্টী' যায় কইনাৰ ঘৰলৈ,

পাঞ্জাবীসকলৰ দৰাপাৰ্টিক 'বৰাটি' বুলি কয়। 'কোট চুট' পিন্ধি ওলাই 'বৰাটি'ৰ লগত যোৱা প্ৰতিজনেই। মহিলা বা ঘৈণীয়েকবোৰে আমাৰবোৰৰ দৰেই খুব সাজি-কাচি ওলাই। দৰাজন এটা ঘোঁৰাৰ ওপৰত বহি যায়। লগত প্ৰায়েই সৰু ল'ৰা এটাক বহায় লয়। কইনাৰ ঘৰলৈ দৰা ঘোঁৰাৰ ওপৰত বহি আহিবই লাগিব। বেণ্ড আৰু ঘোঁৰা 'বৰাটি'ৰ প্ৰায় অপৰিহাৰ্য অংগ। 'বৰাটি'ৰ দলৰ পিছে পিছে আহে বেণ্ডৰ দলটো। সামৰ্থ অনুসৰি বেণ্ডৰ দল ভাৰা কৰা হয়। কিছুমান বেণ্ডৰ দলৰ লগত 'মেন্থেলিন লাইট' মূৰৰ ওপৰত কঢ়িওৱা মহিলাৰ দল এটাও থাকে। বেছি দামী বেণ্ডৰ দলৰ লগত এটা 'জেনেৰেটিং চেট' থাকে যিটোৰ দ্বাৰা বহুত টিউব লাইট জ্বলাই শাৰী পাতি যায় এটা দল বেণ্ডৰ মানুহবোৰৰ পিছে পিছে। কিন্তু আটাইতকৈ স্ফূৰ্তি বা আনন্দৰ কথা হ'ল 'বৰাটি'ৰ লগত যোৱা প্ৰায় প্ৰতিজনেই, ডেকা হওক বুঢ়া হওক, আনকি প্ৰতিগৰাকী মহিলায়ো বেণ্ডৰ গীতৰ বা বাদ্য তালৰ লগত নাচি নাচি যায়। মাজতে আটাইবোৰ বৈ গৈ খুব নাচে— এটা মধুৰ নিৰ্মল স্বতঃস্ফূৰ্ত আনন্দৰ মুহূৰ্ত সেইয়া। দৰাজনৰ বাহিৰে প্ৰায় আটাইবোৰেই নাচে। বেণ্ডক বেলেগ বেলেগ ধুন বজাবলৈ কয়। বেণ্ডৰ বাদ্যবাজকসকলো উৎসাহিত হৈ বজায়-নচুৱায়। কিন্তু কেতিয়াবা ভাগৰিও পৰে।

অম্বৰণ সিঙৰ বিয়াত গৈছিলো— 'বাৰাটি' এজন প্ৰধান সদস্য হৈ। অম্বৰণ ঘোঁৰাত। সদায় ইউনিফৰ্মত দেখা অম্বৰণক কোট চুট পাগুৰি পিন্ধি দৰাৰূপত বেলেগ লাগিছিল। মযো মূৰত পাগুৰি এটা পিন্ধিছিলো। খুব নাচিছিলো। আৰু তেতিয়াই মই লগ পাইছিলো ট্ৰামপেট বজোৱা বেণ্ডৰ দলৰ ৰঞ্জিত ভাল্লাক। সেই মুহূৰ্তখিনি মোৰ মনত আছে— সদায় থাকিব। কইনা ঘৰ পোৱাৰ আগে আগে আৰু কইনাঘৰৰ সন্মুখত খুব নাচিছিল সকলোৱে। বেণ্ড মাষ্টাৰে দুগুণ উৎসাহত বজাইছিল তেতিয়াৰ দিলীপ কুমাৰ নে ৰাজকুমাৰৰ জনপ্ৰিয় গান এটা। হঠাৎ মই দেখিলো, ৰঞ্জিত (তাৰ নামটো মই পিছত জানিছিলো।) ঢলি পৰিল। ট্ৰামপেটটো হাতৰ পৰা পৰি গ'ল। মই দৌৰি গৈছিলো কাষলৈ। ৰঞ্জিত পৰি যোৱা কাৰণে বেণ্ড বন্ধ হৈ গ'ল হঠাতে। আনন্দ বিভ্ৰাট হোৱা বাবে দুই এজনে বেয়াও পাইছিল। বেণ্ডক ভাৰাত আনিছে— বহুত টকা দি। বেণ্ড বাজি থাকিব লাগে— এয়েই কথা। মই ঘোঁৰাত উঠি থকা অম্বৰণক ক'লো যে মই ৰঞ্জিত ভাল্লাক ওচৰৰ হাস্পতাললৈ লৈ যাম— বিয়াৰ কাম চলি থাকক। অম্বৰণে ক'ব ওলাইছিল এই কামখিনি বেলেগ কোনোবাইও কৰিব পাৰিব— তাৰ বিয়াৰ আচল সময়ত মই থাকিব লাগে। ক'ব নোৱাৰো কিয়, মই ৰঞ্জিত বোলা সেই সাধাৰণ ট্ৰামপেট বজোৱা 'বাজ বেণ্ড'ৰ সাধাৰণ মানুহজনক তেনে এটা অৱস্থাত এৰি যাব নোৱাৰিলো। কিয় ক'ব নোৱাৰো, আজিও ক'ব নোৱাৰো ৰঞ্জিতৰ চকু দুটাই মোক কি আকৰ্ষণ কৰিছিল। মই এখন গাড়ীত ৰঞ্জিত ভাল্লাক উঠাই ওচৰতেই থকা হাস্পতালখনলৈ লৈ গ'লো। ডাক্তৰে কৈছিল ঠিক সময়ত হাস্পতাল পাইছো বাবেই ৰঞ্জিতৰ জীৱন ৰক্ষা হ'ল। ৰঞ্জিত ভীষণভাৱে দুৰ্বল আৰু খুব বেছি 'প্ৰেচাৰ'ত ভুগিছিল। দুপৰীয়াৰ ব'দ আৰু প্ৰায় দুঘণ্টা একেলেঠাবিয়ে 'ট্ৰামপেট' বজোৱাৰ বাবে প্ৰায় 'ষ্ট্ৰোক' হ'ব ওলাইছিল। বিহওক মানুহজন বাচি গ'ল। ভাল লাগিছিল এই ভাবিয়েই। প্ৰায় এঘণ্টা থাকি যেতিয়া ৰঞ্জিতক এৰি গুচি আহিব বিচাৰিলো, হঠাৎ ৰঞ্জিত সিঙে মোৰ হাতখনত ধৰি ক'লে—

'কেপ্টেইন চাহাব, আপুনি মোৰ জীৱন বচাইছে। মোৰ পৰিয়ালক ৰক্ষা কৰিছে।'

আপুনি ক'ব মই নাজানো কেবল জানো, আজি 'দুলহা' (দৰা) হোৱা মিলিটাৰী অফিচাৰজনৰ বন্ধু— ভগবানে আপোনাৰ ভাল কৰিব। বহুত 'দোৱা' কৰিছো। কেবল এটা কথা মই ক'ব ওলাইছিলো।

'কোৱা বঞ্জিত, কি ক'ব খুজিছা কোৱা। কিন্তু তাৰ আগতে মই তোমাক এটা অনুৰোধ কৰিব খুজিছো। তোমাৰ খুব প্ৰেচাৰ আছে বয়সো হৈছে তোমাৰ। এনেকৈ বেণ্ড নবজাবা। কেতিয়াবা বিপদ হ'ব। বেলেগৰ বিয়াৰ আনন্দৰ মাজত কেতিয়াবা তোমাৰ পৰিয়ালৰ চকুপানী ওলাব — মই সাৱধান কৰি গ'লো বঞ্জিত' ক'ব নোৱাৰো স্পষ্টভাৱে, কিন্তু নিষ্ঠুৰভাৱেই মোতকৈ বহু বেছি বয়সৰ এই মানুহজনক কেনেকৈ এইদৰে ক'ব পাৰিলো বা কিয় কৈছিলো। অলপ সময় মোৰ চকুলৈ চাই থাকি ৰঞ্জিতে কৈছিল—

'জানা অফিচাৰ, মোৰ দেউতা এজন 'আৰ্মিৰ মানুহ আছিল। বেণ্ডৰ বেণ্ডমাষ্টাৰ আছিল। চুবেদাৰ আছিল। তেতিয়া ইংৰাজৰ ৰেজিমেন্ট আছিল। আমি পাকিস্তানত আছিলো, লাহোৰৰ কাষত আমাৰ ঘৰ আছিল, 'পাৰ্টিচন হ'ল— দেশ দুভাগ হ'ল; দেউতাই তাৰ আগে আগে আৰ্মিৰ পৰা অৱসৰ ল'লে। দেশ বিভাজনৰ লগত জিড়িত যি হিংসা, যি মৃত্যুৰ দাবানল তাৰ মূল্য আমি দিবলগীয়া হৈছিল। মোৰ বয়স তেতিয়া প্ৰায় কুৰি। খুব ইচ্ছা আছিল দেউতাৰ দৰে ময়ো ইউনিফৰ্ম পিন্ধিম— ময়ো এদিন আৰ্মিৰ বেণ্ডত যোগ দিম। মোৰ সুৰৰ তালে তালে ভাৰতীয় সৈনিকৰ দল আগবাঢ়িব। দেউতাৰ 'ষ্টিক'ডাল এতিয়াও লগত আছে। এদিন গোটেই জীৱন দেশৰ সন্মানৰ কাৰণে দেশৰ আৰু বাহিৰত মিলিটাৰীৰ ইউনিফৰ্ম পিন্ধি বেণ্ডৰ সুৰেৰে যুদ্ধ আৰু শান্তি দুয়ো সময়তেই সৈনিকক অনুপ্ৰাণিত কৰা দেউতা চুবেদাৰ হৰিন্দৰ সিং হিংসাৰ বলি হ'ল। ভাৰতলৈ গুচি অহাৰ পথত তেওঁক হত্যা কৰিলে কোনোবা আততায়ীয়ে। মোৰ সপোনবোৰ সিদিনাই শেষ হ'ল। আৰ্মিৰ ইউনিফৰ্ম পিন্ধি চুবেদাৰ হৈ বেণ্ড মাষ্টাৰ হোৱাৰ সলনি মই হ'লো এজন বিয়াৰ 'বৰাটি'ত বেণ্ড বজোৱা, ট্ৰামপেট বজোৱা এজন। এই প্ৰায় ত্ৰিছ বছৰে এই 'ৰাজ বেণ্ড'ত কাম কৰিছো। কেইটামান টকা মাহৰ শেষত পাওঁ— এইখিনি সম্বল। ভাগৰি পৰিছো অফিচাৰ।

ৰঞ্জিতে ভাল্লা ভাগৰি পৰিছিল। মোৰো দেখি হৈছিল। ভাবিছিলো ইমান সময়ে অথুৰ বিয়াৰ 'হাভন' (Heaven) বোধহয় হৈ গ'ল। কিন্তু ৰঞ্জিতৰ চকুত কিবা এটা দেখিছিলো। এৰি আহিবৰ মন যোৱা নাছিল। কেতিয়াবা মানুহে বুকুৰ ভিতৰৰ কথা ক'বৰ কাৰণে এজন সংগী বিচাৰে। বহুত সময়ত মনৰ ভিতৰৰ কথা ক'ব নোৱাৰাটোৱেই আটাইতকৈ দুখৰ বিষয় হৈ পৰে। ৰঞ্জিতে কৈ গৈছিল— 'জানা অফিচাৰ, বহুত বিয়াত বেণ্ড বজালো। মোৰ ট্ৰামপেট (Trumpet)ৰ শব্দৰ লগত বহুতেই নাচিলে। কিন্তু মোৰ ল'ৰাৰ যেতিয়া হয়, সেই 'বাৰাটি'ত কোনো বেণ্ড লৈ যাব নোৱাৰিলো। মোৰ নিজৰ 'ৰাজ বেণ্ড'ৰ মালিকক কৈছিলো কিন্তু তাৰা অকণো কমাই নিদিলে। বহুত 'বাৰাটি' নচুৱালো। নিজৰ ল'ৰাৰ বিয়াত বেণ্ড নাথাকিল। দুখ থাকিল। এটাই ইচ্ছা আছিল মোৰ ল'ৰাটোক তোমালোকৰ দৰে অফিচাৰ কৰিব নোৱাৰিলেও জোৱান কৰিম। কিন্তু নোৱাৰিলো। ল'ৰাও মোৰ দৰেই হ'ল। সিও বেণ্ডপাৰ্টি এটাত আছে। ড্ৰাম বজায়। ককাকৰ দৰে তাক 'আৰ্মি'ত সুমোৱাৰ ইচ্ছা আছিল। কিন্তু নোৱাৰিলো। মই এই ৰঙা-নীলা চোলা পিন্ধো। মূৰত টুপিও পিন্ধো। মোৰ ল'ৰা বিক্ৰমেও পিন্ধে এইবোৰ। কিন্তু

মোৰ দেউতাৰ সেই মিলিটাৰী মাৰ্চৰ লগত বজাই যোৱা 'ট্ৰামপেট'ৰ শব্দ কিমান বেলেগ। চুবেদাৰ হৰিন্দৰ। মেদেলবোৰ মোৰ লগত আছে আজিও। ল'ৰাক নোৱাৰিলো চাহাব, কিন্তু মোৰ এটা নাতি আছে। অকণমানি। তাক মই বিয়াৰ বেণ্ড বজাব নিদিও। সি মিলিটাৰীত যাব। মোৰ এয়েই জীৱনৰ ইচ্ছা।'

অম্বৰণৰ বিয়া হৈ গ'ল। আম্বালালৈ ঘূৰি গ'লো। তাৰ পিছত বহুত দিন, বহু মানুহ, বহু ঘটনা। এদিন অৱসৰ ল'লো। কিন্তু এই বল্জিত বোলা মানুহজনৰ কথা মনত থাকিল। এনেকুৱা হয়। কিছুমান মানুহক মাত্ৰ কেইটামান মুহূৰ্তৰ বাবেহে লগ পোৱা হয় জীৱনত— কিন্তু সেইটো বহুত গহীন হয়। মই বল্জিত ভাল্লাক মাত্ৰ কেইটিমান মিনিটৰ বাবে পাইছিলো। কিন্তু মিলিটাৰীৰ ইউনিফৰ্ম পিন্ধি মিলিটাৰীত বেণ্ডৰ দলৰ দলপতি হোৱাৰ সপোন লৈ শেষত বিয়াৰ 'বৰাটি'ৰ চাঁদনি চকৰ বেণ্ড পাৰ্টিৰ 'ট্ৰামপেট' বজোৱা এজন হৈ জীৱনত ভাগৰি পৰা, এই সাধাৰণ চৰ্দাৰজীজনক মোৰ মনত আছিল।

অম্বৰণৰ ল'ৰাৰ বিয়ালৈ মই যাম। অম্বৰণৰ লগত একেলগে বহুত বছৰ কটাইছো একে যুদ্ধত অংশ লৈছো যুদ্ধৰ বিভীষিকা দেখিছো কিন্তু অকল অম্বৰণৰ ল'ৰাৰ বিয়া বুলি নহয়, মই আৰু এখন চিঠি পাইছো। ছপাকাৰা চিঠি নহয়। বল্জিত ভাল্লাই লিখিছে—

'কৰ্ণেল চাহাব,

আপোনাক মোৰ মনত থাকি গ'ল। মই দিল্লীৰ পাঞ্জাবী মানুহ এজন -- সাধাৰণ বেণ্ডপাৰ্টিৰ মানুহ আছিলো। আপুনি অসমৰ— এজন মিলিটাৰী অফিচাৰ। কিন্তু সেই যে মোক হাস্পতাললৈ লৈ আহিছিল আৰু মোৰ 'বাহিগুৰু' এ মোক বচাবলৈ আপোনাকে পঠাইছিল সিদিনা —। কৰ্ণেল অনম্বৰণ সিঙক লগ ধৰি আপোনাৰ ঠিকনাটো উলিয়ালো।

শুনি সুখ পাব, অহা গণতন্ত্ৰ দিৱসত ২৬ জানুৱাৰীত ৰাজপথত হ'বলগীয়া আৰ্মিৰ 'পেৰেদ'ত মোৰ নাতি ল'ৰা নায়ক প্ৰদীপ সিঙে ভাগ ল'ব। 'ট্ৰামপেট' বজাব। তাৰ 'গ্ৰেনেদিয়াৰ' ৰেজিমেণ্টৰ বেণ্ডৰ লগত। তাৰ ককাকে বজাইছিল— চুবেদাৰ হৈ ইংৰাজৰ 'আৰ্মি'ৰ বেণ্ড মাষ্টাৰ হৈছিল। সেই একে ৰেজিমেণ্টত। বুকু ফুলাই 'মাৰ্চ' কৰিছিল— কৰাইছিল। মই বিয়াৰ 'বৰাটি'ৰ লগত যোৱা বেণ্ডৰ দলৰ এজন হৈ বহুতক নচুৱালো অতি সাধাৰণ হৈয়েই গ'ল জীৱনটো। মোৰ ল'ৰাও একেই হ'ল। কিন্তু চাৰ, আজি প্ৰদীপক দেখি ভাল লাগে — বেণ্ডৰ তালে তালে সি ভাৰতৰ ৰাষ্ট্ৰপতিক 'চেলিউট' কৰিব -- আপোনাৰ বা আপোনাৰ ঘৰৰ কিছুমানৰ আশীৰ্বাদ বিচাৰিছো। পাৰিলে আহিব। কৰ্ণেল অম্বৰণ সিঙকো কৈছো। বুঢ়া বয়সত এইয়া মোৰ জীৱনৰ প্ৰথম আৰু একমাত্ৰ আনন্দ। -- বল্জিত

যাম বল্জিত। ৰাজপথত তোমাৰ নাতিল'ৰাই 'ট্ৰামপেট' বজাই পেৰেদ কৰি যাব। মই নিশ্চয় তাক চাম। মনে মনে কৈছিলো — 'বল্জিত তোমাৰ ট্ৰামপেটেও বহুতক আনন্দ দিছে। সকলোৰে এই আনন্দ বিলাব নোৱাৰে। হয়তো কষ্ট পাইছা জীৱনত। কিন্তু ৰাজপথত যেতিয়া প্ৰদীপে 'ট্ৰামপেট' বজাই ৰাষ্ট্ৰপতিলৈ চাই অভিবাদন জনাব, আগবাঢ়ি যাব — বল্জিত, তুমি তাৰ মাজত তোমাৰ দেউতাক দেখিবা। তোমাক দেখিবা, তোমাৰ ল'ৰাক দেখিবা, তোমাৰ সফল হোৱা সপোনবোৰ দেখিবা। এই সুৰ দেশৰ সমলয়ৰ সুৰ। আমি আটায়েই আছো তাৰ মাজত।

এয়া দিল্লীলৈ যোৱাৰ যো-জা কৰিছো।★★

# অন্তৰীপ

## মণিকুন্তলা ফুকন ভট্টাচাৰ্য

জিৰ্‌জিৰকৈ বৈ থকা ফানেং নৈৰ হেলনীয়াখিনিৰ কেঁকুৰিটোতে কিৰণমালাই গা ধুই আছিল। আশে-পাশে সদায় ওমলাৰ দৰে পোৱালি তিনিটাই সেইদিনা বেছি সময় পানীত ওমলিবলৈ পোৱা নাছিল। মাউত গৌৰীশংকৰে এটা এটাকৈ তিনিওটা পোৱালিক পাৰলৈ আনি শিশু জোপাতে বান্ধি থৈছিল। আটাইতকৈ সৰু পোৱালিটোৱে ওজৰ-আপত্তিৰে আগ ঠেং জোকাৰি ধূলি উৰুৱাই আছিল। গাত শুড়ডালেৰে আলিবলিকৈ পানীবোৰ ছটিয়াই কিৰণমালাই তাৰ ফালে চাইছিল। মাকে তাক মনোযোগ দিয়াটো গম পাই তাৰ ওজৰ-আপত্তি আৰু চৰিছিল। সি আনকালে তেনকুৱাখন কৰিলে গৌৰীশংকৰে পুনৰ তাক নি ফানেঙৰ বুকুত এৰি থৈ আহি তাৰ মিলিটেৰী মোছৰ তলতে স্নেহৰ হাঁহি মাৰিছিল। ফানেঙৰ বুকুত ঘনে ঘনে আৰু বাৰে বাৰে পানীৰ ফোঁৱাৰা তোলে মাক-পুতেকে। বিচ্ছুৰিত পানীৰ কণিকাত ৰ'দৰ স্ফটিক পোহৰে ৰামধেনু খেলে।

কিৰণমালাৰ বাকী দুটা পোৱালী বুজন। একো একোটা নিৰ্দিষ্ট সময়লৈকে ফানেঙৰ বুকু ঘোদালি পাৰলৈ উঠি অহাৰ পাছত তাহাঁতহালে পানীত আৰু নামিব নোখোজে। কিন্তু সৰুটো অবুজ। সি পাৰলৈ আগৰ নিচিনাকৈ মাকৰ চাৰিঠেঙৰ মাজতে সোমাই থাকিব খোজে।

যোগালী হাৰাধনৰ টিঙিচ্‌কৈ খং এজ্জাউৰী উঠি আহিছিল। বাৰে বাৰে পোৱালীটোৰ আগঠেঙেৰে উৰোৱা ধূলিৰে তাৰ হাতৰ তেলৰ থালীখন ধূসৰিত হৈ পৰিছিল।

গৌৰীশংকৰে ফানেঙৰ পাৰৰ শিল এচটাত বহি বিড়ি হুপিছিল। কিৰণমালাই পানীৰ ফোঁৱাৰাৰে তোলা ৰামধেনুৰ খণ্ড-বিখণ্ড ৰূপবোৰ চাই সি যেন কিবা ভাবিছিল।

কি ভাবিব পাৰে জলহস্তীৰে? হাৰাধনৰ টিকনিৰ লেউসেউ আগ পৰ্যন্ত খংটো বগাই গৈছিল। নিৰ্বিকাৰচিত্তে গৌৰীশংকৰে বিড়ি হুপিয়েই আছিল। এৰা, কি ভাবিব পাৰে গৌৰীশংকৰে?

ফানেঙৰ পাৰত থকা সিহঁতৰ কেম্পৰ কাষলৈ ট্ৰাংকৰোডৰ পৰা উঠি অহা অকোৱা-পকোৱা হাবিতলীয়া বাটটোত ছেত্ৰী মহৰীৰ চাইকেলৰ আবাজ শুনা গৈছিল। গৌৰীশংকৰে হুপি থকা বিড়িটো নুমুৱাই কাণত গুজি; পিন্ধি থকা গামোচাখনত টানকৈ গাঁঠি এটা মাৰি শিশুজোপাৰ ফাললৈ আগবাঢ়ি আহিছিল।

ইতিমধ্যে খচ্‌কৈ আহি বৈ গৈছিল ছেত্ৰী মহৰী। টেঙৈও নথকা চাইকেলখন সোণাক জোপাতে আওজাই সি বিকট মাতেৰে হুকিয়াইছিল, "কি কৰি আছ? কি কৰি আছ? সাত

বাজিবৰ হ'ল, হোৱাই নাই নে তইঁতৰ?"

"এয়া ফুল আঁকিবলৈ লৈছোঁ.....।" হাৰাধনে হাতী এটাৰ গাত মিঠাতেলেৰে ফুল আঁকি থকাৰ পৰাই মাত লগাইছিল।

"নাই নাই। এনেকৈ নহ'ব। ঐ গৌৰীশংকৰ, তই কি কৰি আছ হং? উঠি আহ, বেগাই উঠি আহ.....।"

নিৰ্বিকাৰ গৌৰীশংকৰে মিঠাতেলৰ থালীখনত সোঁহাতৰ তলুৱাখন জুবুৰিয়াই লৈ, হাৰাধনে আঁকি থকা হাতীটোৰ তপিনাত হাতৰ চাব বহুৱাইছিল। মুখ নালাগিবলৈ।

দূৰ-সুদূৰৰ চাহ-বাগিছাৰ পৰা শৰতৰ স্নিগ্ধ বতাহত উটি আহিছিল পূজাৰ মাদলৰ মাত। দুৰ্গোৎসবৰ উখল-মাখল আবহাৱাৰ শেঁওতা অনুভৱ।

"হাৰাধন, হাত খৰকৈ চলা। জানই নহয় জাগনুৰ দেউতাই হাতী গৈ নোপোৱালৈকে কাকো দশেৰাৰ টিকা নলগায়। সোনকালে কৰ। গৌৰীশংকৰ, কি হ'ব তোৰ। হাত চলা, হাত চলা.....।"

দুয়োটাই থালীৰ মিঠাতেলৰ হাতীপোৱালি তিনিওটাৰে দেহত নক্সা অঁকাত লাগি গৈছিল।

ইতিমধ্যে দেহা জুৰ পেলাই কিৰণমালা ফানেণ্ডৰ পৰা উঠি আহি ধান সিজোৱা চৌকাবোৰৰ ফালে দুখোজ গৈয়ে থমকি ৰৈছিল। সেইদিনা তাত উধানৰ উদং মুৰবোৰেহে আকাশলৈ ভেবা লাগি চাই ৰৈ আছিল। চৌকাবোৰৰ বুকুত জুইৰ অহংকাৰ নাছিল। নাছিল নিৰুপায় খৰিবোৰৰ আত্মসমৰ্পণ। অথবা চৌকাৰ সম্মান বজাই ৰাখি উধানৰ মুৰত গপ্‌চকৈ বহি থকা নাছিল বৰ বৰ টৌবোৰো।

*সেইদিনা হাতীৰ বাবে ধান সিজোৱা হোৱা নাছিল।* জাগনুৰ দেউতাৰ ঘৰখনত সিজোৱা হয় দশেৰাৰ দিনা হাতীৰ বাবে ধান।

কিৰণমালা অতি জ্ঞানী। তাই উভতি আহি শিশু জোপাৰ ওচৰতে ৰৈ শুড়ডালেৰে গৌৰীশংকৰৰ অৰ্দ্ধনগ্ন দেহা আদৰেৰে স্পৰ্শ কৰিছিল।

"ৰ' মা'। তোকো সজাম ৰ'।"

কিৰণমালাক কোৱা গৌৰীশংকৰৰ কথা শুনি হাৰাধনে কেৰাহিকৈ তাৰফালে চাইছিল। কিয় জানো, আকাশৰ বুকুত চৰাই জিলিকাৰ দৰে গৌৰীশংকৰৰ দেহৰ মাজতো কাণত গুজি থোৱা বিড়িৰ টুকুৰাটোহে জিলিকি থকা হাৰাধনৰ চকুত পৰিছিল।

ছেত্ৰী মহৰীয়ে কিবা এটি গীত গুণগুণাইছিল। শৰতৰ নিৰ্মল পুৱাটোক, চৰাইৰ কিচিৰ মিচিৰ আৰু গীতৰ গুণগুণনিয়ে অধিক নিৰ্মল আৰু পবিত্ৰ কৰি তুলিছিল। যেন তেনে গুণগুণনিলৈকে অপেক্ষা কৰি আছিল টিৰাপ বিজাৰ্ডখনে, গৌৰীশংকৰ আৰু হাৰাধনে, অপেক্ষা কৰি আছিল কিৰণমালাইতে।.........

..... এটা সময় আছিল, যেতিয়া সিহঁতে মনে প্ৰাণে একান্তভাৱে অপেক্ষা কৰিবলগীয়া হৈছিল নিৰ্জনতালৈ। .......

....... *ধুতিৰ খোৰ কামিজৰ জেপত গুজি, মূৰত টুপি আৰু ভৰিত মাক্কাতাবুগীয়া*

জোতা পিন্ধা ঠিকাদাৰ আহিছিল। লগত আহিছিল তেওঁৰ জোতাকে সাৱটিব খোজা এপাল অকৰ্মণ্য মানুহ। কাপেৰে বন্ধোৱা গাঁড়ৰ খড়্গৰ আঙুঠি পিন্ধা আঙুলিৰে কলম ধৰি ঠিকাদাৰে ছেত্ৰী মহৰীৰ লগত তম্বুৰ ভিতৰত বহি কিমান গছ কটা হ'ব, কটিওৱাৰ বাবদ হাতীয়ে মজুৰি কিমান পাব, তাৰে হিচাব-নিকাচ কৰিছিল। ঠিকাদাৰৰ লগত অহা সাংগোপাংগোইতে ফানেস্তৰ বুকু ঘোদালিছিল, বৰশী টোপাইছিল, মুৰ্গী পুৰিছিল। দুটামানে চোলাৰ জেপত চোৰাংকৈ বন্দুক বটল দুটামানো লৈ আহিছিল। নিৰ্জনতা ভঙ্গ কৰা সেই মানুহবোৰৰ অতপালিত হৰহৰাই উৰি গুছি গৈছিল শৰালিৰ জাক.....। স্তব্ধ হৈ গৈছিল কাঠৰোকাৰ খুটখুটনি .....ভেৰা লাগি বৈ গৈছিল কেৰ্কেটুৱাবোৰ। ......সদায় নতুন কিবা এটাৰ অন্বেষণত ব্যস্ত হৈ ঘূৰি ফুৰা বান্দৰবোৰো ভোৰাচেকা খাই বৈ গৈছিল।

ভংগ হৈ গৈছিল অৰণ্যৰ তপস্যা। ছেদেলী-ভেদেলী হৈ পৰিছিল চিৰাপ অৰণ্যৰ সেউজীয়া কোৱাছ।

ধহমহাই বাগৰি পৰিছিল বিশাল দেহৰ গছবোৰ। হৰহৰাই খহি পৰিছিল গছবোৰৰ অলেখ সেউজীয়া। আৰু কেইবাদিনলৈকে ধাবাবাৰে চলি থাকিছিল কাঠফলা কৰতৰ ঐক্যতান। ডোখৰ ডোখৰ হৈ পৰিছিল দাম্ভিক গছবোৰ।

অটব্য অৰণ্যৰ বুকুত গজি উঠা লুংলুঙীয়া বাটবোৰেৰে কিৰণমালাই গধুৰ খোজ পেলাইছিল। শিকলিৰে আঁটি আঁটি বন্ধ কাঠৰ প্ৰকাণ্ড প্ৰকাণ্ড কুণ্ডাবোৰ চোঁচোৰাই, কঢ়িয়াই তাই লৈ গৈছিল ট্ৰাকবোডলৈকে। তাতেই বৈ থাকিছিল বিবৰ্ণ চেহেৰাৰ ট্ৰাক আৰু ট্ৰাকত কুণ্ডা উঠোৱাৰ কাম শেষ কৰি, ক'লা ধোঁৱা উকলাই হোঁ-হোঁৱাই গুছি যোৱা ট্ৰাকখন নেদেখা হোৱালৈকে চাই থাকি তাই পুনৰ কেম্পৰ ফালে ঘূৰিছিল। ঝন্‌ঝন্‌কৈ বাজি যোৱা শিকলি খুলি গৌৰীশংকৰে তাইক মুক্ত কৰি দিছিল। লেহেম গতিৰে অতি সন্তৰ্পণে সোমাই পৰিছিল তাই গহন বনত।

.....আৰু ধীৰে ধীৰে স্ফীত হৈ পৰিছিল কিৰণমালাৰ উদৰ। তাইৰ গৰ্ভত ঢুক্‌ঢুকাইছিল নতুন প্ৰাণে। আঃ অকল তাইৰ গৰ্ভতেই নহয়। কেম্পৰ আটাইবোৰ মানুহৰে হৃদয়ত ঢুক্‌ঢুকাইছিল যেন নতুন প্ৰাণটোৱে।

জাগনুৰ দেউতাইও সময়মতে খবৰটো পাইছিল। জাগনুৰ পৰা চিৰাপৰ ফালে অহা বাছত ওলমি হ'লেও তেওঁ আহিছিল। কিৰণমালাৰ বাবে বাবে বাবে।

এটা এটাকৈ ইতিমধ্যে তিনিটা পোৱালীৰে স'তে কিৰণমালাই তাইৰ সংসাৰ বঢ়াইছিল। বঢ়াইছিল কেম্পত যোগালীৰ সংখ্যা। বাঢ়িছিল জাগনুৰ দেউতাৰ দায়-দায়িত্ব। তেওঁতো অকল হাতীৰ মালিকেই নহয়; হাবাথনইতৰ নিচিনা চৌধ্য-পোন্ধৰটা পৰিয়ালৰ মালিক। তেওঁ গম্ভীৰ হৈ পৰিছিল। দুৰণিত কৰ্মৰত সন্তানৰ বাবে অহৰহ চিন্তিত পিতাৰ দৰে ভাবুক অথচ-সুখী হৈ পৰিছিল তেওঁ। সন্তানৰ প্ৰতি বাঢ়ি অহা দায়িত্বই অহৰহ কৰ্মমুখী হ'বলৈ অনুপ্ৰেৰণা যোগাইছিল তেওঁক। ব্যস্ত হৈ পৰিছিল তেওঁ ঠিকাদাৰৰ প্ৰস্তাৱ আৰু হাতীৰ কৰ্মদক্ষতা লৈ। ধীৰে ধীৰে চন্দুক ঠাহ খাই পৰিছিল তেওঁৰ। ....স্বচ্ছল হৈ পৰিছিল সংসাৰবোৰ।

আৰু হঠাৎ এদিন জানো কি হৈছিল। ......ধুনুক-বানাক্‌কে শুনি থকা বতৰাটোৱেই তীক্ষ্ণ শেল এপাত হৈ হানিছিল জাগনুৰ দেউতাৰ বুকুত। বন্ধ হৈ গৈছিল কাঠৰ ব্যৱসায়। গছকটা বন্ধ কৰা হৈছিল। বন্ধ হৈ গৈছিল কাঠৰ মিলবোৰ। অৰণ্যৰ ফাঁকে ফাঁকে পিয়াপি দি ফুৰিছিল চৰকাৰী চোৰাংচোৱাই। নিৰ্জন হৈ পৰিছিল অৰণ্যবোৰ। নিষ্কৰ্মা হৈ পৰিছিল এজাক বোগালী, মাউত, মহৰী, ট্ৰাক ড্ৰাইভাৰ .......কাঠ ফলা কৰত .... আৰু কিৰণমালা।

ভাতৰ গৰাহ মুখলৈ নিও থমকি ৰৈছিল জাগনুৰ দেউতা। সাধ্যমতে চাৰিওকালে তেওঁ খা-খবৰ লৈছিল।

"আন্ধাৰৰ মাজেৰেহে বেলি উজ্জ্বলি ওলায়। .....আমাৰ ভাল দিন আকৌ আহিব। চুপ্ৰিম ক'ৰ্টে মাত্ৰ পাঁচ বছৰৰ বাবেহে গছকটা বন্ধ কৰি দিছে। আমাৰ ভাল দিন আকৌ আহিব। আকৌ ঠিকাদাৰে গছ কাটিব। আকৌ কিৰণমালাই কুণ্ডা কঢ়িয়াব। ....."

কানেঙৰ পাৰত মিটিং বহিছিল। এবাৰ দুবাৰ নহয় কেইবাৰাবো। আৰু অৱশেষত চাৰিটা হাতীৰ স'তে কেম্পত ৰৈছিলগৈ মাথোন গৌৰীশংকৰ আৰু হাৰাধন। চুপ্ৰিম ক'ৰ্টৰ পৰা গছ কটাৰ অনুমতি অহাৰ বাবে পাঁচবছৰো বাগৰি গৈছিল। ইতিমধ্যে বাকীৰ মহলত কাম কৰিবলৈ লোৱা ছেত্ৰী মহৰিয়ে কিন্তু এৰিব পৰা নাছিল কেম্পৰ প্ৰতি থকা তেওঁৰ অগাধ মোহ। কানেঙৰ পাৰত, টিৰাপৰ বুকুত থকা কিৰণমালাইতৰ উদাসীন কেম্পলৈ প্ৰায়ে তেওঁ আহি থাকিছিল।

হাৰাধনৰ পৰিয়াল জাগনুৰ ৰামপুৰ গাঁৱতে থাকিছিল।

দুবাৰকৈ দুজনী তিৰোতাৰ মুখ চোৱোৱা, অভিশপ্ত, নিঃসংগ গৌৰীশংকৰৰ দিনবোৰ কিন্তু থিতাপি লৈছিল টিৰাপ অৰণ্যতেই। হাৰাধন মাজে-সময়ে ৰামপুৰলৈ গৈ থকা সময়খিনিত সি অকলেই চম্ভালে সমস্ত। হাতী, কেম্প, তাৰ নিজৰ নিঃস্ব আৰু দুখী হৃদয়কো।

এৰা, কেৱল বিড়িৰ ধোঁৱাতেই উকলাই দিয়ে তাৰ দুখী হৃদয়ৰ হুমুনিয়াহ। নিঃসংগতাৰ অনুভৱ। আৰু যেতিয়া তিনিটাকৈ উঠন পোৱালী কেম্পতে এৰি অতি সন্তৰ্পণে কিৰণমালা গহন বনত সোমায়গৈ; গৌৰীশংকৰে তাৰ টেকীৰ ঠোৱাহেন আঁঠুৰ মূৰত কঁপাল গুজি বহি বয় কানেঙৰ পাৰত। বিম্‌বিম্‌কৈ, সমস্ত দেহত কুণ্ডলী পকাই বগাই উঠা কিবা এক উন্মাদনাত নিঃশেষ হৈ যাব খোজে সি। আৰু সেই উন্মাদ অনুভৱৰ চূড়ান্ত পৰ্যায়তে সি চিএৰি চিএৰি কান্দে। কান্দিয়েই বয় বহুপৰ.....।

চৰাইবোৰ নিস্তুপ হৈ যায়। গুই বহি থকা হাতী পোৱালী তিনিটা উঠি থিয় হয়। পোৱালিৰ স'তে বান্দৰবোৰ আহি তাৰ আশে পাশে বিবুধি হৈ বহি বয়। .....

আৰু তেতিয়াই গহন বনত প্ৰেমাস্পদৰ আকুলতাকো নেওচি লৰালৰিকৈ কেম্পৰ কাষে উভতি আহে কিৰণমালা। কানেঙৰ পাৰত, আঁঠুৰ মূৰত কঁপাল গুজি হিকটিয়াই কান্দি থকা গৌৰীশংকৰৰ অৰ্জনায় দেহত শুঁড়েৰে স্পৰ্শ কৰি সান্ত্বনা দিয়লৈ আহে তাই— গহন বনৰ পৰা।

সি আকুল হৈ সাৱটি ধৰে কিৰণমালাৰ শুড়ডাল।

....পুনৰ নিজ নিজ কামত ব্যস্ত হৈ পৰে চৰাই, হাতী, বান্দৰ আটাইবোৰ।

অনবৰতে য'তে-ত'তে নিৰ্বিকাৰ হৈ জলকা লাগি বহি থকা গৌৰীশংকৰক লৈ হাৰাধনৰ অসন্তোষৰ সীমা নাই। সি যোগালী হৈও মাউতৰ কাম কৰে। কেম্পৰ কাম চম্ভালে, তাৰ নিজা সংসাৰ চম্ভালে। আৰু কি কি যে নকৰে।

কিন্তু গৌৰীশংকৰ নিৰ্বিকাৰ, নিস্পৃহ। কেইবাবাৰো জাগনুৰ দেউতাক হাৰাধনে এইবোৰ কথাৰ কাণ চুইছিল। তেওঁ গৌৰীশংকৰক জাগনুলৈ বান্ধা হিচাবে লৈ যাবও খুজিছিল।

"দেউতা, মোক টিৰাপতে মৰিবলৈ দিয়ক। ফানেঙৰ পাৰতে দাহ কৰিব মোক। কিৰণমালা থকা ঠাইতে মোক মৰিবলৈ দিয়ক দেউতা!"

গৌৰীশংকৰ উবুৰি খাই পৰিছিল জাগনুৰ দেউতাৰ ভৰিত।

হুকহুকাই কান্দিব খোজা তেওঁৰে স'তে প্ৰায় সমবয়সীয়া প্ৰৌঢ় মাউতটোক তেওঁ প্ৰিয় বন্ধুৰ দৰে পিঠি চপৰিয়াই আশ্বাস দিছিল।

মোহাৰি থকা খৈণীত চাপৰ মাৰি ছেত্ৰী মহৰিয়েও হাৰাধনৰ মুখত সেই কাহিনী শুনিছিল। কিন্তু একো প্ৰতিক্ৰিয়া প্ৰকাশ নকৰি, সোণাৰু জোপাৰ তলতে চাদৰ পাৰি আকাশমুৱাকৈ শুই শুই তেওঁ গীত গাইছিল। অত্যন্ত ব্যস্ততাৰে কটাই অহা দিনবোৰৰ মাজত ঘপ্‌কৈ আহি পৰা কৰ্মহীনতাত ম্ৰিয়মান হৈ পৰা মানুহ, হাতী সকলোৰে বুকুতো সেই গীত বাজিছিল। পবিত্ৰ আৰু নিৰ্মল কৰি তুলিছিল টিৰাপৰ সেউজীয়া, সেই গীতে।

......গীত গুণগুণায়ে ছেত্ৰী মহৰিয়ে আওজাই থোৱা চাইকেলত লাফ মাৰি উঠিছিল। ইতিমধ্যে হাতীৰ দেহত মিঠাতেলেৰে নক্সা অঁকাৰ কাম সম্পূৰ্ণ হৈছিল। .......পৰিষ্কাৰ পোছাক পিন্ধি গৌৰীশংকৰ আৰু হাৰাধন হাতীৰ পিঠিত উঠি পিছফালে সাঙুৰি লৈছিল একোটাকৈ পোৱালী হাতী। গুণগুণাই পেডেল কোবাই জাগনুৰ দেউতাৰ ঘৰলৈ বুলি গৈ থকা ছেত্ৰী মহৰীৰ পাছে পাছে খৰখেদাকৈ বাট লৈছিল চাৰিওটা হাতীয়ে। হাৰাধন আৰু গৌৰীশংকৰেও।

দুৰ্গোৎসৱৰ ভাসনীৰ দিনা জাগনুৰ দেউতাকৰ ঘৰখন উৎসৱমুখৰ হৈ পৰে। টিৰাপৰ পৰা যোৱা লক্ষ্মী হাতীক তিলক পিন্ধাই, পূজা কৰিহে দেউতাই আনক টিকা লগাইছিল।

সেইদিনাও জাগনুৰ দেউতা পদুলি মুখতে পৰিয়ালসহ ৰৈ আছিল, লক্ষ্মীক আদৰিবলৈ। এৰা হাতীয়েই দেউতাৰ লক্ষ্মী। ব্যৱসায়ৰ পুঁজি।

কিৰণমালাৰ কঁপালত চন্দনৰ তিলক আঁকি, তিনিবাৰ প্ৰদক্ষিণ কৰি কৰি জাগনুৰ দেউতাই যেন কান্দিবহে খুজিছিল।

এৰা, হয় হয় তেওঁৰ চকুৰ কোণত বিৰিঙি উঠিছিল অশ্ৰুমুক্তা।

কামিজৰ আস্তিনত শৰততো ঘামি উঠা মুখ, নে চকুলোৰে ভিজোৱা মুখখন মচি দেউতাই কিৰণমালাৰ সন্মুখত মেলি দিছিল সিজোৱা ধানৰ নৈবেদ্য। তাইৰ অংকিত শুড়ডালত আদৰেৰে হাত বুলাই তেওঁ যেন কিবা ক'ব খুজিছিল।

গৌৰীশংকৰৰ উচ্‌পিচনি বাঢ়িছিল। হাতী তিনিটাবো। কিন্তু স্থিৰ হৈ ৰৈ আছিল কিৰণমালা আৰু দেউতাৰ পৰিয়ালৰ মানুহবোৰ।

দেউতাই এটা এটাকৈ বাকী কেইটা হাতীকো চন্দন চাউলৰ তিলক পিন্ধাই, প্ৰদক্ষিণ

কৰি সমুখত আথেবেথে মেলি ধৰিছিল সিদ্ধ ধানৰ নৈবেদ্য।

পদুলিতে বৈ আছিল আটাইবোৰ। দেউতা গৌৰীশংকৰৰ ফালে আগুৱাই গৈছিল। কি কৰে? কি কৰে দেউতাই? হাতত লোৱা পিষ্ট চন্দনৰ ফালে চাই দুখোজ পিছুৱাই গৈছিল গৌৰীশংকৰ।

কিন্তু দুখোজ আগুৱাই গৈছিল দেউতা। ঘৰৰ, ব্যৱসায়ৰ লক্ষ্মীক পূজাৰ পাছতে পৰিয়ালৰ গুৰুজন আগুৱাই গৈছিল দলিতজনৰ কাষলৈ।

আঁঠুকাঢ়ি বহি পৰিছিল গৌৰীশংকৰ। পৰমস্নেহ আৰু আন্তৰিকতাৰে দেউতাই তাৰ কঁপালত তিলক আঁকিছিল। তাৰ কৃশ হাতৰ ঠাৰিত ধৰি লৈ আহিছিল কিৰণমালাৰ ওচৰলৈ।

সি দেউতাৰ মুখলৈ চাইছিল। তেঁৱো চাইছিল।

"কওঁক দেউতা।"

"কি ক'ম গৌৰীশংকৰ? .......দেখিছই কেনেকৈ ব্যৱসায় পৰি আহিছে।. . ...মোৰ বয়সো পৰি আহিছে।........"

"কওঁক দেউতা।"

"চৰকাৰৰ টুৰিজিম ডিপাৰ্টমেণ্টৰ পৰা কিৰণমালাক বিচাৰি মানুহ আহিছে। ....."

বৈ থকা ঠাইতে গছ হৈ পৰিছিল গৌৰীশংকৰ।

সেইদিনা বেলা ভাটি দিয়ালৈকে সি আমন-জিমনকৈ জাগনুৰ দেউতাৰ গোহালিটোৰ পিৰালিতে বহি ৰৈছিল। মাথোন সন্ধ্যাহে এবাৰ সি ওলাই যোৱা হাৰাধনে দেখা পাইছিল।

অকৰ্মণ্য গৌৰীশংকৰক বিচাৰি হায়ৰাণ হৈ অকলেই তিনিটা হাতী পোৱালীক লৈ হাৰাধন টিৰাপলৈ উভতিছিল। শিকলিৰে বান্ধি থোৱা অসহায় কিৰণমালাই অব্যক্ততাত ছাটিফুটি কৰিছিল বোধকৰো তাই পোৱালী বিচাৰিছিল। বোধহয় তাই গৌৰীশংকৰক বিচাৰিছিল।

কিৰণমালাক চৰকাৰী মানুহে আহি লৈ যোৱাৰ পাছতো গৌৰীশংকৰক বিচাৰি জাগনুৰ দেউতাৰ চেষ্টা আৰু যত্নৰ অন্ত নাছিল।

পিছে গৌৰীশংকৰ নাছিল। তাৰ জীৱনৰ শেষ আশ্ৰয় বুলি ভবা টিৰাপ অৰণ্যতো নাছিল, ফানেঙৰ পাৰতো নাছিল। বৰ আচৰিত ধৰণেৰে সি নোহোৱা হৈ গৈছিল। .....য'ত সি পোখা মেলিছিল, সেই অৰণ্যৰ ডাল-পাতেও তাৰ কোনো সন্ধান দিব পৰা নাছিল।

ক'লৈ গ'ল গৌৰীশংকৰ? হাৰাধনৰো বুকুখন মুচৰি উঠিছিল। এনেকুৱাও হ'ব পাৰেনে? আৰু হ'লেও গৌৰীশংকৰেইহে কিয় হ'ল এনেকুৱা?

........ পিছে কেনেকুৱা হ'ল, কোনেও জনা নাছিল।

....... টুৰিজিম অফিচৰ বাৰান্দাত, হাতীশালত দেখা পোৱা ডাড়িয়ে-গোঁফে ভোৰোকাৰ, নিৰ্বিকাৰ, হাতী-প্ৰেমী, কৰ্মী বুঢ়া মানুহটোক অতি সহজেই অফিচৰ মানুহখিনিয়ে আকোৱালি লৈছিল। নিজৰ বিষয়ে একোকে জনাব নোখোজা বৃদ্ধ মানুহটোক কোনেও চিনিকে নাপাইছিল।

কিন্তু কিৰণমালাই গৌৰীশংকৰক চিনি পাইছিল।★★

# ঠিকাদাৰৰ ছোৱালীৰ বিয়া

**প্ৰফুল্ল বৰ্মন**

"ককা বাস্তাটোৰ সিপাৰে সৌ যে ৰভা দিছে আজি তাত কাৰ বিয়া? আমি গধূলি বিয়া খাবলৈ যাম নহয়?" ছবছৰীয়া তুলতুলে বিনন্দ শইকীয়াৰ কোলাত বহি মৰম লগা মাতেৰে আশাৰ পৰশ লগাই কথাটো সুধিছে।

"আমি তেওঁলোকৰ ঘৰলৈ বিয়া খাবলৈ নেযাওঁ তুলতুল" – শইকীয়াই উদাস মনে ক'লে।

"কিয় নেযাম, ঘৰৰ কাষতে বিয়া, শুনাচোন বেনপাৰ্টি বাজি আছে, কিমান যে ভাল লাগিব?"

"আমিক বিয়া খাবলৈ মতাই নাই। আজি আমি আটাইয়ে গধূলি শংকৰদেৱ কলাক্ষেত্ৰলৈ যাম। তাত তোমাক আইচক্ৰিম খাবলৈ দিম।" নাতিয়েকক ভালৰি লগাই শইকীয়াই তাৰ মনটো অন্যফালে ঢাল খুৱাবলৈ বিচাৰিছিল।

"কিয় ককা, আমাৰ ঘৰৰ ওচৰৰ বিয়া আমাক কিয় বিয়াত নেমাতিব?" তুলতুলে আইচক্ৰিমৰ কথাত গুৰুত্ব নিদি সন্মুখতে হোৱা জকমকীয়া বিয়াখন খাবলৈ নেপাব বুলিয়ে আক্ষেপতে অভিমান কৰি ক'লে।

তুলতুলৰ মাক অঞ্জনা শইকীয়াই ককাক-নাতিয়েকৰ কথাখিনি আলেঙে আলেঙে শুনি আছিল। সেয়েহে এই কথাটিয়ে অন্য এটা ৰূপ ল'ব বুলি তেওঁ উমান পাই "ব'লা তুলতুল তোমাৰ গা-ধোৱাৰ সময় হৈছে" বুলি কৌশল কৰি তুলতুলক আঁতৰাই নিলে। লম্বা বেতৰ হেলনীয়া চকীখনত গাটো ভেজা দি আৰু ভৰি দুখন সন্মুখৰ ফালে পোনকৈ মেলি ধৰি বিনন্দ শইকীয়াই দীঘলীয়া নিশ্বাস এটি পেলাই চকু দুটা মুদি দিলে। লগে লগে তেওঁৰ মানসপটত অতীতৰ স্মৃতিবোৰ ভাঁহি উঠিল।

আজিৰ পৰা আঠ/ন বছৰ আগৰ ঘটনা। বিনন্দ শইকীয়া তেতিয়া বান নিয়ন্ত্ৰণ বিভাগৰ কাৰ্যবাহী অভিযন্তা। দুটি ল'ৰা-ছোৱালী আৰু পত্নী কাবেৰী শইকীয়াৰ লগত তেওঁৰ সুখৰ সংসাৰখন নিটোপলভাৱে চলি আছিল। ছোৱালী অমিয়া হায়াৰ চেকেণ্ডাৰী পঢ়ি আছিল আৰু ল'ৰা সীমান্ত গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। বান নিয়ন্ত্ৰণ বিভাগত এজন অতি নিষ্ঠাবান আৰু সৎ চৰিত্ৰৰ অভিযন্তা হিচাপে বিনন্দ শইকীয়াৰ নাম আছে। সেয়েহে কোনো চৰকাৰী কামত গাফিলতি নকৰাকৈ নিজৰ কাৰ্য সুচাৰুৰূপে কৰি চান্দমাৰী গান্ধীবস্তিৰ ওচৰত এটি অসম আৰ্হিৰ ঘৰ সজাই শান্তি মনেৰে দিন অতিবাহিত কৰি আছিল।

বিনন্দ শইকীয়াৰ ঘৰৰ সন্মুখত ৰাস্তাৰ সিটোপাৰত প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ বসন্ত বৰাৰ ঘৰ। ঘৰ মানে এটি প্ৰকাণ্ড অট্টালিকা। দুখন আধুনিক ডিজাইনৰ গাড়ী। অৱশ্যে এই দুখন গাড়ীৰ উপৰিও অহৰ্নিশে তেওঁৰ ঘৰৰ সন্মুখত আৰু বহুত অত্যাধুনিক গাড়ী ৰৈ থাকে। অসংখ্য মানুহৰ সোঁত। দিনে নিশাই মানুহেৰে ভৰি থাকে ঠিকাদাৰ বসন্ত বৰাৰ ঘৰ। বাননিয়ন্ত্ৰণ বিভাগতে তেওঁ ঠিকা কৰে। ঠিকাদাৰসকলৰ ভিতৰত তেওঁৰ নামটো সঘনে উচ্চাৰিত হয় অফিচৰ পৰা ট্ৰেজাৰীলৈকে। কিয়নো তেওঁ হেনো বৰ পাৰাবকুল মানুহ। যিকোনো চৰকাৰ হ'লেও মন্ত্ৰী, এম, এল, এ, আমোলা আদি সকলোৰে লগত তেওঁৰ এটা মধুৰ সম্পৰ্ক গঢ়ি উঠে। সেয়েহে তেওঁ যিকোনো মূল্যৰ ঠিকা পাবলৈ সক্ষম হয় আৰু তেওঁৰ বিলৰ পইচা কোনো দিনে আটক হৈ নাথাকে বৰঞ্চ আগতীয়া হিচাপেহে পায়। বান নিয়ন্ত্ৰণ বিভাগৰ আগৰ সকলো অভিযন্তাৰ লগতো তেওঁৰ সম্পৰ্ক একেবাৰে মধুৰ হৈ আছিল। অফিচতো পিয়নটোৰ পৰা মুখ্য অভিযন্তা'স সকলোৱে ঠিকাদাৰ বসন্ত বৰাক সমীহ কৰি চলে।

সেই বছৰতে পদোন্নতি পাই কাৰ্যবাহী অভিযন্তা হিচাপে এই কাৰ্যালয়তে বিনন্দ শইকীয়াই বৰপেটাৰ পৰা আহি কৰ্তব্যত যোগদান কৰিছিল। ইতিমধ্যে বানপানীৰ পৰা হোৱা গৰাখহনীয়া ৰোধ কৰা, মথাউৰি সজোৱা, নতুন চুইচগেট বনোৱা আদি কাম পাইছে বসন্ত বৰাই। শতকৰা বিশ ভাগ কাম কৰিয়ে অগ্ৰিম ধন হিচাপে পঞ্চাশ শতাংশ ধন লাভ কৰা বৰাই কাম সম্পূৰ্ণ হোৱাৰ চাৰ্টিফিকেট লোৱাৰ যো-জা কৰিছে। অভ্যাসগত কটিনমতে বিভাগীয় কৰ্মচাৰী, অভিযন্তাই নিজৰ নিজৰ টেবিলৰ কাম শেষ কৰি বৰাৰ ফাইল আগবঢ়াই দিছিল কাৰ্যবাহী অভিযন্তাৰ টেবিললৈ। শইকীয়াই ফাইল পৰীক্ষা কৰি সকলো দুষ্কাৰ্যৰ উমান পাইছিল যে শতকৰা আশীভাগ কাম বাকী থকা সত্বেও অকল ধনৰ বিনিময়ত সম্পূৰ্ণ কাম কৰাৰ চাৰ্টিফিকেট বিচাৰি কৰা বিলত ইতিমধ্যে তলতীয়া সহঃঅভিযন্তা বিপ্লৱ দাসেও অনুমোদন জনাইছে। কিন্তু শইকীয়াই এই কাম কেতিয়াও কৰিব নোৱাৰে। তেওঁৰ অনুসন্ধিৎসু মনে এই কাম কৰাত নেপথ্যৰ পৰা যেন বাধা দি আছে। তেওঁ সেয়েহে অনুমোদন নিদি এই ফাইলটো টেবিলৰ ওপৰত পেলাই থৈ অভিযন্তা বিপ্লৱ দাসক কৈফিয়ৎ তলব কৰিলে কিয় তেওঁ কাম সম্পূৰ্ণ নোহোৱাকৈয়ে দাখিল কৰা ঠিকাদাৰ বসন্ত বৰাৰ বিলত অনুমোদন সাপেক্ষ চহী কৰিছে। ইফালে বসন্ত বৰাই কথাটো জানিব পাৰি আচৰিত হ'ল যে কোনোদিনে নোহোৱা নোপোজা কাম এটা কেনেকৈ হ'বলৈ পাইছে? অৰ্থাৎ কাৰ্যবাহী অভিযন্তাই বসন্ত বৰাৰ বিলত অনুমোদন নজনোৱা ইয়াৰ আগতে তেনেকুৱা নজিৰ নাই। কিন্তু অতি চালাক চতুৰ বসন্ত বৰাই নিজকে সংযত কৰি প্ৰথম অন্যান্য ক্ষমূলাবোৰ ব্যৱহাৰ নকৰি নিষ্ঠাবান বিনন্দ শইকীয়াক কি ধৰণে মনাব পাৰি তাৰে কৌশল ৰচনা কৰিবলৈ ধৰিলে। কিন্তু সকলো কৌশল পানীত ডুবি গ'ল। বিনন্দ শইকীয়াক কোনো কৌশলে জয় কৰিব নোৱাৰিলে। ইতিমধ্যে বান্ধি দিয়া সময়ৰ ভিতৰত কৈফিয়ৎ দিব নোৱাৰা আৰু অবৈধভাৱে বিলত চহী কৰা অপৰাধত শইকীয়াৰ প্ৰতিবেদন মৰ্মে মুখ্য অভিযন্তাৰ এটা নিৰ্দেশত কাৰ্যবাহী অভিযন্তা শইকীয়াই সহঃ অভিযন্তা, বিপ্লৱ দাসক চাকৰিৰ পৰা নিলম্বিত কৰিলে। সকলো চেষ্টাৰ অন্তৰালত বিফল মনোৰথ কৰি শেষ অস্ত্ৰ হিচাপে এটা অভিনৱ কৌশল কৰি এদিন আবেলি পৰত ঠিকাদাৰ বসন্ত বৰাই স্ত্ৰীৰ সৈতে হাজিৰ বিনন্দ শইকীয়াৰ বাসভৱনত।

নিয়মিত অতিথি আপ্যায়ন কৰাৰ পিছত শইকীয়াই ঠিকাদাৰ বসন্ত বৰাক কি সকামতনো আহিছে বুলি প্ৰশ্ন কৰিলে।

"ছাৰ, আজি এটা বিশেষ উদ্দেশ্য লৈ আমি দুয়ো স্বামী-স্ত্ৰী আপোনাৰ ওচৰলৈ আহিছো। বহুদিনৰ পৰাই কম কম বুলি মনোৰথ কৰি আজি আপোনাৰ ওচৰত ব্যক্ত কৰিব বিচাৰিছো। আশাকৰো আমাৰ মনোবাঞ্ছা আপুনি পূৰ্ণ কৰিব।" "আপোনাৰ ক'ব লগাখিনিক স্পষ্টভাৱে কওক কোনো দ্বিধাবোধ নকৰিব" বুলি শইকীয়াই ক'লে।

"ছাৰ, মানে আপুনি জানে মোৰ ছোৱালী মীনাক বিয়া কৰাবলৈ ইতিমধ্যে বহুত সম্ভ্ৰান্ত বংশৰ ল'ৰা আহি আমাৰ ওচৰত হাত পাতিছে আমি এতিয়ালৈ একো মত দিয়া নাই। কিন্তু মোৰ ছোৱালী মীনাক আপোনাৰ ল'ৰা সীমান্তলৈহে বিয়া দিয়াৰ কথা ভাবিছো। সীমান্তই ইঞ্জিনীয়াৰিঙৰ চূড়ান্ত পৰীক্ষা দিয়াৰ পিছতে বিয়াখন সমাপন হ'লেও আমাৰ আপত্তি নাই। এই বিয়াখনৰ জৰিয়তে আমাৰ দুয়োটা পৰিয়ালৰ মাজত এটা ভাল সম্পৰ্ক গঢ়ি উঠিব।" বসন্ত বৰাই কথাটো কোনোমতে শেষ কৰি প্ৰশ্নবোধকচিন এটা লৈ শইকীয়াৰ ফালে চালে।

ঠিকাদাৰ বৰাই কিবা এটা যে অভিসন্ধি কৰিয়ে তেওঁৰ ঘৰলৈ আহিছে এই কথাটো সন্দেহ কৰি আগৰ পৰাই মানসিকভাৱে প্ৰস্তুত আছিল শইকীয়া। কিন্তু এনেকুৱা এটা প্ৰস্তাৱো যে বৰাই উত্থাপন কৰিব সেই কথাটোহে তেওঁ ভাবিব পৰা নাছিল কিয়নো তেওঁৰ পুত্ৰ সীমান্ত ইঞ্জিনীয়াৰিং পাছ কৰাই নাই তাৰ বয়সো মাথোন তেইশ বছৰত ভৰি দিছে। আনহাতে বসন্ত বৰাৰ ছোৱালী মীনা দুবছৰ আগতে বি,এ, পাছ কৰিছে। মীনাৰ বয়স সীমান্ততকৈ দুই/তিনিবছৰ বেছি।

বিনন্দ শইকীয়াই ক্ষুব্ধ মনটোক কোনোমতে চম্ভালি লৈ ভদ্ৰভাৱে ক'লে— "বৰা, আপোনালোকে মোৰ ঘৰলৈ আহিছে সেয়েহে মই আপোনালোকক অপমান নকৰো। কিন্তু মই আচৰিত হৈছো যে আপোনাৰ ঠিকাৰ বিলত ন্যায়সঙ্গতভাৱে মই অনুমোদন নজনোৱাৰ কাৰণে অফিচিয়েল কথাটি আমাৰ ঘৰৰ মজিয়ালৈ টানি অনাৰ আপোনাৰ কৌশল দেখি। আপুনি আপোনাৰ ছোৱালীজনীক মোৰ ল'ৰালৈ দিবলৈ ওলাই তাইক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি মোৰ লগত সম্পৰ্ক গঢ়ি আপোনাৰ অনৈতিক আৰু ভ্ৰষ্টাচাৰৰ যিখন খেল খেলিবলৈ লৈছে মই সকলো গম পাইছো। কিন্তু আপুনি ইমান তললৈ যাব বুলি মই ভাবিবই পৰা নাছিলো। আপুনি কেনেকৈ ভাবিব পাৰিলে যে আপোনাৰ ধন, দৌলত, গাড়ী বঙলাৰ লোভত পৰি মোৰ ল'ৰাতকৈ বয়সত ডাঙৰ আপোনাৰ ছোৱালীজনীক মোৰ ঘৰলৈ বোৱাৰী কৰি আনিম? আপোনাৰ দৰে সমাজদ্ৰোহী, জাতিদ্ৰোহী, দেশদ্ৰোহী, ঘোচখোৰ এজনৰ লগত মই বৈবাহিক সম্পৰ্ক গঢ়িম বুলি আপুনি কেনেকৈ চিন্তা কৰিলে?" কথাখিনি কৈ শইকীয়াই খঙত ছটফটাবলৈ ধৰিলে।

কথা শুনি ঠিকাদাৰ বসন্ত বৰাৰ গাল মুখ ৰঙা পৰি গ'ল। তেওঁৰ স্ত্ৰীৰ সন্মুখতে ইমান অপমানজনক কথা শুনিব লগা হৈছে। তথাপি তেওঁ "নহয় ছাৰ, আপুনি ভুল বুজিছে" বুলি ক'বলৈ ধৰোতে বিনন্দ শইকীয়াই মুখৰ ওপৰতে ক'লে "মিঃ বৰা, অনুগ্ৰহ কৰি

আপোনালোক মোৰ ঘৰৰ পৰা ওলাই যাওঁক। মই আপোনালোকৰ কোনো কথা শুনিব নিবিচাৰো।" শইকীয়া বহাৰ পৰা উঠি থিয় হ'ল। লাজে অপমানে একান্ত বাধ্য ছাত্ৰৰ দৰে বসন্ত বৰাও ঘৈণীয়েকক লৈ কোনো প্ৰত্যুত্তৰ নকৰাকৈ ঘৰৰ পৰা ওলাই গ'ল।

তাৰ পিছৰ ঘটনাই অন্যখালে মোৰ ল'লে। প্ৰবল প্ৰতাপী ঠিকাদাৰ বসন্ত বৰাই অনাদায় বিলৰ টকা নোপোৱা আৰু কাৰ্যবাহী অভিযন্তা বিনন্দ শইকীয়াই কৰা অপমানৰ কথা পাহৰিব নোৱাৰি কেনেকৈ এই অপমানৰ প্ৰতিশোধ ল'ব পাৰে তাৰে কৌশলত লাগিল আৰু এটা সময়ত নিলম্বিত সহকাৰী অভিযন্তা বিপ্লৱ দাসৰ লগলাগি বান নিয়ন্ত্ৰণ বিভাগৰ মন্ত্ৰী ডাঙৰীয়াক লগ কৰি কৌশলগতভাৱে বিনন্দ শইকীয়াৰ বিৰুদ্ধে অভিযোগ আনি আৰু ধন-উপঢৌকনেৰে সন্তুষ্ট কৰি এদিন কাৰ্যালয়ৰ পৰা বদলি কৰি দিলে বিনন্দ শইকীয়াক।

আনহাতে নিলম্বন প্ৰত্যাহাৰ কৰি সহঃঅভিযন্তা বিপ্লৱ দাসক পদোন্নতি দি উক্ত স্থানতে অৰ্থাৎ কাৰ্যবাহী অভিযন্তা পদত শইকীয়াৰ ঠাইত স্থলাভিষিক্ত কৰিলে। যুদ্ধত জয়লাভ কৰা ৰজাৰ দৰে ঠিকাদাৰ বসন্ত বৰাই নতুন কাৰ্যবাহী অভিযন্তা বিপ্লৱ দাসৰ সহায়ত পৰি থকা বহুলাখ টকীয়া বিলখন পাছ কৰাই ল'লে। এনেকি আগতকৈ দুগুণ উৎসাহেৰে বসন্ত বৰাই ৰাজকোষৰ তথা জনসাধাৰণৰ টকা কাম নকৰাকৈয়ে লুণ্ঠন কৰাৰ বাধা নোহোৱা পথাৰখনত মুক্তভাৱে বিচৰণ কৰিব ধৰিলে। কাৰ্যবাহী অভিযন্তা বিনন্দ শইকীয়াই কিন্তু নিজকে সেওঁ নামানি বদলিসূত্ৰে ডিব্ৰুগড়ত গৈ কৰ্তব্যত যোগদান কৰিলে। তাৰ পিছৰ বছৰতে তেওঁৰ ল'ৰা সীমান্তই গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজৰ পৰা প্ৰথম বিভাগত প্ৰমোচন পাই আগৰ পৰাই যোগাযোগ কৰি থকা নুমলীগড় ৰিফাইনেৰীত চাকৰি এটা পালে। তাৰে এবছৰ পিছতে বি, এ পাছ কৰাৰ পিছত হায়াৰ চেকেণ্ডাৰী শিক্ষক এজনৰ লগত জীয়েক অমিয়াৰ বিয়া হৈ গ'ল। আৰু একাদিক্ৰমে তেওঁৰ বাল্য বন্ধু কলেজ শিক্ষক নিৰঞ্জন শইকীয়াৰ ছোৱালী অঞ্জনাৰ লগত সীমান্তৰ বিয়াখন পাতি দিলে।

ইফালে এজন এজনকৈ কেবাজনো ল'ৰা অপছন্দ কৰা বসন্ত বৰাৰ ছোৱালী মীনা বৰাৰ বয়স কমাই কমাই আহি ৩২ বছৰত ভৰি দিলে। একালত বিনন্দ শইকীয়াই কৰ্তব্যত অবহেলা কৰা, ঘোচ লৈ অবৈধ বিলত চহী কৰা অপৰাধত নিলম্বিত কৰা সহঃঅভিযন্তা আৰু বৰ্তমানৰ কাৰ্যবাহী অভিযন্তা বিপ্লৱ দাসৰ ল'ৰা অমূল্য দাসৰ লগত মীনাৰ বিয়া ঠিক হ'ল। যদিও চাৰি/পাঁচ বছৰে অমূল্যতকৈ মীনাৰ বয়স বেছি তথাপি প্ৰচুৰ ধন দৌলতৰ পয়োভৰত বুৰ গৈ বিপ্লৱ দাসে তেওঁৰ ল'ৰালৈ মীনাক বিয়া কৰাই অনাত অসম্মত নহৈ সুখ আনন্দহে লভিলে।

যোৱা বছৰ চাকৰিৰ পৰা অৱসৰ লোৱা বিনন্দ শইকীয়াই নাতি অৰ্থাৎ সীমান্তৰ ল'ৰা তুলতুলৰ লগত কথা পাতোতে নিজৰ তলতীয়া অভিযন্তা বিপ্লৱ দাসৰ ল'ৰা আৰু প্ৰথমশ্ৰেণীৰ ঠিকাদাৰ বসন্ত বৰাৰ ছোৱালী মীনাৰ আজিৰ দিনৰ বিয়াখনলৈ নিমন্ত্ৰণ নকৰাত মনত যেন অকণো দুখ পোৱা নাই, তাৰে ভাবে উদ্ৰেগ কৰিছে। অন্ততঃ ভ্ৰষ্টাচাৰী ঠিকাদাৰ আৰু ঘোচখোৰ কাৰ্যবাহী অভিযন্তাৰ অবৈধ কাৰ্যপ্ৰণালীৰ স্বাক্ষৰ স্বৰূপ হৈ সেই টকাৰে পৰিৱেশন কৰা ৰভা ঘৰত বেদনাভুক্ত এসাজ খোৱাৰ পৰা তেওঁ ৰক্ষা পৰিল। ইফালে ঠিকাদাৰ বসন্ত বৰাৰ ছোৱালী মীনা বৰাই ইতিমধ্যে ধন ঐশ্বৰ্যৰ পয়োভৰত কমোৱা তুলাৰ

দৰে নাচি বাগি বিভিন্নজনৰ লগত মন আৰু শৰীৰৰ সঙ্গ-সুখ আদান-প্ৰদান কৰি আনকি অবৈধ সন্তানৰ পৰা বৈজ্ঞানিক অবিহলাৰে মাতৃ হোৱাৰ পৰা ৰক্ষা পৰি শাৰীৰিক মাধুৰ্যতা হানি হৈছে যদিও অৱশেষত তাইতকৈ বয়সত কম চফল ডেকা অমূল্য দাসৰ লগত বিয়াত বহি সামাজিকভাৱে স্ত্ৰীৰ মৰ্যাদা পালে। গতিকে তাইৰ মনত অশান্তিৰ বা-বতাহ প্ৰশ্নই নুঠে। অমূল্যৰনো দুখ ক'ত? কাৰ্যবাহী অভিযন্তাৰ ল'ৰা হ'লেও কলেজীয়া শিক্ষা সাং কৰিব নোৱাৰা অমূল্যলৈ প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ বসন্ত বৰাৰ একমাত্ৰ ছোৱালীক তালৈ বিয়া দিয়াটোৱে তাৰ বাবে গৌৰব। ইফালে দুৰ্গাপূজাৰ সময়তে শীত-তাপ নিয়ন্ত্ৰিত 'চাফাৰি' গাড়ী এখন ইতিমধ্যে ভাবি শহুৰেকে তালৈ উপঢৌকন হিচাপে দিয়ে দিছে। আমাৰ কাৰ্যবাহী অভিযন্তা বিপ্লৱ দাসৰতো কথাই নাই। কু-কাৰ্যৰ দ্বাৰা ৰাজকোষৰ ধন চপাই আনিলেও তেওঁৰ বদলি বা অন্য কোনো ভয় নাই। কিয়নো ভাবি বিঁয়ে বসন্ত বৰা অৰ্থনৈতিক বা ৰাজনৈতিকভাৱে পৰাক্ৰমী বীৰ। শেষত পৰমসুখী আৰু সন্তুষ্টি লাভ কৰা মানুহজন হ'ল প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ এই কাহিনীৰ নায়ক বসন্ত বৰা। কাৰ্যবাহী অভিযন্তাৰ গাদীত যিহেতু ভাবি বিঁয়ে বিপ্লৱ দাস বহি আছে গতিকে টেণ্ডাৰ পোৱাৰ পৰা বিল আদায় পোৱা পৰ্যন্ত তেওঁ অবাধ গতি চলি থাকিব।

হে পাঠকবৃন্দ এই বিয়াখনলৈ যদি দুয়োটা পৰিয়ালৰ আটায়ে সুখী আৰু কাৰো একো ওজৰ আপত্তি নাই তেন্তে আমাৰনো দুখ কৰিবলগীয়া কিটো আছে। নিমন্ত্ৰণ ৰক্ষা কৰি এই জকমকীয়া ৰভাত বহি আমিও মাছ-মঙহেৰে এসাজ খাই অহাটো মঙ্গল। ধনী মানুহৰ বিয়া। ঠিকাদাৰৰ ছোৱালীৰ বিয়া।★★

# পেলু

## খগেশ্বৰ পেগু

আজি বহু বছৰ ধৰি ধনীৰামৰ ঘৰতেই ল'ৰাজন ডাঙৰ-দীঘল হ'ল। আজিৰ পৰা ছয় বছৰ আগতে ধনীৰামে ল'ৰাজনক ঘিলামৰা সাপ্তাহিক বজাৰত লগ পাইছিল। ফিচিকি যোৱা পেন্ট আৰু চোলাৰে তিতিবুৰি ল'ৰাটো সাপ্তাহিক বজাৰৰ ওখ আমগছ জোপাৰ তলত পিৰিকা-পিৰিক চাৱনিৰে মানুহবোৰকে চাই আছিল। তাৰ বাওঁহাতখনেৰে পেন্টটো ধৰি যেনেতেনে কঁকালত লগাই থৈছিল। সোঁহাতখনে মানুহৰ মৰম বিচাৰি বাৰে বাৰে চকু মোহাৰি আছিল। নিঠৰুৱা ল'ৰাটোৰ চকুৱে-মুখে সপ্ৰতিভ পোহৰৰ ৰেখা। মাজে মাজে হুকহুকাই চকুলো টুকে।

ধনীৰামে বহু সময় ল'ৰাটোলৈ লক্ষ্য কৰি আছিল। জীয়া মানুহৰ দৰিদ্ৰতাৰ সৈতে মুখামুখি হোৱাৰ সৰু সৰু প্ৰতিচ্ছবি। ধনীৰামৰ অন্তৰাত্মাই আত্মপ্ৰকাশ কৰিলে– 'মানুহ মানুহৰ বাবে। মানৱীয়তা জীয়াই থকালৈকে মানুহৰ মাজত মানুহৰ অকাল মৃত্যু কেনেকৈ সম্ভৱ।' ধনীৰামৰ অন্তৰাত্মাই তেওঁকেই আঙুলিয়াই ক'বলৈ ধৰিলে- 'সেই ল'ৰাটো দেখিছা? হাতখনত খামোচমাৰি ধৰাঃ বুকুখন বুকুত লগোৱা। চোৰাচোন আঠ-ন বছৰীয়া ল'ৰাটোৱে সহায়ৰ বাবে বাবে বাবে সোঁহাতখন যেনি তেনি ঘূৰাইছে। যোৱা, সাৱতি লোৱা। মানুহৰ মাজত মানুহৰ সন্তান। সময়ৰ বিশাল গৰ্ভত এধানি মৰম নোপোৱাকৈ কেনেকৈ মৃত্যু হ'ব?' ধনীৰামে লাহে লাহে আহি ল'ৰাটোৰ ওচৰত থিয় হ'ল। তেওঁৰ বাওঁহাতখনে ল'ৰাটোৰ সোঁহাতখন স্পৰ্শ কৰিলে। ধনীৰামৰ হৃদয় বাঙ্ময় হ'ল– 'বোপাই তুমি ক'ৰপৰা আহিছা? কাৰ ল'ৰা? ইয়াত কি কৰিছা?' ধনীৰামৰ সন্ধানি প্ৰশ্নত ল'ৰাটোৰ মুখত মাত নাই, মাথো উচুপনি। লাহে লাহে ধনীৰামৰ বুকুৰ মাজত দুই হাতৰ আৱেষ্টনিত ল'ৰাটোৰ সৰু কলিজাৰ টপ-টপনি মাৰ গ'ল। ল'ৰাটো ধনীৰামৰ চাইকেলত উঠি ধনীৰামৰ ঘৰলৈ আহিল। পৰিয়ালৰ এজন হ'ল। ধনীৰামৰ গৰু-গাইকেইজনীয়ে ল'ৰাটোৰ বাঁহীৰ সুৰত অহা যোৱা কৰিবলৈ ল'লে। ল'ৰাটোৰ নাম কি নিজেও নক'লে। দুমাহমানৰ পিছত ধনীৰামে লক্ষ্য কৰিলে ল'ৰাটো শৈতা পৰিছে। ডাক্তৰৰ ওচৰলৈ ল'ৰাটোক নিয়া হ'ল। ডাক্তৰৰ বিধান– 'ল'ৰাটোৰ পেলু হৈছে।' ডাক্তৰী দৰবৰ গুণত ল'ৰাটোৰ শ্ৰীচেহেৰা ঘূৰি আহিল। এদিনাখন ধনীৰামৰ ডাঙৰ ছোৱালীজনীয়ে আলাসতে মাতিলে– 'অ' ই পেলু, ভাত খোৱাহি আহা,' বচ্ সেইদিনাৰ পৰা ল'ৰাটোৰ পোহ্নকি নাম 'পেলু'।

মাজে মাজে ধনীৰামৰ মাজু ল'ৰাটোৰ পঢ়াটেবুলত বহি পেলুৱে ক, খ শিকিলে। নামটোও লিখিব পৰা হ'ল। ল'ৰাটোৰ আগ্ৰহ দেখি ধনীৰামে শ্ৰীমান হেৰুৱা কলিতা নামেৰে

পঢ়াশালীত নাম লিখোৱাই দিলে। ধনীৰাম কলিতাৰ তৃতীয় পুত্ৰৰ মৰ্যাদাত পঢ়াশালীৰ চুক গৰকি ধনীৰামৰ ঘৰত পেলুৰ সুদীৰ্ঘ পাঁচটা বছৰ। পোনে-পোনে তৃতীয় শ্ৰেণীত নাম লিখাই পেলু এতিয়া সপ্তম শ্ৰেণীত। পেলুৰ আনুমানিক বয়স তেৰ বছৰ। সেই ল'ৰাটোৱেই আজি ধনীৰামৰ ঘৰখনৰ সকলোকে কন্দুৱাইছে।

সেই দিনা ধনীৰাম ঘিলামৰালৈ গৈছিল। ঘিলামৰাৰ পৰা সন্ধিয়াৰ চিকিমিকি পোহৰত বাছৰ পৰা সিহঁতৰ গাঁৱৰ তিনিআলিত নামিল। তেওঁৰ বজাৰৰ মোনাত পেলুৰ কাৰণে সপ্তম শ্ৰেণীৰ কেইখনমান কিতাপো আনিছে। বাছৰ পৰা নামিয়েই পোনে পোনে ধনীৰামে ঘৰলৈকে আহিল। পিৰালিত ধনীৰামৰ মাজুজনী ছোৱালী আৰু ল'ৰা দুটা। সকলোকিজনৰ চলচলীয়া চকু। কোনোবাজনক হেৰুৱাৰ বেদনা আৰু কাকতলীয় ঘটনাত আইনৰ মেৰপেচৰ সন্দেহত সংশয়াভিভূত মুখৰ নিশব্দ প্ৰকাশ। ধনীৰামক দেখিয়েই ডাঙৰ ছোৱালীজনীয়ে দৌৰমাৰি জপনামুখতে সাৱত মাৰি ধৰি হুকহুকাই কান্দি ক'লে– 'দেউতা পেলুক পুলিচে নিলে।' পিতৃত্বৰ ব্যক্তিত্বৰে ধনীৰাম গহীন হ'ল। পিৰালিৰ চকীখনত বহি লৈ ক'লে– 'পুলিচ। পেলুক ধৰিবলৈ পুলিচ কেলেই?' ওচৰ চুবুৰীয়া প্ৰেমধৰ বৰাৰ আগমন। পিৰালীত বহি থকা ধনীৰামৰ ওচৰলৈ আহিয়েই ক'লে– 'তোমাক বাৰে বাৰে ক'লো– ল'ৰাটোৰ আঁতিগুৰি জানি লোৱা। মই কোৱা নাছিলোনে যে অচিন কাঠৰ থোৱা নলগাবা বুলি।' দাঢ়ি কমাৰ কোনো আঁতিগুৰি নাই। মাথো ধনীৰামৰ ঘৰত হাঁহাকাৰ আৰু ওচৰ চুবুৰীয়াৰ মন্ত্ৰণা– 'এতিয়া কি হ'ব? কি কৰা যায়?' পুলিচে ধনীৰামক কাইলৈ থানাত হাজিৰ হ'বলৈ কৈ গৈছে। পুলিচ আৰু আইন এইবোৰৰ মেৰ-পেচত সোমোৱা মানেই দুৰ্ভোগ, শণিৰ দৃষ্টি। ডাঙৰ ছোৱালীজনীয়ে কান্দি কান্দিয়েই ক'লে– 'দেউতা আমি হেনো সৰু ল'ৰাটোক অপহৰণ কৰি কাম-বন কৰাই ৰাখিছো।' থানাৰ দাৰোগাই কৈ গৈছে– 'সৰু ল'ৰাক অপহৰণ। আইনৰ কি ধাৰাত পৰে ধনীৰামে এতিয়াহে গম পাব।' ধনীৰাম হতবাক। আজি পুলিচৰ সৈতে ল'ৰাটোৰ অভিভাৱকো হেনো আহিছিল। এখন বগা কাগজত থানাৰ দাৰোগাৰ নিৰ্দেশ 'আজি ছয় বছৰ আগতে হেৰুৱা ল'ৰাটো আপোনাৰ ঘৰত উদ্ধাৰ কৰা হৈছে। তদুপলক্ষ্যে আপোনাৰ জবানবন্দী দিবলৈ কাইলৈ দিনৰ দহবজাত থানাত হাজিৰ থাকিব লাগিব। ইয়াৰ অন্যথাই আপোনাৰ ওপৰত আইনসংগত ব্যৱস্থা লোৱা হ'ব। ধনীৰামৰ অৱস্থা কাহিল। পুলিচ অহাৰ সময়ত পেলুৰ কি অৱস্থা? ধনীৰামৰ মানুহজনীৰ মতে– 'পেলু নাযাওঁ নাযাওঁ বুলি অথিৰ-অবিৰ। অভিভাৱকজনৰ হাতত মাকৰ সৈতে পেলুৰ ফটো একপি। পুলিচে দেখুৱাই দিয়াত পেলুৱে মাকক চিনি পাই হুকহুকাই কান্দি দিলে। বহু পুলিচৰ দাৰোগাক কোনে পায়।' দাৰোগাৰ হুংকাৰ– 'নাবালক ল'ৰাটোক অপহৰণ কৰি ফুচুলাই লুকুৱাই ৰাখিলে আইনে কেতিয়াও মাফ নকৰে।' নাযাওঁ নাযাওঁ কৰি শেষ মুহূৰ্তলৈকে পেলুৱে হেনো আটাউনি পাৰিছিল। সেই সময়ত দাৰোগাৰ শেষ মন্তব্য আছিল – 'আইনমতে নাবালক ল'ৰাৰ মত নচলে। তাৰ অভিভাৱকৰ মতহে গ্ৰাহ্য হ'ব।' পেলুক হেনো দাংকোলাকৈ নিলে। ধনীৰামৰ চিন্তা– 'ল'ৰাটো বা এতিয়া কি অৱস্থাত আছে?'

সেইদিনা ধনীৰামৰ বাবে ৰাতিটো বৰ দীঘলীয়া হ'ল। পিছদিনা পুৱা ন বজাতেই ধনীৰাম থানাত হাজিৰ হ'ল। থানাৰ দাৰোগাৰ সন্মুখত পেলুক লগ পোৱাৰ পৰা যোৱাকালিৰ

সময়লৈকে এখন পূৰ্ণাঙ্গ কাহিনীৰ অৱলোকন। ধনীৰামক দেখিয়েই পেলুৰ আৰ্তনাদ— 'দেউতা মোক লৈ বলক। সৌজন মোৰ মোমাইদেউ। মা-দেউতা মৰাৰ আগতেই মোক ভাগিনৰ মৰমত তেওঁৰ পামঘৰত ৰাখিলে। খোৱা-বোৱাৰ খবৰ নকৰিলে। আনকি মা-দেউতাৰ মৃত্যুৰ খবৰো নিদিলে। এতিয়া গৰুকেইটা ৰাখিবলৈ গৰাকীৰ অভাৱ হ'ল। মোমায়েকৰ মৰমেৰে ভাগিনক বিচাৰি পুলিচ লগালে। দেউতা মোক লৈ বলক।' পেলুৰ এক প্ৰকাৰ আৰ্তনাদ। কান্দোনত চকুপানীৰ ঢল বৈছে। তাৰ আৰ্তনাদ মাথো ধনীৰামেহে শুনা পাইছে। দাৰোগাৰ নিৰ্লিপ্ত উত্তৰ— 'নাবালক ল'ৰাই এইটো বিষয়ত ক'লেও আইনে গ্ৰাহ্য নকৰে। ......হেৰি ধনীৰামকাই, আপোনাক পেলুৱে বচালে। নহ'লে ল'ৰা অপহৰণৰ ধাৰাত এতিয়ালৈকে আপুনি সৌ গড়ালত থাকিলে হয়। এতিয়া এই কাগজখনত চহীটো দি যাওঁকগৈ। মোমায়েকৰ হাতত ভাগিন, আপোনাৰ একো চিন্তা নাই।' দাৰোগাই আগবঢ়াই দিয়া কাগজখনত ধনীৰামৰ থিয় চকু দেখি দাৰোগাই ক'লে— 'চিন্তা নকৰিব। ইয়াত লিখা আছে হেৰুৱা ল'ৰা পেলুক (?) মোমায়েকৰ হাতত মই নিজহাতে চমজাই দিলো। ...কৰক, ইয়াতে চহীটো দিয়ক।' ধনীৰামৰ গত্যন্তৰ নাছিল। চহীটো কাগজখিলাৰ নিৰ্দ্দিষ্ট স্থানত দিয়েই থানাৰ পদূলিমুখত। ঘূৰি চাই দেখিলে পেলুৰ অপলক চাৱনি আৰু ধাৰাসাৰ চকুপানী। অৰ্থ-ধনীৰামে ঠিকেই বুজিলে-- 'দেউতা, তুমি আকৌ এবাৰ মোক কচাইৰ হাতত গতাই দিলা। তুমি যিটো পেলুৰ নাম চিনাকিৰে মোমাইৰ হাতত মোক গটালা, এই নামটো আপুনি আৰু আপোনাৰ ঘৰখনেহে জানে। মোমায়ে মোক বিনা বেতনৰ গোৱাল ল'ৰা বুলিহে জানে। ভাগিন চিনাকিটো তেওঁৰ আত্মপক্ষ সমৰ্থনৰ কবচহে। দেউতা, এবাৰ যুঁজ দি হ'লেও মোক ইয়াৰ পৰা মুকলি কৰি লৈ যাব নোৱাৰিবনে?'

ধনীৰামৰ খোজবোৰ মদখোৱা মদপীৰ খোজৰ দৰে ঢলং পলং হ'ল। থানাৰ দাৰোগাৰ বিৰুদ্ধে যুঁজাৰ সামৰ্থও তেওঁৰ নাই। পেলু তেওঁৰ বাবে পেলুৱেই হৈ থাকিল। ছ বছৰে তেওঁৰ উপাৰ্জন খালে। এতিয়া মূৰলৈ উঠিল। ধনীৰামৰ মগজু উতলি উঠিল। পেলু মূৰলৈ উঠিলে হেনো মূৰ ঘূৰণি হয়। ধনীৰামে গামোচাৰে মূৰত আটিলকৈ পাগুৰি বান্ধি যেনে-তেনে ৰাস্তাত উঠিল। কোবাকোবিকৈ ঘৰলৈ পোন বাট ল'লে।★★

# কাবাব মে হাড্ডি

মামণি দিহিঙীয়া

নিজৰ ছিটৰ পৰাই মণিমালাই মোক মিচিকমাচাককৈ হাঁহি হাঁহি জোকাই আছে। জয়শ্ৰী, সুন্দৰ কোনো বাদ পৰা নাই। মোৰ সহযাত্ৰীয়ে ওপৰৰ বাৰ্থত যথেষ্ট আৰামেৰে বিশ্ৰাম লৈছে। মোতকৈ বয়সত কমেও দহবছৰৰ সৰু আৰ্মী অফিচাৰ এজন। মণিমালাই কৈছে 'তোমাৰ গাৰ্ড অব অ'নাৰ, ছিকিউৰিটি সব হৈছে চিন্তা নাই...' চেপা মাতেৰে কৈছোঁ – 'চুপ, আই উইল বিট ইউ....' জয়শ্ৰী আৰু সুন্দৰৰ লগতে অকণমানি কেইটাইও হাঁহিছে। ওপৰৰ ভদ্ৰলোক একেবাৰে নিৰ্বিকাৰ।

হেৰী প'টাৰৰ মস্ত কিতাপ এখন লৈ অভি আৰু মানুৰ মাজত টনাটনি লাগিছে। ভূতৰ গল্পৰ পৰা আৰম্ভ কৰি ভেছ্য ফ্ৰাইৰ জ'কছলৈকে সব চলিছে। চাহ কফি টমেটো চুপ কাটলেটলৈকে সৰুসুৰা হুলস্থূল এখন হৈ আছে। পেষ্ট্ৰি কাবৰ পৰা কফি অহাৰ ধুম দেখি অভিয়ে এবাৰ কৈ উঠিল 'য়ে ট্ৰেইন হেয় ক্যা কফি চ'প।' কাষৰ কোঠাৰ পৰা ভাঁহি আহিছে কোনোবা গাভৰুৰ গীতৰ সমবেত সুৰে 'তেৰে বিনা জিন্দেগীসে কয়ী চিকৱা তো নহী...' উচ্ছল অথচ বেদনাৰ্ত। সঁচাকৈয়ে নাইনে?

মিছেছ সেনে খুউব গহীনকৈ বহি আছে। তেওঁৰ হাঁহিবলৈ দিগদাৰি। খুউব ছিৰিয়াছ। মণিমালাই আকৌ এবাৰ মুখ টিপি হাঁহিছে।

'ইমান ভাবি মৰাৰ কি দৰকাৰ, আমাৰ বোবোতো আহি আছে কি বা দিন পৰে।'

'যি পৰে পৰিব আৰু, তুমি বাধা দিব পাৰিবা নেকি? তোমাৰ হাততো নাই কাৰো হাতত নাই। দাদাইতো কৈছেই, তোমালোকক মোৰ কথা ক'বলৈ মন নাযায়, তোমালোক দ্য মাদাৰছ, সব একে, ইভেন মাই ৱাইফ। খালী ল'ৰা-ছোৱালী কেইটাৰ লগত। ইমান মোহ ভাল নহয়।' মই ক'লো।

'ভাল নহ'লেও কি মোহ নাথাকে? তোমাৰ মোহ নাই? ল'ৰাৰ লগত ইমান কষ্ট কিয়? এৰি দিবওতো পাৰা, এতিয়া ডাঙৰ হ'ল...' মণিমালাৰ চিধা তীক্ষ্ণবাণ মোৰ ফালে।

'দাদাইহে কৈছে, মোৰ কথাতো নহয়, একেবাৰে গালি দি দিলা?' মণিমালাই হাঁহিলে 'হঁ? সবকে দিব নোৱাৰি দিয়া, তুমিয়েই কোৱাচোন কাক গালি পাৰিব পাৰি?'

'নিজৰ হাজবেণ্ডক।' মোৰ কথাত সুন্দৰে হো হোকৈ হাঁহিলে। জয়শ্ৰীলৈ চাই ক'লে 'শুনিছা? জয়শ্ৰীয়েতো মোৰ লগত ৰাতি দিন দনেই লাগি থাকে।' পিছৰখিনি মোৰ ফালে।

'ই-উ' জয়শ্ৰীয়ে বাওঁহাতেৰে সুন্দৰৰ গাত এটা ঢকা মাৰিলে। মণিমালা আৰু মই যথেষ্ট আমোদেৰে উপভোগ কৰিলো। মিছেছ সেনে গহীনাই লৰচৰ কৰি বহিল।

'ত্ৰিচুৰলৈ গৈছে কেতিয়াবা?' সুন্দৰৰ প্ৰশ্ন।

'গৈছো এবাৰ, কিবা চাবলগীয়া আছে জানো?' মোৰ উত্তৰ।

'কিয় আমি থাকো, জয়শ্ৰী আৰু মই' সুন্দৰৰ কথাত সবেই হাঁহিলো।

'ক'ভালাম চালে?'

'চাইছো আগতে, বটিং কৰিছো, কিন্তু পানীতো পিকিউলিয়াৰ...

'মানে?'

'আৰব সাগৰৰ বগুচুৰা হাঁই বৰণীয়া পানীৰ মাজত ক'ভালামৰ পানীয়ে কেনেকৈ পিক'ক ব্লু হৈ গ'ল আচৰিত লাগে। মোৰ অৱশ্যে সংঘুমাঘম্নে কি, ভালকৈ উচ্চাৰণ কৰিব নে'ৱাৰো, সেইখন বীচহে সবতকৈ ভাল লাগিছিল।'

'এনি পিকিউল্যাবিটি?'

'টৌবোৰ পথালিকৈ এটা এটাকৈ নাহে, দীঘলকৈ আহে, বিউটিফুল, সাপৰ নিচিনা দীঘলকৈ আহে। জোনাকত অপূৰ্ব দেখি।'

'মই দেখাই নাই।'

'কেনেকৈ দেখিব, ফেমিলি চাবলৈকে সময় নাই' জয়শ্ৰীৰ উত্তৰ।

'তুমহাৰা পেৰ ভৱানেকে লিয়তো মিলতা হ্যেয় না', সুন্দৰৰ কথাত সবৰে লগতে গহীনাই বহি থকা মিহেছ সেনেও হাঁহিলে।

খুউব মনোযোগেৰে কিতাপ এখন আগত লৈ বহি আছে এজন যুৱক। দূৰৰ পৰাই মোৰ কিতাপখন চিনাকি লাগিছে, 'লাভ এণ্ড বেইলী'? হয় মোৰ ভুল হোৱা নাই। ছাৰ্জাৰীৰ পি জি ষ্টুডেন্ট চাগে। আমাৰ কথা বতৰা হাঁহি ধেমালিবোৰে কিছু আমনি দিব পাৰে বুলি অনুভৱ কৰিলো। বেচেৰা পঢ়িছে পঢ়ক, এইখন হাতত পৰিল যেতিয়া নমবালৈকেতো আৰু নিস্তাৰ নাই।

অত্যাধুনিক সাজপাৰেৰে উগ্ৰ চেন্টৰ সুবাস ছটিয়াই গাভৰু ছোৱালী কেইজনীমান আমাৰ কেবিনৰ খালী বাৰ্থটোত বহিল। বোধহয় ইমান পৰে আন এটা কেবিনত আছিল। মণিমালাই কেৰাহিকৈ আৰু মই চিধাকৈয়ে চালো, ধুনীয়া ছোৱালী, উগ্ৰ আধুনিকা, ফিৰফিৰিয়া গাত লিপিট খোৱা পোছাকেৰে উদ্ধত যৌৱনৰ হাঁহি গোটেই কোঠাত বিয়পি পৰিছে। ইছুট-বিছুট খোজ, দুবাৰমান আগেদি অহা যোৱা কৰোতে কাবোবাৰ খুলি থোৱা জোতা-চেণ্ডেল ক'ৰবাত পালেগৈ। মনে মনে ভাবিলো, আমাৰ দিনত আমিও এনেকুৱা আছিলো নেকি? মনত নপৰে, এনেকুৱা কাপোৰ? কল্পনাই কৰিব নোৱাৰি, এনেকৈ খোজকঢ়া? মাইণ্ডৰ এবাৰ মাতেই যথেষ্ট ইমানজনী ছোৱালী, ডাঙৰৰ আগত কেনেকৈ খোজ কাঢ়িব লাগে নাজানে। ইমানকৈ বুকু ফিন্দাই খোজ কাঢ়িলেওতো ভাল নেদেখি, ভালগাৰ দেখি, সৌন্দৰ্য স্থায়ী নহয়। এইবিলাক পুৰণা কথা, আমাৰ দিনৰ।

মুখত কথাৰ আখৈ ফুটিছে। বাকীবোৰ মানুহ যেন এই প্ৰথম গাঁৱৰ পৰা চহৰ চাবলৈ ওলাই আহিছে, অন্ততঃ ব্যৱহাৰ পাতি ভাৱ ভঙ্গীত তেনে আচৰণেই ফুটি উঠিল।

মণিমালা আহি মোৰ কাষত বহিল।

'কি গাৰ্ড অব অ'নাৰ ল'বলৈ আহিলা নেকি?' কাণৰ কাষত ফুচফুচাই সুধিলো। চকুৰেই এনেকৈ উত্তৰ দিলে যেন পাৰিলে মোক মাৰিবহে এতিয়া। অলপ বৈ সৰু সৰুকৈ ক'লে, 'জানা, মিছেছ সেন খুউব দুঃখী, মিঃ সেনতো তাতকৈয়ো বেছি।'

'ইমান দুঃখ কৰিবৰ কি আছে, বোৱাৰী আহিছে, বাচ্ছা হ'ব, কিমান সুখৰ কথা। তেওঁৰেই সবতকৈ আনন্দ হ'ব।

'নহয় বোৱাৰীয়েক এতিয়াই মাকৰ ঘৰলৈ গ'ল... হায়দৰাবাদৰ পৰা কলকাতালৈ জিদ কৰি আহিছে। মিঃ সেনেও অকণো ভাল পোৱা নাই।'

'হ'ব পাৰে, হায়দৰাবাদততো এতিয়া খুউব গৰম।'

'কলকাতাত কি ঠাণ্ডা? তোমাৰযে কথা!'

'প্ৰথম বেবীটো সবেই মাকৰ ঘৰত বিচাৰে আৰু....'

'মিঃ আৰু মিছেছ সেনতো হায়দৰাবাদত থাকিবলৈকো ৰাজী হৈছিল, সেনে কিমান মৰম কৰিছিল, ছোৱালী নাই, বোৱাৰীক নিজৰ ছোৱালীৰ দৰে মৰম কৰে দেখা নাই....'

'দাদাতো তেনেকুৱাই, সবকে মৰম কৰে।'

'বোৱাৰী কিন্তু ইমান চিম্প'ল নহয়। আৰু দাদাইতো কৈছেই, সৌৰৱণীখন নিমিলালে, তেনেকৈয়ে বিয়া পাতিছে। এই হেন সোণৰ খনি ল'ৰাটোৰ বিয়াখন এনেকুৱা এজনী ছোৱালীৰ লগতহে হ'ল একেবাৰে.....' বাকীখিনি নক'লে।

'কোন ৰাঘৱ দাদা?'

'অতো'

'দাদাইনো ইমান সৌৰৱণী কোষ্ঠী কিয় ধৰি থাকে? আজিকালিৰ দিনত বিয়া যাৰ লগত আছে হ'বইতো।'

'তাতেইতো।'

'মানে?'

'সিহঁতৰ সংসাৰ সুখৰ নহ'ব বুলি মোক সদায় কৈ থাকে।'

'নক'বা দেই মণিমালা, এইবোৰ কথা শুনিবলৈ ভাল নালাগে।' মোৰ কথাত মণিমালা মনে মনে থাকিল কিছুসময়। কথাতো কমতি ছিঁৰিয়াছ নহয়, এবাৰ মুৰত সোমাল যদি ওলোৱা টান। ৰাঘৱদাদা মণিমালাৰ ডাঙৰ ককায়েক, চুলিৰ আগটোলৈকে বামুণ। মণিমালা ওলোটা। ঘৰৰ অমতত অন্য জাতৰ ল'ৰা বিয়া কৰোৱা বাবে বহুদিন মাতবোল নোহোৱাকৈ আছিল, পিছত ঠিক হ'ল। এদিন মনে মনে সিহঁত দুয়োজনৰে সৌৰৱণী মিলাই চাইছিল, মণিমালাৰ হাতত ধৰা পৰিল। খুউব গহীনাই ক'লে বোলে জোৰা আহিছে যা, একেবাৰে ৰাজজোৰা নহ'লেতো তাৰ ইয়ালৈ অহা বন্ধ কৰি দিলোহেঁতেন।

'এটা কথা মণিমালা, এই সৌৰৱণী-তোৰৱণীৰ কাৰবাৰটো খুউব এটা বেয়া নহ'লেও খুব ভালো নহয়, আগতীয়াকৈ সববোৰ জনাটোও বেয়া।' মই অলপ নিৰুদ্বেগেৰে ক'লো

আৰু সৰবে সঁচা হ'ব কি মানে আছে।'

'হুঁ' বুলি মণিমালাই দীঘল উশাহ এটা টানিলে। 'সঁচা কথা সব কি দাদাই তোমাক ক'ব বুলি ভাবিছা? একো নকয়, ভাল হ'লে কোবাৰ চান্স আছে, বেয়া দেখিলে নিজৰ মুখত ভৰাই বহি থাকিব, কেতিয়াও নকয়। বৌকে নকয়, মই কেতিয়াবা কায়দা কৰি উলিয়াই লওঁ।'

নীৰবে কিছু সময় পাৰ হ'ল। খোলা গিলাছ এটাত ফ্ৰুট জ্যুচ আৰু আনখন হাতেৰে মস্ত কাজুৰ পেকেট এটা লৈ মণিমালাক ক'লো খোৱা, খোৱা চিন্তা পিছত কৰিবা।' তাই হাতমেলি ধৰিছিলহে, ঠিক তেনেকুৱাতে কাজুৰ পেকেট ফচংকৈ উবি মজিয়াত পৰিল। মজিয়া কাজুৰে বুটা বাছি গ'ল। গোটেইসোপা জ্যুচ পৰিল কাপোৰে কানিয়ে। তৰ্কিবই নোৱাৰিলো। অত্যাধুনিকা এগৰাকীয়ে ইমান ইছুট বিছুট খোজেৰে মহতিয়াই লৈ গ'ল পাছতহে গম পালো।

'ইউ কেয়াৰলেছ্ ফেল' মোৰ চিএৰত মণিমালা ব্যতিব্যস্ত হৈ উঠিল, ছ'ৰি ভাই, বুঢ়া হৈছেতো চম্ভালিবই পৰা নাই।'

মিছেছ্ সেনে থোপাকৈ ছোৱালীজনীলৈ চালে। জয়শ্ৰীয়ে দূৰৰ পৰা মোলৈ বেঁকা হাঁহি এটা মাৰিলে। ছোৱালীজনী বেপৰৱাকৈ এক ছেকেণ্ড মান ঠাইতে ৰ'ল আৰু জোতাৰ খটক খটক শব্দ কৰি সিফাললৈ গুচি গ'ল। টাইট জিনছ, গা জিলিকি থকা পাতল টপ এটাৰে উদ্ধত যৌৱন কঢ়িয়াই লৈ ফুৰা ছোৱালীজনীলৈ মোৰ বিৰক্তি আৰু খং যেনেকৈ উঠিল, তেনেকৈ পুতৌও জন্মিল। 'ছৰি' বুলি কোৱাৰ প্ৰয়োজনবোধ নকৰিলে।

খোৱাৰ পৰ্ব তাতে শেষ হ'ল। তিতা কাপোৰ কানি জোকাৰি মণিমালা আৰু মই মুখৰ ভিতৰতে ভোৰভোৰাই উঠিলো।

কিছু সময়ৰ পাছত আধা ফুটা ইংৰাজীৰে 'ইন্টেষ্টিনেল অবষ্ট্ৰাকচন'ৰ সৈতে ছাৰ্জাৰীৰ তুমুল চৰ্চা হ'ল ইনষ্টিটিউটৰে মেডামৰ পৰা পৰীক্ষাৰ গাৰ্ডলৈকে। কোঠাটোত সবেই ইমান পৰে ইংৰাজীতে কথা পাতি আছিলো যদিও মাজে মাজে হিন্দীও চলিছিল কিন্তু এইবাৰ ইংৰাজী কোৱাৰ ধৰণ শুনি বুজিবলৈ বাকী নাথাকিল, মেডিকেল কলেজৰে বোধহয় ফৰ্থ ইয়েৰ মানৰ হ'ব। মেডিকেলবো গুৰু গোসাঁই নমনা বছৰ এইটোয়েই, ছিনিয়ৰ তিনিয়ৰ ক'ৰবাত পৰি থাকে। তথাপিও মনে মনে ভাবিলো, মেডিকেল ষ্টুডেন্ট ইমান অভদ্ৰ কেতিয়াৰ পৰা হ'ল? আৰু এইবিলাক ড্ৰেছ? মেডিকেল প্ৰফেছন ডুবিল আৰু। মোৰ মনৰ ভাব বুজিব পাৰিয়েই হ'বলা বাহিৰ হৈছে পখী, বোধহয় সেয়ে।'

'তোমাৰ ল'ৰাওতো মেডিকেল পঢ়ে, বাহিৰত এনেকুৱা ব্যৱহাৰ কৰে নেকি? সৌ তাতেযে এজন বহি আছে কিতাপৰ পৰা মূৰে দণ্ডা নাই।' বিৰক্তিৰে ক'লো।

বহু সময়ত কথা নপতাকৈ থম থমকৈ শকত ভদ্ৰলোক এজন বহি আছিল। কথাই কথাই মণিমালাই মোৰ লগত তাইৰ হাজবেণ্ডৰ ডায়েবেটিছৰ বিষয়ে কিছুকথা পাতিছিল। কৰিব লগা নলগালে কিছু কথা মই তাইক কৈ আছিলো লাহে লাহে। হঠাতে ভদ্ৰলোকজনে আমাৰ ফালে ঘূৰি ক'লে 'আৰ ইউ আ হিউমেন ডক্তৰ?' মই শলাগিলো। তেওঁ পুনৰ ক'লে 'আই এম ডক্তৰ গ্ৰাহাম.... আ চাৰ্জিকেল কনছালটেন্ট ফ্ৰ'ম...'

আত্মগৌৰবত আত্মহাৰা ছোৱালী কেইজনীৰ উদ্ধত চিএৰ হঠাৎ কাৰেন্ট যোৱা টিভিৰ দৰে হ'ল।

অসমত লেপাৰস্কপীক চাৰ্জাৰী কেনেকুৱা চলিছে, মেডিকেল কলেজত আছেনে নাই ইত্যাদি কিছুমান কথা ডক্তৰ গ্ৰাহামে মোৰ লগত পাতিলে, মণিমালাৰ মেডিকেল পঢ়ি থকা ল'ৰাটোৰ বিষয়ে তাইৰ লগতো কিছু কথা পাতিলে। লাজত নে বিৰক্তিত পাংচাৰ হোৱা টায়াৰ টিউবৰ নিচিনাকৈ ছোৱালী কেইজনী উঠিল আৰু একেই উদ্ধত খোজেৰে আন এটা কেবিনলৈ প্ৰস্থান কৰিলে। এজনীয়ে যাওঁতে ওচৰত কৈ গ'ল, 'কাবাব মে হাদ্দি।'

ধুনীয়া ছোৱালী এজনীৰ মুখত কথাষাৰ বৰ আপচু লাগিছিল।

আন এটা কেবিনৰ পৰা তেতিয়াও হিন্দী গানৰ অপূৰ্ব লয় আৰু সুৰ ভাঁহি আহি আছিল।

'মণিমালা।'

'হুঁ?'

'চাপ'জ, এই ছোৱালী কেইজনীৰে এজনীক যদি তুমি তোমাৰ ল'ৰালৈ এদিন আনিব লগা হয় কি কৰিবা, এইয়ে ক'লে কাবাব মে হাদ্দি।'

'তোমাৰ ল'ৰালৈ আনিব লগা হ'লে?'

'ক'ম, আমি তোমালোকৰ মাজত কাবাব মে হাদ্দি হ'বলৈ নাযাওঁ, চিন্তা নকৰিবা।'

বহুত সময়ৰ পাছত মিছেছ সেনে এইবাৰ মুকলিকৈ হাঁহিলে, 'দেখা নাই, একেবাৰে এক্সিবিশ্বন কাম ছেল।'

'হ্যা?' মুখ মেলি ৰৈ গ'লো। 'দাদাক সুধি ল'ব, মণিমালাটো আছেই' মিছেছ সেনৰ কটাক্ষ।

'মোৰ দাদা বুলি ইমান মোকেই কিয় কৈ থাকে? আপোনাৰ একো নহয়?'

'ছোৱালী কেইজনীৰ সোঁৱৰণী কেইখন এতিয়াই কালেক্ট কৰি থোৱা, পিছত নকলেওতো দি দিব পাৰে।' মোৰ কথাত মণিমালাই হাঁহিলে।

'বুজিছা মণিমালা, মোৰ ভাইটিৰো এই সোঁৱৰণী কোষ্ঠী এইবোৰত কিছু ইন্টাৰেষ্ট আছে, সি কিন্তু বহুত কিবা কেলকুলেশ্বন কৰে নিটমাৰিকেল। দেখিয়েই মোৰ নমস্কাৰ। সি কিন্তু এদিন মোক কৈছে, এইবোৰ চোৱা বা মিলোৱাতো টান কাম নহয়, মেথমেটিকেল, কিন্তু কথা হ'ল এটা পেয়াৰৰ কোষ্ঠী মিলিলেও সিহঁতৰ বিয়া নহ'বও পাৰে, আন হাতে কাৰোবাৰ একেবাৰে নিমিলিলেও দে আৰ ডেষ্টিনড্ টু বি মেৰিড। কথাটো ইম্প'ৰটেন্ট, হয়নে নহয় কোৱা? ইমানবোৰ লাখ কোটি মানুহৰ সবৰে কি কোষ্ঠী চাই বিয়া হয়?'

'সেইটোয়েইতো কথা',

'মানে?'

'মানে, এইবোৰ চোৱা মানুহে নিজৰ ল'ৰা-ছোৱালীৰো চাই থয়তো, আননেচাৰেল কিবা দেখিলে দুঃখ পায়। ৰাঘৱ দাদাৰতো....' মণিমালা আধাকোৱাতে ৰৈ গ'ল।

'ৰাঘৱ দাদাৰ কি?'

'থাকক দিয়া, এইবোৰ কৈ কি লাভ?'

'তুমিও একেবাৰে চেন্ট পাৰচেন্ট ভনীয়েক। মোকতো দাদাই একো নকয়, মোৰ সৌৱৰণী কোন্টীও একো নাই, সকলতেই হেৰাইছে দেউতাৰ ট্ৰেন্সফাৰৰ কোবত। ল'ৰাৰ আছে কিন্তু একো নকয়, কেৱল কয়, অল মাদাৰছ আৰ ছেইম— সেইটো বাৰু বুজিলো।

'ৰাঘৱ দাদাৰ বহুত দুঃখ আছে বুজিছা...... দাদায়ে একেবাৰে পুৰাপুৰি বামুণ, ল'ৰাৰ সৌৱৰণীত বোলে একেবাৰে শূদ্ৰিৰৰ ছোৱালীহে আছে আৰু আৰু বহুত কিবা কিৰি, বৌয়ে মাজে মাজে দুঃখ কৰে। বৌক এতিয়াৰ পৰাই মেন্টেলি প্ৰিপেয়াৰড্ হৈ থাকিবলৈ কৈছে যাতে পাছত দুঃখ নাপায়'।

'এইবিলাক কথা ইমান ছিৰিয়াছলি লোৱাৰ দৰকাৰ নাই, মানুহটো সব একেই, ইমান কষ্ট পাবৰ কি আছে?'

'আছে, সব মানুহ একেই নহয়, এইটো একেবাৰে মিছা কথা', মিছেছ সেনে বহাৰ পৰাই দীঘলীয়াকৈ ক'লে। মনে মনে থাকিলো।

'দাদাৰ নিজৰেই ইমান দুঃখ আছে, এটা ল'ৰা, বোৱাৰী আনিব, তাৰতো বিয়া পতাৰ একেবাৰে ৰাইট্ টাইম হৈ গৈছে, সেয়াও যদি ছোৱালী এইযে কাবাব মে হাড্ডি হয়, কি কৰিব? দুঃখেইতো কৰিব।'

ইমান পৰে মনে মনে কিতাপ মেলি আৰাম কৰি থকাৰ পৰা মিঃ সেনে মাত লগালে, 'মইতো তাকেই কৈছো, ৰাঘৱদাদাই এইবোৰ কোষ্ঠী সৌৱৰণী মিলিল নিমিলিল কৰি থাকিলেই আচল প্ৰব্লেমটো ছ'লভ হৈ নাযায়তো। ছোৱালী বিচাৰিলেই পাব ক'ত? প্ৰডাকচনেইতো নাই।'

বৈ গ'লো। মিনিটৰ বাবে হ'লেও মুৰত ভেকুৱাম থকা যেন লাগিল। মিছেছ সেন আৰু মণিমালাৰ মুখত বিষাদৰ ছাঁ এটাই টৌ খেলি গ'ল।

সিটো কেবিনৰ পৰা সুন্দৰ আহি আমাৰ কাষত থিয় দিছিলহি, 'দে অল আৰ ফ্ৰ'ম কমাণ্ডো হস্পিতেল, ফাৰ্ষ্ট ইয়েৰ নাৰ্চিং..... জয়শ্ৰী হেজ গেট্ দ্য ইনফ'ৰমেশ্বন্...' সুন্দৰৰ মুখত কৌতুকৰ হাঁহি।

'দি বে', গয়িং টু চাৰ্জ দ্য' হিউমেনিটি? মুখৰ পৰা ক'ব নোৱাৰাকৈয়ে ওলাই আহিল 'মাই গুডনেছ।'

কিছু সময়ৰ বাবে হ'লেও আটাইকেইজন নিৰ্বাক নিস্তব্ধ হৈ গ'লো। নিবিষ্ট মনেৰে কাষৰ কোলাহল পাহৰি একান্ত মনেৰে 'লাভ এণ্ড বেইলী' পঢ়ি থকা যুৱকজনলৈ চাই ভাবিলো, সঁচায়ে প্ৰডাকচন বন্ধ হৈ গ'লনে? ক'তো এজনীও ভাল ছোৱালী দেখিবলৈ নাপাম? তেনেহ'লে 'তেৰে বিনা জিন্দেগী ভী লেকিন জিন্দেগী তো নেহী' বুলি দৰদ ঢালি গাই থকা গায়ক ছোৱালীজনী আৰু তাইৰ দৰে আমি নেদেখাকৈ থকা বতাহত সুৰৰ লহৰ তুলি পাখি মেলি দিয়া বাকীবোৰ? নে সিহঁতেও আজিকালি গান গাবলৈ এৰিলে।

★★

# সহায়

## দীপক কুমাৰ গোস্বামী

আমি বিশ্ববিদ্যালয়ৰ দুজন ছাত্ৰ পুনেৰ পৰা লক্ষ্নৌলৈ ৰেলেৰে যাত্ৰা কৰিছিলো। তাৰ পৰা লক্ষ্নৌ এক্সপেছত গুৱাহাটীলৈ অহাৰ কথা। আসন সংৰক্ষণ নোহোৱাকৈ আমি উঠিছিলো তৃতীয় শ্ৰেণীৰ টিকট কাটি। গতিকে সেই যাত্ৰা সুখকৰ নাছিল। অনেক হেঁচা-ঠেলাৰ মাজেৰে আমি প্ৰায় এহেজাৰ কিলোমিটাৰ বাট অতিক্ৰম কৰি ঝাঁচী ষ্টেচন পালোঁহি। মোৰ বৰ ভোক লাগি আহিছিল। ষ্টেচনটোত ৰোৱাৰ লগে লগে ডাইনিং কাৰত খাবলৈ নামি যোৱাৰ প্ৰস্তাৱ বন্ধুজনক দিলো। তেওঁ নিৰ্বিকাৰ। দবাটোৰ পৰা নানামে। পেটৰ তাড়নাই মোক ঠেলি নমাই দিলে। ডাইনিং কাৰৰ ওচৰ পোৱাৰ লগে লগে মাংস-মচলাৰ গোন্ধে মোক ভোক তীব্ৰতৰ কৰিলে। চীকেন কাৰী আৰু ভাতৰ অৰ্ডাৰ দি অপেক্ষা কৰা সময়খিনি বৰ দীঘলীয়া হোৱা যেন লাগিছিল। ইতিমধ্যে ৰেল চলিবলৈ আৰম্ভ কৰিলে। ভাতখিনি দি যোৱাৰ লগে লগে মই গো-গ্ৰাসে খাবলৈ ধৰিলো। জান্তৱ তাড়না তৃপ্ত হোৱাৰ পাচতহে মই সন্মুখত বহি থকা মানুহজন ভালকৈ লেখা পালো। আচলতে তেতিয়াহে মোৰ মুখমণ্ডললৈ স্বাভাৱিকতা ঘূৰি আহিছিল। মানুহজনেই প্ৰথমে মাত লগালে, 'আপুনি ক'লৈ যাব?'

মই ক'লো, 'লক্ষ্নৌ'।

'কি, লক্ষ্নৌ?

'হয়, হয়।'

'কিন্তু এইখন ৰেল দিল্লীলৈহে গৈ আছে।'

'মই পুনেৰ পৰাই লক্ষ্নৌলৈ যাত্ৰা কৰি আহিছোঁ। এতিয়া দিল্লীলৈ কিয় যাব?'

মোৰ ৰেলৰ যাত্ৰাৰ অভিজ্ঞতা অতি কম আছিল আৰু মানুহজন আছিল অভিজ্ঞ। তেওঁ বুজাই দিলে যে মই উঠি অহা ডবাটো লক্ষ্নৌলৈ যোৱা ৰেলৰ লগত লগাই দিলে আৰু 'ডাইনিং কাৰ' লগ লাগিল দিল্লীলৈ যোৱা ৰেলৰ।

মোৰ পেটতে হাত-ভৰি লুকাল। জেপত আছে মাত্ৰ দহটা টকা। তাৰেই ভাতৰ দামো দিব লাগিব। ৰেলৰ টিকট আৰু বাকী পইচা বন্ধুজনৰ লগতে থাকিল। মানুহজনে জনালে যে আৰু এঘন্টামান পাচত ৰেল গোৱালিয়ৰ পাবগৈ। তাৰ পৰা মই ঝাঁচীলৈ উভতিব পাৰিম।

গোৱালিয়ৰ ষ্টেচনত নামি ঝাঁচীলৈ যোৱা ৰেলৰ খবৰ ল'লোঁ। ৰেল নাই সেইসময়ত। মোক বাছেৰে যাবলৈ পৰামৰ্শ দিলে এজন ৰেলৰ কৰ্মচাৰীয়ে। ভাতৰ দাম চাৰে-ছয় টকা দিয়াৰ পিছত মোৰ হাতত ৰৈছিলগৈ চাৰে-তিনি টকা। ৰেৰাগাড়ী এখনত উঠি দহ পইচা খৰচ কৰি বাচ ষ্টেচন পালোগৈ। গোৱালিয়ৰৰ পৰা ঝাঁচীলৈ দূৰত্ব এশ কিলোমিটাৰ। বাচৰ টিকট কিনিবলৈ

কাউন্টাৰত হাত ভৰাই দিয়াৰ সময়ত মোৰ বুকু কঁপিছিল। কিজানিবা তিনিটকা চল্লিশ পইচাত টিকট নাপায়। টিকট বিক্ৰেতাজনে টিকটৰ লগতে মোৰ হাতত গুজি দিয়া পইচা কেইটা চাই দেখো যে মোৰ হাতত তেতিয়াও এটকা চাৰি অনাৰ ঐশ্বৰ্য বাকী আছে। গোৱালিয়ৰৰ পৰা ঝাঁচীলৈকে এশ কিলোমিটাৰ বাট হেলাৰঙে গিলি থ'লে মোৰ দুশ্চিন্তাই। সপোনৰ দৰে যেন সাউৎকৈ ঝাঁচী পালোগৈ। ঝাঁচীৰ ৰেল ষ্টেচনৰ এটাও চুক-কোন বাদ নিদিয়াকৈ বন্ধুজনক বিচাৰিলো ব্যৰ্থতাৰে। তেওঁ আসন এৰা ভকত নহয়। য'ত বহি আছিল ত'তেই নিশ্চয় লক্ষ্ণৌ অভিমুখে গুচি গ'ল।

সেই মুহূৰ্তত মোৰ আটাইতকৈ ডাঙৰ কৰ্তব্য আছিল এটকা চাৰি অনাৰ সুব্যৱহাৰ। প্ৰথমতে বাৰ পইচা দি দুটা পোষ্টকাৰ্ড কিনিলো। তাৰেই দুখন চিঠি দিলো কটন কলেজৰ হোষ্টেলত থকা মোৰ বন্ধু ৰানা বৰঠাকুৰ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ গৱেষক প্ৰদীপ আচাৰ্যলৈ। লিখিলো যে বিনা টিকটত মই লক্ষ্ণৌ হৈ গুৱাহাটীলৈ যাম। গৈ নাপালে সেই পথেই হ'ব মোৰ বিশাল ঠিকনা। দেউতালৈ লিখাৰ পৰা বিৰত থাকিলো। কাৰণ বিবুধিত পেলাই ঘৰখনক বিতত কৰা উচিত নহ'ব বুলি ভাবিলো। ঘৰখনৰ কথা ভাবি শোকে খুন্দা মাৰি ধৰিছিল।

বেচিবলৈ হাতত ঘড়ী বা আঙঠি এটাও নাছিল। ঝাঁচী ষ্টেচন মাষ্টাৰজনক লগ নাপালো। সহকাৰী ষ্টেচন মাষ্টাৰো নাই। য়াৰ্ডত কথা পাতি থকা য়ুনিফৰ্ম পিন্ধা কেইজনমান মানুহ দেখি কাষ চাপিলো। তেখেতসকল ৰেলেৰে কৰ্মী আছিল। মোৰ ঘটনাটো তেওঁলোকে মন দি শুনিলে। কে, এল, শৰ্মা নামৰ এজনে সহৃদয়তাৰে সুধিলে, 'আমি যি অলপ সাহায্য দিওঁ ল'বনে?' মই ক'লো, 'যি দিয়ে তাকেই ল'ম।' শৰ্মাই জেপ খুচৰি যাঠি পইচা উলিয়ালে। আন কেইজনেও দুই-চাৰি টকাকৈ উলিয়াই সৰ্বমুঠ উনৈশ টকা যাঠি পইচা মোৰ হাতত দিলে। মোৰ আশাৰে মন ভৰি পৰিল। সেইখিনিৰে মোৰ হৈ যাব বুলি বিশ্বাস হ'ল। তাতেই এৰি নিদি শৰ্মাই চাইকেলত তুলি তেওঁৰ ঘৰত মোক খুৱাই অনাৰ প্ৰস্তাৱ দিলে। মই সম্মতি দিলো। কিন্তু সেই সময়তে ওখ সুদৰ্শন মানুহ এজন কাষ পালেহি। তেওঁৰ নাম আছিল ইন্দৰজিৎ। সহকাৰী ষ্টেচন মাষ্টাৰ। মোৰ কথা শুনি মোৰ সম্পূৰ্ণ দায়িত্ব এইবাৰ তেওঁ ল'লে। কে, এল, শৰ্মা আৰু আনসকলে মোৰ পৰা বিদায় লৈ ঘৰলৈ বুলি ওলাল। মই তেখেতসকলৰ ঠিকনা খুজিলো। কে, এল শৰ্মাই ক'লে, 'ঠিকনা নিদিওঁ, তুমি টকা ঘূৰাই দিবা নিশ্চয়।' মই ক'লো, 'নহয়, ঘৰ পাই খবৰ জনাম।' ঠিকনাখিনি লিখিলো।

ইন্দৰজিতে মোক লৈ চিধাই কেন্টিনলৈ গ'ল। দুয়ো লুচি-ভাজি খাই ল'লো। ইতিমধ্যে লক্ষ্ণৌ লৈ যোৱাৰ ৰেল এখনৰ সময় হৈছিল। ইন্দৰজিতে এটা প্লেটফৰ্ম টিকট কিনি মোৰ হাতত দিলে। ক'লে যে ৰেলত বিনা টিকটত গ'লে অন্ততঃ প্লেটফৰ্ম টিকট এটা হাতত থাকিব লাগে। তাৰ পাচত চিনাকি কৰি দিলে সেই ৰেলখন গাৰ্ডজনৰ লগত। তেওঁৰ নাম দুবে আছিল। মোৰ লক্ষ্ণৌ যাত্ৰাৰ সময় আহিল। তত্বাৱধায়ক এইবাৰ হ'ল মিঃ দুবে। ৰেল এৰাৰ আগে আগে ইন্দৰজিতে এশটকাৰ নোট এখন ভঙাবলৈ দিলে। ভঙা পইচাখিনি হাতত লৈ মোৰ ফালে আগবঢ়াই ক'লে, 'যি লাগে লোৱা।' মোৰ অন্তৰখন কৃতজ্ঞতাৰে ভৰি পৰিছিল। দহটকা এটা হাতত লৈ ক'লো, 'মোৰ হৈ যাব, নিৰাপদে পামগৈ।'

ৰেল এৰাৰ পৰত ইন্দৰজিতৰ পৰা বিদায় লওঁতে মোৰ চকু চলচলীয়া হ'ল। টিকট বিহীন

যাত্ৰা আৰম্ভ হ'ল। ৰাতি বাৰমান বজাত মিঃ ডুবে আহি মাত দিলেহি। তেওঁৰ কৰ্তব্য সেই ঠাইতে শেষ। তেওঁ আনজন গাৰ্ডক মোৰ দায়িত্ব চমজাই দিলে বুলি জনালে।

ৰাতিপুৱাৰ পৰা মই প্ৰতিটো ষ্টেচনতে ডবা সলাবলৈ ল'লোঁ। চাহো খালো কেইবা কাপো ঠায়ে ঠায়ে। এবাৰ এটা ডবাত উচ্চস্তৰৰ কথা-বাৰ্তা শুনিলোঁ। অসমীয়া ভাষাত। কাষ চাপি গৈ চিনাকি হ'লো মোৰ বয়সৰ চাৰিওজন অসমীয়া ল'ৰাৰ লগত। তেওঁলোক গুৱাহাটীৰ ইঞ্জিনীয়াৰিঙৰ ছাত্ৰ। মোৰ কাহিনী শুনি অভয় দিলে যে গুৱাহাটীলৈ তেওঁলোকে মোক লগত নিব। মোৰ চিন্তাৰ প্ৰায় অৱসানেই ঘটিল। তেতিয়া একমাত্ৰ চিন্তা ৰ'ল মোৰ বন্ধুজনৰ প্ৰতি। তেওঁ নিশ্চয় হাবাথুৰি খাইছে ক'ৰবাত মোক বিচাৰি।

ৰেল আহি লক্ষ্ণৌ পালেহি। ডবাত থকা আইনাত মোৰ শুকান মুখখন দেখি নিজলৈকে পুতৌ লাগিছিল। কিন্তু ৰেল ৰোৱাৰ লগে লগে পাগলৰ দৰে কম্বল এখন লৈ ইটো ডবাৰ পৰা সিটোলৈ দৌৰি ফুৰা বন্ধুজনক দেখি ধাৰণা হ'ল যে তেওঁৰ যন্ত্ৰণা মোতকৈ অধিক হৈছিল। ৰেলৰ পৰা নামি দৌৰি গৈ তেওঁক সাবটি ধৰিলোঁ।

কে, এল, শৰ্মালৈ ঘৰ পাই চিঠি দিলো। তেওঁৰ লগত চিঠিৰ আদান-প্ৰদান তিনিবছৰ লৈ চলিল। ইন্দৰজিতে মোৰ চিঠিৰ উত্তৰ নিদিলে।

সেই মানুহ কেইজনলৈ মোৰ আজিও মনত পৰে। তেওঁলোকৰ প্ৰতি কৃতজ্ঞতা জীয়াই থাকো মানে থাকিব।



# ভোগ

## চামচুল বাৰিক

চাৰিজনী ছোৱালীৰ পিছত লক্ষীপ্ৰসাদ। এই নামটো দেউতাক প্ৰতাপ বৰঠাকুৰে, বিখ্যাত ৰাষ্ট্ৰীয় পৰ্যায়ৰ জ্যোতিষী সত্যেন্দ্ৰ মুখাৰ্জীৰ হতুৱাই দিওৱা। অৱশ্যে, প্ৰতাপ বৰঠাকুৰৰ পত্নীয়ে চতুৰ্থ সন্তানটো বিচৰা নাছিল, অৱশ্যে অন্তৰেৰে নহয়, অ-স্বাস্থ্যৰ বাবেহে। কলেজৰ দেওনা পাৰ হোৱা এইগৰাকী শিক্ষিত পত্নীয়ে বহুবাৰ অনুৰোধো কৰিছিল নিজৰ মানুহটোক। নাই, মেকানিকেল ইঞ্জিনীয়াৰ প্ৰতাপ বৰঠাকুৰে নামানিলে। তেওঁক এটা পুত্ৰ সন্তান লাগিবই।

পত্নীয়ে উপায় নাপাই কৈ পেলাইছিল, "তোমালোক মতা মানুহবোৰ এনেকুৱাই।" কিন্তু, মানুহজনীৰ অন্তৰত পুত্ৰমোহ জগাবলৈকে বৰঠাকুৰে উত্তৰটো দিছিল এনেকৈহে, "মাতৃ হৈ অন্ততঃ এটা পুত্ৰ চাবলৈ তোমাৰ মন নেযায়নে?"

"আজি বিজ্ঞান আৰু প্ৰযুক্তিৰ উত্তৰণৰ দিনত, ছোৱালীক ল'ৰা হিচাপে গঢ় দিবই লাগিব। সময়ৰ আহ্বান। তোমালোক পুৰুষবোৰে আজি আৰু পুৰুষত্ব আৰু নাৰীত্বৰ মাজত অভেদ্য দেৱাল সাজিব নোৱাৰা।"

"তুমি চাই থাকা মই লক্ষীপ্ৰসাদক কেনেকৈ জুৱেল বনাম।"

"কিন্তু মানুহ বনোৱাটো বৰ মস্কিল।"

ডাঙৰজনী ছোৱালী গোটেইকেইজনীৰ ভিতৰত দেখনিয়াৰ।

প্ৰতাপ বৰঠাকুৰে পত্নীক ওচৰ চপাই এদিন ক'লে, "হেৰা, ছোৱালী কুৰিতে বুঢ়ী। আমাৰ ডাঙৰজনীক সোনকালে এঘৰলৈ উলিয়াই দিব পৰা হ'ব। তাই কলেজ পোৱাৰ আগতেই.....।" বৰঠাকুৰৰ শ্ৰীমতী আগুৰ খাই উঠিল, "তাৰ মানে তুমি এগৰাকী শিক্ষিত জীয়ৰী নিবিচৰা। আৰু এঘৰলৈ উলিয়াই দিলেওতো সেইখন ঘৰেও এজনী শিক্ষিতা বোৱাৰীহে বিচাৰিব।"

প্ৰতাপ বৰঠাকুৰে নাকটো মোহাৰি মোহাৰি ক'লে, "বোৱাৰী হৈ পঢ়িব।"

শ্ৰীমতীয়ে এইবাৰ মুখেৰে নামাতিলে। বৰঠাকুৰে ডাঙৰ জীয়েক বন্তিৰ পঢ়া কোঠা পালেগৈ।

'মাজনী, তোমাৰ কাৰণে আমি ভাল ল'ৰা এটা চাইছো। ফৰেষ্ট অফিচাৰ। পইচাৰ অভাৱ নাই। এইটো বিভাগৰ পিয়নেও মাৰুতী জেন কিনিব পাৰে, আৰ. চি চি ঘৰ বনাব পাৰে।' দেউতাকে হাঁহি হাঁহি কৈ গ'ল।

বন্তিয়ে পঢ়া টেবুলৰ পৰাই মাত দিলে, "দেউতা, এয়া আপোনাৰ সিদ্ধান্ত নে মাৰো?"

"তোমাৰ মত কি?" উচ্চস্বৰে দেউতাকে ক'লে—

"কিন্তু, সিদ্ধান্তটো আপুনি নিজেই লৈ পেলালে।" বন্তিৰ মুখমণ্ডল পলকতে ৰঙা অঙঠাৰ দৰে ৰঙচুৱা হৈ পৰিল।

'দেউতাক হিচাপে মোৰ দায়িত্ব আৰু কৰ্তব্য প্ৰথম। সেয়ে মই.....।'

বাক্যটো তেওঁ শেষ কৰিব খুজিও নোৱাৰিলে।

বন্তিয়ে তপৰাই ক'লে, "সেয়ে আপুনিয়ে সিদ্ধান্ত লৈ মোৰ ওচৰলৈ আহিছে।" বন্তিৰ চকুযুৰি লাহে লাহে চলচলীয়া হৈ আহিল।

এইবাৰ বন্তিৰ মূৰত হাত বুলাই বুলাই দেউতাক প্ৰতাপ বৰঠাকুৰে ক'বলৈ আৰম্ভ কৰিলে, "আচলতে কি জানা মাজনী, তোমাৰ পিছে পিছে তিনিজনীকৈ নাই জানো? দেউতাক হিচাবে মোৰ জানো চিন্তা নাই। আৰু তুমি ডাঙৰ বায়েক হিচাপে কি ভাবা?"

এনেকৈ দেউতাকে কোৱাৰ ঠিক পিছতে বন্তিয়ে নিজৰ চকু দুটা মোহাৰি ল'লে।

"ঠিক আছে, সেয়াই হওক।" বন্তিয়ে সঁহাৰি দিলে।

দ্বিতীয়জনী ছোৱালী মিনতি। দেখিবলৈ সু-শ্ৰী নহয়। প্ৰতাপ বৰঠাকুৰে শ্ৰীমতীক প্ৰায়েই কৈ থাকে, "হেৰা এইক পঢ়িবলৈ দিয়া। যিমান পঢ়ে পঢ়ক। এম, এলৈকে পঢ়াবলৈ মোৰ ইচ্ছা।"

শ্ৰীমতী জাঙুৰ খাই উঠে, "বন্তিয়েতো কলেজত নাম নলগোৱাকৈয়ে এঘৰলৈ গ'লগৈ, তেতিয়া?"

যুক্তিৰ খাতিৰত যুক্তি আগবঢ়ালে বৰঠাকুৰে, "পাঁচটা আঙুলি জানো সমান হয়?"

শ্ৰীমতীৰ উত্তৰঃ "কিন্তু, পাঁচটা আঙুলিৰ কামত জানো সৰু-বৰ আছে?"

বৰঠাকুৰ মানুহজনে নতুনকৈ এটা উপস্থিত বুধি উলিয়ালে, "ৰূপে নতৰে নহয়, গুণেহে।"

"যদি এম, এ পাছ কৰাৰ পিছতো মিনতিৰ দৰা এটা নোলায়?"

"তুমি বৰ আঁকৰী, তাই চাকৰি কৰিব। তেতিয়া বিয়া নহ'লেও তাই যে সম্পদৰ অধিকাৰীনি হ'ব।"

মিনতিয়ে অৰ্থনীতিত এম, এ পাছ কৰি গৱেষণা পত্ৰও সম্পূৰ্ণ কৰিলে। ড° মিনতি বৰঠাকুৰ। গৱেষণাৰ বিষয়বস্তু আছিলঃ "বিশ্ব অৰ্থনীতিত আমেৰিকাৰ ভূমিকা।" মিনতিয়ে আমেৰিকাৰ ভাৰতস্থ কোম্পানী এটাৰ প্ৰশাসনিক বিষয়া হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। এতিয়া মিনতিৰ বাবে ঘৰ-সংসাৰ কৰাটো আবেগিক বিষয় নহয় আৰু।

তৃতীয়জনী বৰ্ণালী। মিঠা কণ্ঠৰ গায়িকা হিচাপে তাইৰ নাম চাৰিওফালে। গিটাৰিষ্ট মৃন্ময় ঘোষ নামৰ বাংলা ভাষী ল'ৰাজনৰ লগত তাইৰ মন মিলি গ'ল এদিন। আৰু দুয়োয়ে নিজৰ নিজৰ মাক-বাপেকৰ অজ্ঞাতে কৰ্টতে সংসাৰখন কৰি ল'লে।

প্ৰতাপ বৰঠাকুৰে বৰ্ণালীৰ সংসাৰখন ভঙাৰ উদ্দেশ্যে, দাদা টাইপৰ কিছু ল'ৰা লগাই মৃন্ময় ঘোষক ভাবুকি দিয়ালে। কিন্তু, কামত নাহিল। এই লৈ শ্ৰীমতীৰ লগত বৰঠাকুৰৰ প্ৰায়েই কাজিয়া হয়। দুয়ো ইজনে সিজনক মাত-বোল নকৰাকৈ থাকে।

শ্ৰীমতীৰ প্ৰশ্নঃ "তুমি দেখিব নোৱাৰা মৃন্ময় ঘোষ যদি ডাক্তৰ বা ইঞ্জিনীয়াৰ বা ঠিকাদাৰ হ'লহেঁতেন, তেতিয়া তাক বঙালী বুলি হাঁহিলাহেঁতেন নে?"

বৰঠাকুৰৰ প্ৰশ্নঃ "ষ্টেণ্ডাৰ্ড বুলি কথাটো নাইকিয়া হৈ যোৱা নাই মৃন্ময়। আৰ্টিষ্ট হৈ সি এইখন ঘৰৰ ছোৱালী বৰ্ণালীক কেনেকৈ পুহিব?"

শ্ৰীমতীৰ উত্তৰঃ "মেকানিকেল ইঞ্জিনীয়াৰৰ জীয়েক বৰ্ণালীয়ে আৰ্টিষ্টৰ লাইফ ভাল পায়, গতিকেই।"

শ্ৰীমতীৰ এনে উত্তৰ শুনা মাত্ৰকে প্ৰতাপ বৰঠাকুৰে সন্মুখৰ বেৰখনত এটা অৰ্থহীন ঘোচা মাৰিলে।

বৰ্ণালীয়ে নিজে পছন্দ মতে বিয়া হৈ আঁতৰি যোৱাৰ পিছত, প্ৰতাপ বৰঠাকুৰে সৰুজনী অৰ্থাৎ স্বপ্নালীক গাৰ্লচ কলেজৰ হোষ্টেলৰ পৰা ঘৰলৈ লৈ আহিল। স্বপ্নালীয়ে ছয়মাহ ছেকেণ্ডাৰী ফাৰ্ষ্ট ইয়েৰত নাম লগাইছিলহে। তাইকো "এ" ক্লাছ ঠিকাদাৰ এজনক গতালে বৰঠাকুৰে।

প্ৰতাপ বৰঠাকুৰৰ একমাত্ৰ পুত্ৰ লক্ষীপ্ৰসাদ উঠি বজা বহি বজা। কওঁতা কোনো নাই কেৱল মাকজনীৰ বাদে। মাকৰ কথা তাৰ কাণতহে সোমায়, মগজুত নোসোমায়। কাৰণ ঘৰখনৰ প্ৰধান মানুহজন অৰ্থাৎ প্ৰতাপ বৰঠাকুৰেই লক্ষীপ্ৰসাদক দি থৈছে অবাধ স্বাধীনতা। লক্ষীৰ ৰাতি দিন নাই। উকলীয়া চৰায়েও বেলি লহিয়ালে বাহলৈ উভতে। লক্ষীৰ যেতিয়া ইচ্ছা হয় তেতিয়াহে ঘৰত সোমায়। মাৰুতী জেনখন লৈ তিনিআলি-চাৰিআলিয়ে আড্ডা দি ফুৰাটো তাৰ নিত্য-নৈমিত্তিক ডায়েৰীৰ ভিতৰৰ কাম। লাহে লাহে লক্ষী, ৱাইন চপৰো এজন নিয়মীয়া গ্ৰাহক হৈ পৰিল।

আৰু যিদিনাখন প্ৰতাপ বৰঠাকুৰে গম পালে, লক্ষীয়ে ড্ৰাগছ খোৱাতো অভ্যস্ত হৈ পৰিছে, সেইদিনাখনৰ পৰা মানুহটোৰ মুখৰ হাঁহি হেৰাল। বৰঠাকুৰ মানুহটো দুখলগাকৈ গহীন হৈ পৰিল। কথা কম কোৱা হ'ল। ঘৰতো বাহিৰতো। মন মাৰি থকা হ'ল প্ৰায়ে।

ল'ৰালিৰে বন্ধু ডাঃ আমিনুৰ ৰহমানে সহজভাৱেই ক'লে, "তোমাৰটো ৰোগ একো নাই, প্ৰেছাৰটোহে বাঢ়িছে।"

এনেতে বৰঠাকুৰৰ শ্ৰীমতীয়ে মাত লগালে, "এওঁতো মাংস, কণী একেবাৰে নেখায়।"

এইবাৰ ডাঃ ৰহমানে বৰঠাকুৰৰ পৰিবাৰৰ মুখলৈ চাই চাই ক'লে, "আপোনাৰ মানুহটোক চিন্তাই খাব পাৰে।"

বৰঠাকুৰৰ পৰিবাৰে কোনো বিস্ময় প্ৰকাশ নকৰাকৈ ক'লে, "কিন্তু, চিন্তাৰ কাৰণ ভেখেত নিজেই।"

বিছনাখনত দীঘল দি থকাৰ পৰাই প্ৰতাপ বৰঠাকুৰে বন্ধু ডাঃ ৰহমানৰ এখন হাতত ধৰি কৈ উঠিল, "বুজিছ আমিনুৰ, মোক পুত্ৰ সন্তানৰ মোহে কণীয়া কৰিলে। পুত্ৰ সন্তানৰ মোহে।" ★★

# প্ৰতিবাদৰ ভাষা

নবীন বুঢ়াগোহাঞি

কবিয়ে নিজৰ কবিতাবোৰৰ কোনো এটাৰ প্ৰতি বেছি অনুৰাগ দেখুৱাব পাৰে; এইটো সম্পূৰ্ণ সুস্থ আৰু স্বাভাৱিক অনুভূতি। কোনো এটা কবিতা এনেকৈ পাঠকক ঠিক কৈ দিয়া মানে কালৰ কোনোবা এটা বিশেষ মুহূৰ্তৰ লগত কবিৰ বিশেষ পৰিস্থিতিৰ কথা জনাই দিয়া, যদিও সৃষ্টি হ'ল এটা চিৰন্তন চকাৰ দৰে। তথাপি কেতিয়াবা বোধ হয় ই কম প্ৰাণৱন্ত আৰু স্বতঃস্ফূৰ্ত হৈ অবিৰাম ঘূৰিবই লাগিছে। –

সি ভাবিলে মোৰ কবিতাটোৱে এই কথা জনাই দিয়াত কি যুক্তি আছে ব্যাপক নৰহত্যা আৰু ৰক্তলোলুপতাৰ দ্বাৰাই কাপুৰুষে নিজকে বীৰ বুলি প্ৰমাণ কৰিব খোজে। বীৰত্বৰ আন কোনো ধাৰণা সিহঁতে কৰিব নোৱাৰে। সেই কাৰণে তেজৰ ফাকু খেলি বা শ ভৰিয়ে গছকি বোকা তুলি সিহঁতে বীৰত্বৰ আস্বাদ লয়।

প্ৰত্যেকৰে জীৱনত এবাৰ নহয় এবাৰ এনে একোটা আহ্বান আহে কেতিয়াবা সি ঈশ্বৰৰ কেতিয়াবা সৃষ্টিৰ বা ধ্বংসৰ। কোনোবাই সেই আহ্বান কাণপাতি শুনি ঘৰ ওলায় আহে। কোনোবাই শুনিও নুশুনাৰ ভাও জোৰে। কাৰোবাৰ আকৌ সংসাৰৰ হুলস্থুলত সেই আহ্বান ভালকৈ কাণতেই নপৰে। কাৰবাবে কি কথা প্ৰযোজ্য সেই ব্যক্তিজনৰ তাৎক্ষণিক অথবা দীৰ্ঘ পৰিকল্পনাৰ বিচাৰ বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰে। এই কিতাপি কথাবোৰ জীৱনৰ লগত কিমান যে বিসংগতি তাকে মনতে সি পাগুলি পাগুলি বজাৰৰ পৰা আহি আছিল। তাৰ কলেজৰ সাহিত্যৰ ছাত্ৰ-ছাত্ৰীক পাঠদান কৰোঁতেও এনে কথাবোৰ আপোনা-আপুনি প্ৰসংগক্ৰমে ওলায়। হেমন্ত অপ্ৰাদেশীকৃত কলেজ এখনৰ অধ্যাপক।

আবেলি আন্ধাৰে সৃষ্টি কৰা মায়াবী নিৰ্জনতাত অনুভৱৰ ৰাজ্য ভ্ৰমি আগফালৰ পিৰালিত বহি চিত্ৰ আৰু স্বপ্ন ৰাজ্যৰ সকলোতে ঘূৰি ফুৰি যেতিয়া বাস্তৱৰ এই ফুল জোপাৰ ওপৰত চকু থৈ হেমন্তই ভাবিবলৈ ধৰিলে বা কি সুন্দৰ; কি মধুৰ; কি শান্তি হাচনাহানা সুগন্ধে যেন প্ৰকৃতিখনক শান্তি বিৰাজ কৰিবলৈ চেষ্টা চলাইছে। ৰাতবি কাকতৰ খবৰে কুকুৰ হাড় ডালি ডালি কৰা কত খবৰে তাৰ মূৰত বাঁহ লৈছে। অথচ নিৰাময়ৰ বাবে কোনো উপায় দেখা নাই। হেমন্তই কত খবৰ মনৰ পৰা মচি পেলাইছে। কত কথাই মগজুত খোকোট খোটাই আছে তাৰ মীমাংখ্যা নাই। হেমন্তই আজিলৈকে বহু কিতাপ পঢ়িছে বহু ঘটনা দেখিছে; বহু শুনিছে আৰু ওচৰে-পাজৰে ঘটা ঘটনাই তাক এজন পুৰঠ মানুহ যেন অনুভৱ কৰাইছে। তথাপি ইমানবোৰ চিন্তাৰ মাজতো এটা কথাই হেমন্তৰ হৃদয়ত অনুভৱ কৰাই গভীৰ প্ৰশান্তি।

কেতিয়াবা মানুহৰ অজ্ঞাত কাৰণত মন, আনন্দ লাগে। এনে আনন্দৰ উৎস বিচাৰি নাপায়। সি জানে তাৰ আনন্দ উৎস কিতাপ সৰ্বস্ব। এটা বাক্য পঢ়ি তেজৰ সিৰাই সিৰাই বি